জীৱনজোৰা নিৰলস-নীৰৱ সাধনা...

# সহস্ৰ গীতিমালিকা

(অসমীয়া গীতিকাব্য সংকলন)

কৈলাশনাথ শৰ্মা
(পিনাকী)

পৰিৱেশক
গুৱাহাটী সাধুঘৰ

# SHAHASHRA GITIMALIKA

A collection of original Assamese lyrical poem by Sri Kailash Nath Sarma (Pinaki), an approved lyricist of All India Radio and published by Smt Mrinalini Devi, Adarshapur, Path No 2, Kahilipara, Guwahati-781019 , **Rs.** 300/-

**প্ৰথম প্ৰকাশ ঃ** ২ অক্টোবৰ, ২০১০ ইং

**বেটুপাত ঃ** উৎপল বৰা

**পৰিবেশক ঃ** গুৱাহাটী সাধুঘৰ

মণিৰাম দেৱান পথ, শিলপুখুৰী, গুৱাহাটী ৭৮১ ০০৩

**আহিঁপাঠ ঃ** দিগন্ত বিশ্ব শৰ্মা দীপাৰ্মণি গোস্বামী শৰ্মা হৰেকৃষ্ণ দাস পঙ্কজ বৰঠাকুৰ

**পৰিকল্পনা / অলংকৰণ ঃ** দিগন্ত বিশ্ব শৰ্মা দীপাৰ্মণি গোস্বামী শৰ্মা



**প্ৰকাশিকা ঃ** শ্ৰীমতী মৃণালিনী দেৱী, আদৰ্শপুৰ, কাহিলিপাৰা গুৱাহাটী-৭৮১ ০১৯

**ডি টি পি ঃ** অমল বৰ্মন, মৃণাল কুমাৰ শৰ্মা

**মুদ্ৰক ঃ ভৱানী অফছেট এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ**
**৭ লাচিত লেন, ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭**



অসমৰ কৃষ্টি-সংস্কৃতিৰ কৰ্ণধাৰ.

অসামান্য প্ৰতিভাৰ অধিকাৰী

কলাগুৰু বিষ্ণু ৰাভাৰ

পৱিত্ৰ স্মৃতিৰ প্ৰতি

শ্ৰদ্ধাঞ্জলি

**কৈলাশ নাথ শৰ্মা**

**(পিনাকী)**

[redacted]

**অনুবাদ সাহিত্য ঃ**

**(১) 'ঝীলম নদীৰ পাৰ'**

যাযাবৰৰ মূল বাংলা উপন্যাস 'ঝীলম নদীৰ তীৰ'ৰ অসমীয়া অনুবাদ

**(২) 'আনা ফ্রাঙ্কৰ সন্ধানত'**

নাৰায়ণ সান্যালৰ মূল বাংলা উপন্যাস 'আনা ফ্রাঙ্কেৰ সন্ধানে'ৰ অসমীয়া অনুবাদ

**(৩) 'পাৰীৰ প্ৰেমত'**

নাৰায়ণ সান্যালৰ মূল বাংলা উপন্যাস 'পাৰীৰ প্ৰেমে'ৰ অসমীয়া অনুবাদ

**(৪) শ্বেৰ-এ-'শ্বহীদদ্বীপ'**

নাৰাযণ সান্যালৰ মূল বাংলা উপন্যাস শ্বেৰ-এ-'শহিদদ্বীপ'ৰ অসমীয়া অনুবাদ

**(৫) 'কোৰচখ ডাকঘৰৰ সন্ধানত'**

নাৰায়ণ সান্যালৰ মূল বাংলা উপন্যাস 'কোৰচখ ডাকঘৰেৰ সন্ধানে'ৰ অসমীয়া অনুবাদ

**(৬) 'হিটলাৰি প্ৰেম'**

নাৰাযণ সান্যালৰ মূল বাংলা উপন্যাস 'হিটলাৰি প্ৰেম'ৰ অসমীয়া অনুবাদ

**(৭) 'গীত গোবিন্দম্'**

ভক্তকবি জয়দেৱ গোস্বামীৰ 'গীত গোবিন্দম'ৰ অসমীয়া অনুবাদ

**(৮) 'গীতা ৰহস্য অথবা কৰ্মযোগ শাস্ত্ৰ'**

, বাল গংগাধৰ তিলকৰ মূল মাৰাঠী গ্ৰন্থ **'গীতা ৰহস্য অথবা কৰ্মযোগ শাস্ত্ৰ'**ৰ

ইংৰাজী সংস্কৰণৰ অসমীয়া অনুবাদ

**মৌলিক সাহিত্য**

**কাব্য সাহিত্য ঃ**

**(৯) 'বকৰাণি'**

**(১০) 'ওৰণি'**

**(১১) 'তুলিকা'**

**(১২) 'মানাহে পখালে চৰণ'**

**সংগীতালেখ্য ঃ**

**(১৩) 'গণশক্তি দুৰ্গা ইত্যাদি'..**

**গীতি সাহিত্য ঃ**

**(১৪) 'সহস্ৰ গীতিমালিকা'**

**(১৫) 'মুমুক্ষু'**

**(১৬) 'শ্বহীদৰ তেজেৰে'**

**(১৭) 'বুকুৰ তেজেৰে'**

**(১৮) 'আশাৰ শ্ৰাৱণ'**

**(১৯) 'আইৰ চকুলোৰে'**

**ব্যংগ কাব্য-সাহিত্য ঃ**

**(২০) 'ককাইদেউক দেখিছা'**

অসমীয়া কাব্যগ্ৰন্থ **'সাগৰ দেখিছা'**ৰ ব্যংগ ৰূপান্তৰ

**মৌলিক বাংলা কাব্যগ্ৰন্থ ঃ**

**(২১) 'তেইশে জানুয়াৰী'**

**অন্যান্য গ্ৰন্থ (যন্ত্ৰস্থ) ঃ**

*একাধিক স্বৰচিত কবিতা সংকলন, অনুবাদ সাহিত্য, মৌলিক ইংৰাজী কবিতা সংকলন ইত্যাদি কেইবাখনো স্বৰচিত ভিন্নৰুচিৰ গ্ৰন্থ।*

# গীতিকাৰৰ কথা...



সেযা ১৯৬২ চনৰ কথা। মই তেতিয়া গোৱালপাৰাত অসম চৰকাৰৰ উদ্যোগ বিভাগৰ অধীক্ষক আছিলোঁ। সেই সময়ত অনুষ্ঠিত হোৱা লোকসভাৰ নিৰ্বাচনত বিষ্ণুপ্ৰসাদ ৰাভাদেৱো এগৰাকী প্ৰাৰ্থী আছিল। ভোট গণনাৰ সময়ত ৰাভাদেউ গোৱালপাৰালৈ আহি কেইদিনমান আছিল। তেখেত নিৰ্বাচনত জয়ী হ'ব পৰা নাছিল। তাৰ বাবে তেখেত অৱশ্যে অকণো বিমুখ হোৱা নাছিল। ৰাভাদেৱে নাট্যকাৰ ফণী শৰ্মাদেৱক মাতি আনি গোৱালপাৰাত থকা সেই সময়তো নাটক প্ৰদৰ্শন কৰিছিল।

ৰাভাদেউক জনা-শুনা এজন ব্যক্তি মোৰো চিনাকি আছিল। এই ব্যক্তিজনৰ (নামটো পাহৰিছোঁ) জৰিয়তে ৰাভাদেউ আৰু নটসূৰ্য ফণী শৰ্মাদেৱক মোৰ ভাৰাঘৰলৈ নিমন্ত্ৰণ কৰি আনিছিলোঁ। দুয়োজনে আমাৰ ঘৰত প্ৰাতঃ আহাৰ গ্ৰহণ কৰিছিল। ৰাভাদেউক মই গীত কেনেকৈ ৰচনা কৰে সুধিছিলোঁ। তেখেতে মই ৰচনা কৰিব নাজানো নেকি বুলি সুধিলে। মই ক'লোঁ, জনা হ'লে জানো আপোনাক সুধিলোহেঁতেন। মোৰ কথা শুনি তেখেতে গীত ৰচনা কৰাৰ কৌশল মোক শিকাই দিছিল।

মই ৰাভাদেউৰ শিকনিৰ আঁত ধৰি গীত ৰচনা কৰা আৰম্ভ কৰি যোৱা চাৰি দশকজুৰি নীৰৱে সেই সাধনাত ব্ৰতী হৈ আছোঁ। যোৱা পাঁচ বছৰে দুৰাৰোগ্য কৰ্কট ৰোগাক্ৰান্ত হৈয়ো সেই সাধনা মই অব্যাহত ৰাখিছিলোঁ। মোৰ এই সাধনাৰ 'গুৰু' সঁচা অৰ্থতেই ৰাভাদেউ।

বিগত দশককেইটাত আমাৰ দ্বাৰা ৰচিত একাধিক গীত দিলীপ শৰ্মা, সুদক্ষিণা শৰ্মা, অপূৰ্ব কুমাৰ দাস, দুৰ্গাময়ী বৰা, শৈলেন ভট্টাচাৰ্য, অৰুন্ধতী শৰ্মা চৌধুৰী ইত্যাদিৰ দৰে অসমৰ কেইবাগৰাকী প্ৰখ্যাত কণ্ঠশিল্পীৰ কণ্ঠত আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ যোগেদি সম্প্ৰচাৰিত হৈছে। ইয়াৰ মাজতে আকাশবাণীৰ স্বীকৃত গীতিকাৰৰ সন্মান লাভ কৰাৰ সৌভাগ্য আমাৰ হৈছিল। গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ যোগেদিও আমাৰ একাধিক গীত সম্প্ৰচাৰিত হৈছে। সুৰকাৰ তথা গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা সুকুমাৰ শৰ্মাৰ সুৰতেই প্ৰায়বোৰ গীতে কণ্ঠশিল্পীসকলৰ কণ্ঠত প্ৰাণ পাই উঠিছিল। ইতিমধ্যে শ্ৰব্য সঁফুৰাতো আমাৰ গীত বাণীবদ্ধ হৈছে। ইং ২০০২-২০০৩ চন মানত প্ৰতিভাবান তথা প্ৰখ্যাত সুৰকাৰ-শিল্পী জ্যোতিৰ্ময় দেৱনাথৰ সুৰ আৰু কণ্ঠত 'অনুভূতি' শীৰ্ষক এটি শ্ৰব্য সঁফুৰা আমাৰ গীতেৰেই প্ৰস্তুত কৰা হৈছিল। সুকুমাৰ শৰ্মাৰ সুৰত কণ্ঠশিল্পী শৈলেন ভট্টাচাৰ্য, তৰালী শৰ্মা, সুকুমাৰ শৰ্মা ইত্যাদিৰ কণ্ঠত আমাৰ কেইবাটাও গীতেৰে আন এটি শ্ৰব্য সঁফুৰাৰ প্ৰস্তুতিও প্ৰায় সম্পূৰ্ণ হোৱাৰ পৰ্যায়ত। তদুপৰি ইতিমধ্যে পাঁচখন গীতিকাব্য সংকলনো প্ৰকাশ কৰি উলিয়াইছোঁ।

*সহস্ৰ গীতিমালিকা*— আমাৰ জীৱনজোৰা নিৰলস-নীৰৱ সাধনাৰ পৰিণতি।

*সহস্ৰ গীতিমালিকা* যদি উদীয়মান কণ্ঠশিল্পীসকলৰ প্ৰেৰণাৰ উৎস হোৱাত সফল হয়— চাৰি কুৰি বয়সতো আমাৰ নৰিয়া শৰীৰে হয়তো অলপ হ'লেও প্ৰাণ পাই উঠিব। আমাৰ জীৱনজোৰা নীৰৱ সাধনাৰ শ্ৰম সাৰ্থক হ'ব। এই আশাৰেই, এই বিশ্বাসেৰেই—

কৈলাশ নাথ শৰ্মা
(পিনাকী)



*গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য, তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ প্ৰতি-উপাচাৰ্য, প্ৰতিভাৱান আবৃত্তিকাৰ ড° অমৰজ্যোতি চৌধুৰীৰ*

## অনুভৱ

এদিন পুৱাই দিগন্ত বিশ্ব শৰ্মা আহিছিল দেউতাক কৈলাশ নাথ শৰ্মাৰ সহস্ৰ গীতৰ পাণ্ডুলিপি এখন লৈ। ছাত্ৰ অৱস্থাত তৰ্ক প্ৰতিযোগিতাৰ উৎসাহী অংশগ্ৰহণৰ জৰিয়তেই দিগন্ত মোৰ পুৰণি চিনাকি। দিগন্তৰ অনুৰোধ— মই শয্যাশায়ী দেউতাকৰ কিতাপখনৰ পাতনি লিখি দিব লাগে।

কৈলাশ নাথ শৰ্মা ডাঙৰীয়াক কবি, গীতিকাৰ তথা অনুবাদ-সাহিত্যিক বুলি আগৰপৰাই জানিছিলো। লোকমান্য বাল গঙ্গাধৰ তিলকৰ *গীতা ৰহস্য অথবা কৰ্মযোগ শাস্ত্ৰ*আৰু ভক্ত কবি জয়দেৱৰ *গীত গোবিন্দম* ৰ অসমীয়া অনুবাদৰ বাবেই তেখেতক জানিছিলো। বঙালী সাহিত্যিক নাৰায়ণ সান্যাল আৰু যাযাবৰৰ কেইবাখনো উপন্যাসৰ সাৱলীল অনুবাদৰ বাবেও তেখেতক জানিছিলো। কিম্বদন্তি শিল্পী বিষ্ণু ৰাভাৰপৰা গীত ৰচনাৰ পাঠ লোৱাৰ কথা শৰ্মা ডাঙৰীয়াই নিজেই উল্লেখ কৰিছে। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ জৰিয়তে সম্প্ৰচাৰিত তেখেতে লিখা দুই-এটা গীত অসমৰ কেইবাগৰাকীও প্ৰতিষ্ঠিত শিল্পীৰ কণ্ঠত শুনিছিলো। শুনি তেখেতৰ গীত ৰচনাৰ কাৰিকৰী জ্ঞানৰ কথাও বুজিছিলো। কিন্তু তেখেতৰ গীতৰ সম্ভাৰ এইদৰে থূপতে পোৱা নাছিলো। দিগন্তই দিয়া পাণ্ডুলিপিখনে মোক পোনছাটেই লৈ গ'ল অনুভূতিৰ এক অনন্য জগতলৈ।

বিখ্যাত পিয়ানো বাদক ৰুবিনষ্টাইনে কৈছিল— "পিয়ানো মাথোঁ এটা বাদ্য নহয়, ই সহস্ৰ বাদ্য।" আনকথাত তাতেই লুকাই থাকে সহস্ৰ

বাদ্যৰ সম্ভাৱনা আৰু শক্তি। গীতিকাৰ কৈলাশ নাথ শৰ্মাৰ জীৱনজোৰা গীত লিখাৰ সাধনাৰে পৰিপূৰ্ণ, নৱতম বৰঙণি *সহস্ৰ গীতিমালিকা* ও মাথোঁ নামত সহস্ৰ গীতিমালিকা নহয়, সঁচাকৈয়ে প্ৰকৃত অৰ্থত তাত লুকাই আছে সহস্ৰ কণ্ঠ। জিলিকি আছে সহস্ৰ চিন্তা, সহস্ৰ দৃষ্টি, সহস্ৰ দৰ্শন। সিঁচৰতি হৈ আছে অনুভৱৰ বিচিত্ৰ বৰ্ণালী। প্ৰকৃতিৰ বিনন্দীয়া ৰূপৰ বন্দনাৰপৰা ব্যক্তিগত চিন্তাৰ আঁতলৈ আৰু সামূহিক উপলব্ধিৰপৰা সামূহিক দৰ্শনলৈ— এই সকলোৰে সহস্ৰ গীতিমালিকাত মন জুৰোৱা বৈশিষ্ট্যৰে ভুমুকি মাৰিছে। *সহস্ৰ গীতিমালিকা* ৰ পাতে পাতে তাৰ উদাহৰণ জোনাকী পৰুৱা হৈ আছে। গানৰ কথালৈ মন দিয়া সহৃদয় পাঠকৰ মন যে এই সমূহীয়া পোহৰৰ স্নিগ্ধতাই ধুই নিব তাত সন্দেহ নাই। সংকলনখনৰ প্ৰথম কেইটামান পাততেই এই বিচিত্ৰতা পৰিষ্কাৰ হৈ আছে। উদাহৰণস্বৰূপে— "কোন তুমি মেঘালী মন আকাশৰ বিজুলী"'ত যদি প্ৰকৃতিৰ বিনন্দীয়া ৰূপৰ বৰ্ণনা, "আজি মোৰ হৃদয়ৰ গোপন কোণত কোনেনো বজাই বাঁহী মধুৰ মধুৰ সুৰ"'ত পৰিস্কাৰ হৈ আছে ব্যক্তিগত চিন্তাৰ আঁত। "চিৰসেউজীয়া অপৰূপা, নহয় শকতিহীনা" গানটো যদি সামূহিক অনুভৱৰ আধাৰ, তেনেহ'লে "জনগণ শক্তি দুৰন্ত দুৰ্বাৰ গতি, নপৰে যতি"'ত সমাজক নতুনকৈ গঢ়াৰ ইচ্ছা দুৰ্বাৰ ৰূপত প্ৰকাশ পাইছে।

*সহস্ৰ গীতিমালিকা* ৰ গীতসমূহৰ আকৰ্ষণৰো যে এক বৰ্ণালী আছে তাকো অৱশ্যে স্বীকাৰ কৰিব লাগিব। তাৰ মাজতো আকৰ্ষণৰ পাহাৰ-ভৈয়াম আছে। কিন্তু প্ৰায় এই সহস্ৰ গীতলানিত আকৰ্ষণৰ পাহাৰ-ভৈয়ামৰ উচ্চতাৰ তাৰতম্য দৰ্শনীয়ভাৱে কম। আনকথাত গীতসমূহৰ ৰচনাৰ মানৰ তাৰতম্য আপেক্ষিকভাৱে কম। প্ৰায় প্ৰতিটো গীততেই কথাৰ আকৰ্ষণ উভৈনদী হৈ আছে। এয়ে এই গীতিসংকলনখনিৰ সবাতোকৈ আকৰ্ষণীয় দিশ।

এক জটিল সময়ৰ সংবেদনশীল প্ৰকাশৰূপে *সহস্ৰ গীতিমালিকাই* অসমীয়া গীতিসাহিত্যলৈ অনা এই বিশিষ্টতা আৰু বিচিত্ৰতা যে পঢ়ুৱৈ সমাজে আদৰি ল'ব তাত মোৰ সন্দেহ নাই।

গুৱাহাটী

ড° অমৰজ্যোতি চৌধুৰী

জীৱনজোৰা নিৰলস-নীৰৱ সাধনাৰ পৰিণতি...

কৈলাশ নাথ শৰ্মা (পিনাকী)ৰ

**সহস্ৰ গীতিমালিকা**

# বিষয়সূচী

## সহস্ৰ গীতিমালিকা

### প্ৰথম ভাগ

গীতিকাৰৰ পাণ্ডুলিপিত সন্নিবিষ্ট গীতিকাব্য



## সহস্ৰ গীতিমালিকা

### দ্বিতীয় ভাগ

ইতিপূৰ্বে প্ৰকাশিত গীতিকাৰৰ পাঁচখন গীতিকাব্য
সংকলনৰ পুনৰ প্ৰকাশ

# সহস্ৰ গীতিমালিকা

(১)

ফুলিছিল যত তৰা ফুল
মনৰ আকাশ শুৱাই,
আলফুলে ৰাখিছোঁ বুটলি
হিয়াৰ কৰণি ভৰাই।

বসন্তৰ সেই গধূলি
তোমাক আদৰিম বুলি
গাঁথিছিলোঁ যি মালাধাৰি
মন তৰা ফুল তুলি
স্মৃতিৰ হাতনি পেৰাত
আজিও ৰাখিছোঁ সজাই।

কত তিথি মধু লগন
হায় উকলি যে গ'ল,
কত ফাগুন আহিল গ'ল
মন যে উৰুঙা হ'ল
তথাপিও হিয়া উদঙাই
মই আছোঁ বাট চাই।

(২)

কোন তুমি মেঘালী
মন আকাশৰ বিজুলী,
মোৰ চোতালত
ফুলালাহি শুকুলা শেৱালি।

শৰতৰ আকাশখনি
ফৰকাল মুকলি
লুইতৰ পাৰত নাচে
কঁহুৱাই চুলি মেলি
আজি উদুলি মুদুলি
মোৰ মনৰে পদূলি।

কোন তুমি মেঘালী
ওঁঠত হাঁহিৰ বিজুলী
মোৰ মন আকাশৰ
সাতৰঙী বৰ্ণালী
শাৰদীয় জোনৰ
পোহৰ যেন ৰূপালী।

(৩)

ব'হাগ আহিছে মোৰ
চোতালৰ ডালিম পাতত
ব'হাগ আহিছে মোৰ
বননিৰ (মনৰ) এজাৰ ডালত।

মৰতী কুলিজনী কুউ কুউ
কৰি কৰিছে আমনি
ব'হাগৰ বাতৰি পাই আজি
কঁপে মোৰ বুকুখনি
থৌকি-বাথৌ উঠিছে
লহৰ মোৰ মনৰ মাজত।

কেঁচা যৌৱন মোৰ
গাভৰু মন কৰে উচাটন
নঙলা মুখতে অ'কুলিটি
আছেহি বৈ চেনাই ধন,
ব'হাগ আহিছে মোৰ
পদুলিৰ নাহৰ ডালত।

(৪)

জনগণ শক্তি দুৰন্ত দুৰ্বাৰ গতি, নপৰে যতি
দুৰ্নীতি দুৱাৰ ভাঙি ক্ষিপ্ৰ কৰোঁ আমাৰ গতি।

সুযোগসন্ধানী সুবিধাবাদী আছে বহুজন
চিনি পাওঁ সকলোকে, বুজি পাওঁ সিসবৰ মন
সতৰ্ক সজাগ আমাৰ দৃষ্টি আমি আমাৰ নিযতি।

চক্ৰান্তকাৰীৰ চক্ৰবেহু আমি কৰিম ভেদ
আমি লিখিম আমাৰ জীৱনৰ নতুন বেদ
আমি আমাৰ ভাগ্য বিধাতা, আমি আমাৰ নিয়তি।

সুযোগসন্ধানীৰ হীন ষড়যন্ত্ৰ কৰি ব্যৰ্থ
আমাৰ জীৱনলৈ আমি আনিম নতুন অৰ্থ
সৌ দূৰত জ্বলে আশাৰ বন্তি দুৰ্বাৰ আমাৰ গতি।

(৫)

চিৰ সেউজীয়া অপৰূপা
নহয় শকতিহীনা,
বীৰ সন্তানৰ জন্মদাত্ৰী
আই মোৰ বীৰাংগনা।

স্বৰ্গাদপি গৰীয়সী আই
মোৰ বীৰ প্ৰসৱিনী,
ৰূপে-গুণে অনুপমা আই
মোৰ শতৰুনাশিনী,
বিশ্ববন্দিতা ধৰিত্ৰী দুহিতা
নহয় শকতিহীনা।

ৰত্নগৰ্ভা অমৃতময়ী আই
বৰাভয় দাযিনী,
পুৰাণ প্ৰসিদ্ধা জননী মোৰ,
আই মোৰ বিশ্ব বিজযিনী
বিশ্ববন্দিতা ধৰিত্ৰী দুহিতা
নহয় শকতিহীনা।

(৬)

বিন্দু বিন্দু ৰক্তেৰে আমাৰ
আমি ৰচিম সাগৰ
ক্লান্তিহীন সৈনিক আমি
আমাৰ নাই যে ভাগৰ।

আহিলে আহক, আহিব দিয়া
হেৰা প্ৰলয় জোঁৱাৰ,
নামিলে নামক, নামিব দিয়া
হেৰা কলীয়া ডাৱৰ,
আমাৰ নাই যে ভাগৰ
যুঁজিম অযুত বছৰ।

কলীয়া ডাৱৰ, নিশাৰ এন্ধাৰ
দুহাতে আঁতৰাই

উষাৰ হেঙুলী কিৰণ আমিয়ে
আনিম নমাই
ক্লান্তিহীন সৈনিক আমি
আমাৰ নাই যে ভাগৰ।

(৭)

আজি কোন দূৰ-দূৰণিত বাজে বীণখনি,
পুলকিত মন শুনি সেই মধুৰ ৰাগিণী।

মন ফুলনি শুৱাই ফুলিছে তগৰ মালতী
তৰা ফুল ফুলে আকাশত আজি শাৰদী ৰাতি
মধুৰ কঁপনি তুলি বাজে মনোবীণাখনি।

কামনা কমল ফুলে আজি মন সৰসীত
আশাৰ খঞ্জন উৰে মোৰ হৃদয় ফুলনিত
শৰতৰ গধূলি কোনে বজাই বীণখনি।
(পূৰ্ণ হয় অন্তৰ মোৰ শুনি মধুৰ ৰাগিণী।)

(৮)

আজি বাসন্তী ৰঙেৰে
বোলালে কোনে আকাশৰ আঁচলখনি,
হিয়াত জাগিছে আজি মধুৰ কঁপনি
উতলা মধু যামিনী।

আজি মলয়াই বাৰু
গোপনে কিনো কথা ক'লে কাণে কাণে
মিলন মধুৰ মাধৱী
নিশাৰে বাতৰি কোনে বাৰু আনে,
প্ৰণয় সুৰভি উৰে
কামনা কুসুম ফুলে শুৱাই ফুলনি।

মিলন বাসনা জাগে
ৰুণু জুনু সুৰে মন উতলা কৰে
মন যমুনাৰ বালি
উতলা অধীৰ গীতৰ মধুৰ সুৰে
মন কঁপে ঘনে, ৰিণি ৰিণি
বাজে কিংকিনী আহে মধুযামিনী।

(৯)

আজি মোৰ হৃদয়ৰ গোপন গহন কোণত,
কোনেনো বজাই বাঁহী মধুৰ মধুৰ সুৰত।

কাৰনো মধুৰ বাণী মোৰ মনৰ মাজত,
কাৰনো চৰণধ্বনি প্ৰাণ যমুনা পাৰত,
আজি কিহৰ লহৰ নীল সাগৰৰ বুকুত।

আজি কিয়বা অশান্ত মোৰ উতলা পৰাণ,
কি সুৰে বাৰু বাৰে বাৰে মন মোৰ কৰে উন্মনা,
আনন্দৰ বেদনা জাগে অশ্ৰুহীন দুচকুত।

(১০)

বৰ্ষাক্ৰান্ত আকাশৰ বাতৰি
আছে বিজুলী নটীৰ চকুত,
বৰ্ষাস্নাতা ধৰাৰ মনৰ
খবৰ আছে ডাৱৰৰ বুকুত।

মাটিৰ বুকুত আছে আমাৰ
জীৱনৰ হেজাৰ কবিতা,
মাটিৰ বুকুতে জ্বলে আমাৰ
জীৱনৰ জয়ৰ শলিতা,
আমাৰ মনৰ খবৰ আছে
প্ৰিয়াৰ এযুৰি নীলা চকুত।

কেঁচা যৌৱনৰ উত্তাল
তৰংগ নাচে গাভৰুৰ বুকুত,
জীয়া জীৱনৰ কালিৰ
সপোনে নাচে আমাৰ দুচকুত,
গণজীৱনৰ বাতৰি আছে
জনতাৰ সবল দুবাহুত।

(১১)

কোন সুদূৰৰ বাণী
মোৰ হৃদয় পৰশি
জগাই পুলক কঁপনি,
পুলকিত কৰে মন
বননি, আকাশত
বতাহত বাজে প্ৰতিধ্বনি।

আজি কাৰ হাতৰ
মধুৰ পৰশত বাজে
সুৰ মনৰ বীণত,
কাৰ আগমনী সুৰে
মন পুলকিত কৰে
চাকি জ্বলে এন্ধাৰত
ফুলৰ সুৰভি উৰে
গীতৰ সুৰে সুৰে
পুলকিত মন কৰণি।

কি হ'ল, কি হ'ল, কিনো জানো
কি হ'ল কোনে জানে
কিয় মোৰ হৃদয় জাগে,
কাণে কাণে কোনে কি
গোপন বতৰা ক'লে
কিহৰ শিহৰণ লাগে,
কোন সুদূৰৰ বাণী
মোৰ হৃদয় পৰশি
জগালে পুলক কঁপনি।

(১২)

আজি এই শৰতৰ শেষ সন্ধিয়াত
ৰিণা ৰিণা সুৰ বাজে মনৰ মাজত।

সৰাপাত গচকি কোন গ'ল বাৰু
যোৱাজন উভতি আহিবনে আৰু
উদাস উদাস লাগে মনৰ মাজত।

উদাসী মন মোৰ উৰি যাব খোজে,
কিয়বা আজি দূৰ দিগন্তৰ সিপাৰে
উদাস উদাস লাগে মনৰ মাজত।

(১৩)

বহুৰঙী ডাৱৰবোৰে ছবি আঁকে বৰষাৰ
সাতৰঙী সপোনে ছবি আঁকে মাধৱী নিশাৰ।

সপোনৰ ৰং সানি মৰমৰ বাট চিনি
আহে মধুযামিনী যেন মোহময়ী কামিনী,
হৃদয় সৰসীত ঢৌ তুলি মিলন বাসনাৰ।

দিঠকৰ আঁৰে আঁৰে মনে মোৰ সপোন ৰচে,
কামনা কুঁৱৰীয়ে মোক সপোনত মৰম যাচে,
মনৰে পদূলিত বাজে সুৰ মিলন নিশাৰ।

(১৪)

অ' হেৰা শৰৎ কোঁৱৰ
তুমি আহিবা আকৌ এবাৰ,
মোৰ চোতালত শুকুলা
শেৱালি ফুলাবা বাৰে বাৰ।

ফুলিব শেৱালি তোমাৰ
আগমনী বাতৰি পাই,
সজাবা ধৰণীক তুমি
নতুন সাজেৰে সজাই,
জ্বলাবা শলিতা প্ৰেমৰ
তুমি আহিবা আকৌ এবাৰ।

জ্বলিব তৰাৰ দীপালী
নীল আকাশৰ বুকুত,
জাগিব যৌৱন কিশোৰী
প্ৰাণত তোমাৰ পৰশত,
শেৱালিৰ শুভ্ৰ সাজেৰে
সজাবা ধৰাক আকৌ এবাৰ।

(১৫)

মলয় বতাহ বলে কেতেকী সুৰভি উৰে
কুলি-কেতেকীৰ মাতে যৌৱন উতলা কৰে।

মন ফুলনিত উৰে ঐ
ফুলৰেনো পাপৰি, কাৰ মধু পৰশত মোৰ
হিয়া উঠে ভৰি
যৌৱন আকাশ মোৰ আজি অনুৰাগে ভৰে।

কাৰনো আগমনী সুৰ ভাঁহে আকাশত
কোনে বাৰু হাঁহে নাহৰৰ পাতৰ আঁৰত,
মলয় বতাহ বলে কেতেকী সুৰভি উৰে।

(১৬)

শুভ্ৰ বলাকাৰ ডেউকাত সপোন ৰহণসনা
দূৰণিৰ সাগৰ পাৰত বাজে বাঁহী মধুসনা।

সমীৰে বজায় বাঁহী মৃদু মধুৰ ৰাগিণী,
জাগে বনবিথী দুৰু দুৰু হিয়াৰে কঁপনি
সাগৰ নীলা দুচকুত সপোনৰে ৰহণসনা।

আজি এই মধুক্ষণ মন জানো কিহত মগন,
উতলা অধীৰ যৌৱন জাগে পুলক শিহৰণ,
মন যমুনা পাৰত বাজে বাঁহী মধুসনা।

(১৭)

তুমি মোৰ সুৰ সাগৰৰ জীৱন্ত লহৰী
মোৰ হৃদয় মণিকোঠাৰ মাণিকী-মধুৰি।

মনৰ দিগন্তত উৰি ফুৰা শুকুলা হংসিনী,
ক্লান্ত সন্ধিয়াৰ তুমিয়ে মোৰ শান্তিদায়িনী,
জীৱন্ত লহৰী অপৰূপ ৰূপৰ মাধুৰী।

ফাগুন ৰঙীন মন আকাশৰ জোন জোনালী
মাধৱী নিশাৰ মোৰ মানসৰ সোণ সোণালী
কবিতা কাননৰ তুমিয়ে কল্পনা কুঁৱৰী।

(১৮)

বা ৰিব্ৰিব্, বা ৰিব্ৰিব্
মলয়াই জানে,
কোন দূৰ ফুলনিৰ ফুলৰ
সুবাস আনে।

ধীৰে ধীৰে মলয়াই মোৰ
মন উৰুৱাই,
দূৰণিৰ কোন মৰমীৰ বাতৰি
আনে কঢ়িয়াই,
গানে গানে গোপন কথাটি
ক'লে কাণে কাণে।

মন হৰে প্ৰাণ হৰে মোৰ
যৌৱন উতলা কৰে,
মোৰ মন ফুলনিত
সপোন পখিলী উৰে,
আজি মলয়াই মোৰ
প্ৰিয়াৰ বাতৰি আনে।

(১৯)

আজি এই জোনালী নিশা
বাজে হৃদয় বীণা,
মন নাচে অকাৰণ কাৰনো
এই কৰুণা।

জোনাকী পথেৰে নামে
কোন কোঁৱৰ সুন্দৰ,
হৃদয় বীণত তোলে
আজি সুৰৰে লহৰ,
কাৰ এই কৰুণা
বাজি উঠে হৃদয় বীণা।

সুৰে সুৰে পূৰ্ণ হ'ল
আজি মনৰ আকাশ,

হৃদয়ত লাগে আজি
সুৰৰ অমৃত পৰশ
পূৰ্ণ হ'ল মনৰ বাসনা
সুৰৰ সাধনা।

(২০)
প্ৰণাম, হে মোৰ দেশৰ পতাকা,
প্ৰণাম, হে মোৰ দেশৰ জনতা।

আসমুদ্ৰ হিমাচল, আজি জাগে,
জয়হিন্দ ধ্বনিৰে আকাশ কঁপে,
প্ৰণাম হে মোৰ দেশৰ পতাকা।

জনমানসত জ্বলে আশাৰ নবীন সূৰ্য
দিকে দিকে বাজে, আজি বিপ্লৱ তূৰ্য
মোহমুক্ত আজি দেশৰ জনতা।

(২১)
উষাৰ কপাল শুৱাই
কোনে বাৰু আঁকে
পোহৰৰ আল্পনা,
এন্ধাৰ ধৰাৰ বুকুত
কোনে ছটিয়াই
সৰগী জ্যোতিৰ্কণা।

কাৰ হাতৰ পৰশ
লাগি ৰাতিৰ
পৃথিৱী উঠে জাগি,
শুকান গছৰ ডালত
ফুলে ফুল কিনো
বাৰু যাদু লাগি,
ক্লান্ত জীৱনৰ পদূলিত
ফুলাই আশাৰ
সেউজী কামনা।

জননী বক্ষত কোনেনো
বোৱাই অমৃত
নিজৰাৰে ধাৰ,
ফলে ফুলে সেউজীয়া
প্ৰকৃতি মাতৃ কাৰ
বাৰু উপহাৰ,
কোন তেওঁ কৰুণাময়
অপৰূপ সুন্দৰ
কিহৰ এ কৰুণা।

(২২)
মোৰ জীৱন বোৱতী সুঁতি
কোনে বাৰু দিলে ভেটি,
মচি দিলে ৰূপ জেউতি
কাল নিশা মাতে নিযতি।

অভাগিনী মই মৰম মায়াতে
হৈছিলোঁ বন্দিনী,
ৰচিছিলোঁ জীৱনৰ কতনা
সপোন শুৱনি,
কুহকিনী ৰজনী হৰি নিলে
জীৱনৰ জেউতি।

কোনেনো শুনিব আজি
মোৰ এই জীৱন কাহিনী,
ভগা বীণখনিত বাজে
মাথোন কৰুণ ৰাগিণী,
উকা হ'ল কপালখনি
কালনিশা মাতে নিয়তি।

(২৩)
মোৰ জীৱনলৈ পলাশ
ৰঙীণ হৈ আহিছিল ফাগুন,

ময়ো সখি ৰচিছিলোঁ
যৌৱনৰ (এটি) মধুৰ সপোন।

অতনু দক্ষিণাই মোৰো মন
এবাৰ দিছিল ৰঙাই,
গাভৰু দেহা হৈছিল উচাটন
গোপন বাতৰি পাই,
ময়ো সখী ৰচিছিলোঁ
জীৱনৰ এটি মধুৰ সপোন।

সোঁৱৰণী সুৰদিয়ে হায়
আজি মোক সিঞ্চাৰি যায়,
বুকু ভাঙি দুধাৰি চকুলো
বয় মোৰ দুগাল ধুৱাই,
মোৰো জীৱনলৈ পলাশ
ৰঙীণ হৈ আহিছিলে ফাগুন।

(২৪)

এই নদী মৰম নদী বয় সখী নিৰৱধি,
চেনেহ মোহনাত ৰচে সখী মিলন জলধি।

বিৰহ হেঙাৰ ভাঙি হেঁপাহৰ লহৰ তুলি,
মিলনৰ সেঁতু ৰচে হৃদয়ৰ দুৱাৰ মেলি,
এই নদী মৰম নদী বয় সখী নিৰৱধি।

এই নদীৰ তীৰে তীৰে কামনা পংকজ ফুলে,
এই নদীৰ ঢৌৱে ঢৌৱে প্ৰণয় পানচৈ দোলে
দুটি মন মোহনাত গৈ ৰচে মিলন জলধি।

(২৫)

জীৱন ডিঙা মোৰ
চপাই ঘাটে ঘাটে,
জনে জনে সুধিলোঁ
কি লাগে লোৱা
ডিঙা মোৰ নাহে
উভতি আৰু এই ঘাটে।

এই বাটে জীৱনে মোৰ
মাগিলে মেলানি,
এই বাটে নাহোঁ উভতি
নেপাতোঁ পাতনি,
নবজাবা কামনা বীণ
আৰু এই ঘাটে।

ৰূপৰ শিখা মোৰ
জ্বলি জ্বলি শেষ হ'ব,
কালৰ আঁচোৰ লাগি
দেহাও যে অৱশ হ'ব,
ডিঙা হ'ব খালী
মনাই কোনোবা ঘাটে।

(২৬)

অ' দাৱনী
হাততে কাঁচিখনি
তুলি ল অ' লাৱণি,
পথাৰৰে
লখিমী মাতে হাত
বাউলী তোকে দাৱনী।

আমি দাৱমগৈ
আমি চপামগৈ
আহ দাৱনী,
মাণিকী-মধুৰিৰ
থোক ঐ সোণ
গুটি শুৱনি
পথাৰতে হালি
জালি আজি নাচে
সোণালী ধাননি।

ঘৰমুৱা
পথাৰৰ লখিমী

ঘৰলৈ আহিব আজি
আদৰি
সাদৰি দুহাতে সাবটি
আনোঁগে আহ আমি
অ' লাৱণি
হাততে কাঁচিখনি
তুলি ল অ' দাৱনী।

(২৭)

মদন মনোহৰ নয়নাভিৰাম।
গোকুল বিহাৰী কৃষ্ণ সুন্দৰ শ্যাম।।

মোহন মুৰুতি কৃষ্ণ মধুৰ নাম।
পদ অম্বুজ ৰেণু শোভে ব্ৰজধাম।।

সৰ্বধাম উত্তমধাম মন বৃন্দাৱন।
সৰ্বধাম উত্তম তুমি দৈৱকী নন্দন।।

সৰ্বনাম উত্তম কৃষ্ণ মধুৰ নাম।
কৰযোৰে জনাও চৰণত প্ৰণাম।।

(২৮)

কোন পিনে গ'লে পাম বৃন্দাৱন ধাম।
ক'ত আছে তেওঁ মুৰুলী মোহন শ্যাম।।

আহে নেকি ভাবি মোহন শ্যাম কানু ৰায।
গোপিনী আশালৈ মই যে আছোঁ বাট চাই।।

সজাই পৰাই মোৰ মন ব্ৰজধাম।
জীৱন যমুনা পাৰ হ'লে জানো পাম,
মোৰ কামনাৰ সেই বৃন্দাৱন ধাম,
বাঁহী বজায য'ত মোহন কানু শ্যাম।।

(২৯)

শুকান মৰুভূ পাৰ হৈ
ভাবিছিলোঁ পাম গৈ
সোণালী এটি দ্বীপ
জীৱন জলধিত,
সোণালী শৈশৱ পাৰ হৈ
ভাবিছিলোঁ পামগৈ
কামনাৰ পংকজ
যৌৱন সৰসীত।

তৰা জিলমিল অ'মন
আকাশৰ পদূলি,
মই ভাবিছিলোঁ এ' জীৱন
মাথোন ধেমালি,
সপোন পখিলী
উৰে মন ফুলনিত।

যৌৱন ফুলনিত
কামনা বোকা আঁঠুৱনী,
প্ৰিয়তমা প্ৰেমিকা
বান্ধে মোৰে কাল নাগিনী,
নিৰাশা ফুটুকণি
জীৱন জলধিত।

(৩০)

বানেমৰা ৰোৱা নেতাৰ মুখৰ বাণী শুনিলোঁ বহুত,
সেই আষাৰ কথাকে কওঁ যদি জগৰ লাগিব ত'ত।

অ' বোলো ৰাইজ নকওঁ নুবুলি জানো থাকিব পাৰি
নাকৰ তলৰ ফটামুখ জানো হাতেৰে ঢাকিব পাৰি,
সজ কথা ক'লে লাগে যদি পৰিব পৰিম জগৰত।

সেয়েহে বোলো ৰাইজ এষাৰ কথা কওঁ বুলি ভাবিছোঁ,
এ দেশ অকল ডা ডাঙৰীয়াৰ নেকি সুধিব খুজিছোঁ,
আছে অ' বোলো ৰাইজ হালোৱা-চহাৰো অধিকাৰ আছে,
নিৰ্বাচনত মতদান গণতান্ত্ৰিক অধিকাৰ আছে,
অধিকাৰ নাই প্ৰতিবাদ কৰাৰ নক'ব য'ত-ত'ত।

(৩১)

গাভৰু মন অনুৰাগ সঘন কৰে ৰাই জাই,
নেমানে বুজনি পীৰিতি পৰশে কঁপনি জগায়।

লুইতৰ পাৰৰে এডৰা ধাননি পথাৰ শুৱনি,
সেউজ বুলীয়া ঝাউ গছে শুৱনি ব'হাগ বননি,
কামনাৰ ফুল ফুলে, মন পদূলি জকমকাই।

আজি ব'হাগ আহিছে শুনি কঁপে মনৰে বননি
মিলন আকুল মন জ্বলে হায় বিৰহ অগনি,
মনৰে আশা বিৰহ বা-মাৰলী নিয়ে উৰুৱাই।

(৩২)

ঢোল বায় ঢুলীয়া
ঢোলতনো মাৰিলে চাপৰ
ঘনাই লৰাই হাত,
ছন্দ পাই নাচনী
সাজি-কাছি ওলালে
মুগা ৰিহা মেৰিয়াই গাত।

অ' বোলো নাচনী
চিতপখিলী ক'লৈনো
ওলালি ততযে নাই গাত
বৰহমঠুৰীৰ বোলেৰে
ওঁঠ যে বোলালি
জেতুকাৰে বোলালি হাত।

নপানী বঢ়াদি বাঢ়ি যে আহিছ অ'
বোলো মন কৰিছনে নাই,
ঘনাই লৰে বুকু উজনি নামনি
গাভৰু মন কোনে বুজি পাই.
যৌবন পচোৱাই মন উৰুৱাই
ইচাটি বিচাটি লাগিছে গাত।

বুজিছোঁ, বুজিছোঁ অ' বোলোঁ বুজিছোঁ,
নওলাৰ সিপাৰে সুহুৰি শুনিছোঁ,
চকুৰে চাবনি দেখিছোঁ, দেহাতে
পীৰিতি বনজুই জ্বলা দেখিছোঁ,
ঢুলীয়া চেনাই ঢোলত মাৰিছে
চাপৰ, ৰাই-জাই লাগিছে গাত।

(৩৩)

ৰঙা ৰঙা পলাশে বননি শুৱাই,
ডালে ডালে পখীয়ে কিনো গীত গায়।

গীতৰ সুৰে আজি মন যে কঁপাই
প্ৰীতিৰ লহৰে হৃদয় যে ওপচাই।

মিলন আকুল প্ৰীতিৰ নিজৰাই,
কাৰ হৃদয় জলধি বিচাৰি যায়।

থমকি ৰয় জলধি তীৰতে হায়,
উভতি চাই তোমাক কাষতে পায়।

(৩৪)

বাজে শংখ, বাজে ঘণ্টা, জ্বলে দীপ শিখা পোহৰৰ,
বিশাল আকাশে দিয়ে আশ্বাস বিশাল জীৱনৰ।

ৰুদ্ধগতি নগৰীত নাই আজি জীৱনৰ স্পন্দন,
ৰুদ্ধঘৰ, ৰুদ্ধ জীৱন, মাথোন অদৃশ্য বন্ধন,
জ্বলে বাধাৰ অগ্নিগড়, মুক্ত দুৱাৰ জীৱনৰ।

মুক্ত আকাশ, মুক্ত বতাহ, মুকলিমূৰীয়া মন,
মুক্ত জীৱনৰ প্ৰবাহ, উন্মুক্ত হৃদয় গগন,
বাজে শংখ, বাজে ঘণ্টা, জ্বলে দীপ শিখা পোহৰৰ।

(৩৫)

ফাকু খেলে ব্ৰজনাৰী— হাত যে ৰঙীন,
ফাকু খেলে ৰাধাৰাণী— হাত যে ৰঙীন,
নন্দৰ কুমাৰ মধুৰ বচন।
ৰাধিকাৰ নীলা শাৰী—- ফাকুৰে ৰঙীন,
যমুনাৰ নীলা পানী—— ফাকুৰে ৰঙীন
নন্দৰ কুমাৰ মধুৰ বচন।

হাতে হাতে পিচকাৰী— মনোহৰ ভংগী
গালে-মুখে ফাকুগুড়ি— মনোহৰ ভংগী
নন্দৰ কুমাৰ মধুৰ বচন।
তিতিল ৰাধাৰ শাৰী— লাজতে ৰাঙলী,
অংগ ঢাকে ব্ৰজনাৰী— লাজতে ৰাঙলী
নন্দৰ কুমাৰ মধুৰ বচন।
মধু দেউল পূৰ্ণিমাতে— ফাকু খেলে হৰি,
মধুবন বৃন্দাৱনতে—— ফাকু খেলে হৰি
নন্দৰ কুমাৰ মধুৰ বচন।
মধুৰ মোহন মূৰুতি—— দোলে বনমালা
ফাকু খেলে কমলাপতি—দোলে বনমালা
নন্দৰ কুমাৰ মধুৰ বচন।

(৩৬)

গুঞ্জিত ভ্ৰমৰ পুষ্পিত কানন,
লাজত ৰক্তিম তৰুণ আনন,
ছন্দে ছন্দে দোলে হৃদয় গগন।

তৃষিত প্ৰাণত আদিম বাসনা,
মথিত দেহত যৌৱন কামনা,
ছন্দে ছন্দে দোলে হৃদয় গগন।

চুম্বিত অধৰ ঈপ্সিত লগন,
ৰসত উতলা ঘনে শিহৰণ,
ছন্দে ছন্দে দোলে হৃদয় গগন।

নন্দিত যৌৱন বন্দিত মদন,
পুলক সঘন দুটি তনুমন,
ছন্দে ছন্দে দোলে হৃদয় গগন।

(৩৭)

মইযে বিভাবৰী
তমসা নন্দিনী
মোৰ বুকুতে ৰাখিছোঁ লুকাই
কতনা কৰুণ কাহিনী।

জানো কত কথা বিৰহী প্ৰাণৰ
গুপুত বাসনাৰ,
মই জানোঁ কত কাহিনী বঞ্চিতা
প্ৰেমিকাৰ বঞ্চনাৰ,
মোৰ বুকুত বাজে অশ্ৰু সজল কত
ব্যথাৰ ৰাগিণী।

বিৰহ মিলন কত কথা জানোঁ মই
মই বিশ্বনিন্দিতা,
কুহকিনী বুলি মই কলংকিনী
মই চিৰ উপেক্ষিতা,
মোৰ বুকুতে ৰাখিছোঁ লুকাই কত
কলংকৰ কাহিনী।

(৩৮)

হে অতীত সময়,
হে বিস্মৃত সময়
তুমি আজি যোৱা উলটি,
তোমাৰ বুকুতে
শেষ হক আজি
অতীত গ্লানিৰ স্মৃতি।

নৱ যুগৰ
নৱ চেতনা
জাগে নতুন কামনা,
আজি জনগণ
মানসত বাজে
ব'হাগী গগনা,
হে বিস্মৃত সময়
তুমি আজিয়ে
যোৱাগৈ উভতি।

সপোন বুলীয়া
সময়ৰে পদধ্বনি
শুনিছোঁ আমি,
নতুন ছন্দৰে লহৰ
প্ৰাণে প্ৰাণে আজি
দেখোঁ উঠিছে জাগি,
নোৱাৰে ভেটিব
আৰু নতুন
যুগৰ অগ্ৰগতি।

(৩৯)

সোণ তই নকৰিবি ভয়
এন্ধাৰ আঁতৰি পলাই,
নতুন যুগৰ ৰাঙলী বেলি
চা হেৰ' আহিছে ওলায়।

পুৱতিৰ দুৱাৰ ভাঙি পোহৰৰ
ধল আহিছে নামি,
নতুন যুগৰ নতুন পুৰুষ তই
আগুৱাই যাবি,
অতীতৰ অভিশাপ গ্লানিৰ
বোজা দিবি দলিয়াই।

অকণি জোনাকী পৰুৱাই
চা হেৰ' এন্ধাৰ কৰে জয়,
পুৱতিৰ স'তে যাবি ওলায়
আজি নাই কোনো ভয়,
এন্ধাৰৰ মাজতে আছে
হেৰ' বগা পোহৰ লুকাই।

(৪০)

নিয়ত মৃত্যুৰ বিভীষিকাই
প্ৰলয়কো হাৰ মনাই,
ক্লান্ত ৰাজপথে শুনা তাকে
কয় ৰিঙিয়াই, ৰিঙিয়াই।

মৃত্যুৰ স'তে যুঁজি যুঁজি জীৱনৰ
অৰ্থ বুজিছোঁ আমি,
অমৃত প্ৰাৰ্থী নীচ কামনাৰে
দেৱতা নহও আমি,
সেয়েহে মৃত্যু নেওচি মৰণ
বিজয়ী আমি আহিছোঁ ওলায়।

মোক্ষকামী নহও আমি, নাই
আমাৰ স্বৰ্গৰ কামনা,
বুকুৰ কুটুম মৃত জনতাৰ
চিতা সাজিলোঁ কতনা,
শত মৃত জনতাই নিয়ত
জগাই নতুন প্ৰেৰণা,
শ্ৰান্ত, ক্লান্ত চণ্ডাল আমি অন্ত্যজ
বুলি আমাক সমাজে ঘিণায়।

(৪১)

হেৰ' পাহাৰৰ আঁজলী
হৰিণী ভেলেঙি চাৱনি,
তই ভৈয়ামলৈ নাহিবি
নামি দেখি সেউজীয়া ঘাঁহনি।

যদিও পাহাৰত আছে
খলা-বমা তথাপি ভাল,
মানুহৰ ভৈয়াম ভয়াল
আছে হেৰ' মহাকাল
ভেলেঙি লাগি নেথাকিবি চাই
দেখি সেউজীয়া ঘাঁহনি।

ভৈয়ামৰ ঘাঁহনি মৃত্যু
বননি তই উভতি যা,
শিয়ালৰ শঠা মিতিৰালি
তই হেৰ' পাহৰি যা,

নাহিবি দুনাই উভতি যাগে
হেৰ' আঁজলীজনী।

(৪২)

ধনৰ মোনা মই বিচৰা নাই
টাটা বিড়লাও হ'ব খোজা নাই।

হোজা গাঁৱলীয়া নাগৰিক মই
তেজাৰ চতুৰালি নেজানোঁ মই
নাজিৰ উজিৰ হ'ব খোজা নাই।

মই বিচাৰিছোঁ মোৰ অধিকাৰ,
এই দেশৰ সৎ নাগৰিক হোৱাৰ,
হৰিদাস মুন্দ্ৰা হ'ব খোজা নাই।

(৪৩)

য'তেই নেথাকা কিয় হেৰা
মোৰ অনামিকা প্ৰিয়া,
তোমাৰ স্মৃতিৰ জোনাকে
উজলি ৰ'ব মোৰ হিয়া।

সময় উঁৱলি যাব, চকুৰ
জেউতি মলিন হ'ব,
সেউজীয়া পথাৰখনি
ছিৰিলি ছিৰিলি হ'ব,
তথাপি তোমাৰ স্মৃতিৰে
উজলি ৰ'ব মোৰ হিয়া।

বিধিৰ লিখন যিয়ে হওক
মন কৰণি ভৰাই,
মৰম মাধুৰী ৰাশি তোমালে'
মই ৰাখিমে সজাই,
য'তেই নেথাকা কিয় হেৰা
মোৰ অনামিকা প্ৰিয়া।

(৪৪)

হেৰ' চাইছ কি?
এয়া মৰি সুঁতি কলঙৰ ঘাট,
বাটৰুৱা কাই,
ইয়াত বহিছে মৰণৰ হাট।

সূৰ্যমুখী কত জীৱনৰ
হেৰা হ'ল অৱসান,
বিধিৰ বিধান মচিব
নোৱাৰি ললাট লিখন,
দেও-ভূতে নাচে ইয়াতে
কাৰো মুখত নাই মাত।

তই বাৰু ভাবিছ কি,
হেৰ' তই বাৰু চাইছ কি?
হেৰ' বাটৰুৱা কাই,
চাবলৈ বাৰু আছেনো কি?
নেতাই ধুবুনীৰ ঘাট
বহিছে মৰণৰ হাট।

(৪৫)

ওলোটাই ঘূৰে হেৰা ৰথৰ চকৰি
কাণত লৈ হোলোঙা মাৰি
ওলাই আহিছে সবে অধিকাৰ বিচাৰি।

ওলাই আহিছে আজি নদাই ভদাই,
লগে লগে ৰূপাই পেহী, আঘোণী বাই,
হাতে হাতে দা কুঠাৰ ডবুৱা কটাৰী।

আওহেলা, অপমান অবিচাৰ ভাৰ
সোণাৰাম বৰাই বিচাৰে প্ৰতিকাৰ,
বন্দুকধাৰী হেৰা, সাৱধান হিলৈদাৰী।

অসমৰ ৰণুৱাই ধৰে ৰণচালি
হালোৱা বনুৱাৰো হাত নহয় খালী
ওলোটাই ঘূৰে আজি ৰথৰ চকৰি।

(৪৬)

শিক্ষিত যুৱক যদিও মই
তথাপি নিৰুপায়,
অতি বৃদ্ধ পিতৃ আৰু চিৰ
ৰুগীয়া যে মোৰ আই,
সোধে মোক সেহাই সেহাই
কিবা হ'লনে উপায়।

জীৱিকাৰ উপায় এটি খালী
ঠাই বিচাৰি বিচাৰি
ক'তো যে নেপালোঁ সঁহাৰি
মাথোন খালোঁ হাবাথুৰি
বেদনাত বুকু কঁপাই
পিতাইয়ে পুতৌ জনায়।

'দাৰিদ্ৰ্য মোচন' ধ্বনি
শুনিবলৈ ইমান শুৱলা,
'সেউজ বিপ্লৱে' আজি হেনো
কৰে ধৰণী সুফলা,
'কুৰিটি বাটৰ' কোনটি
আঁচল কোনে চিনি পায়।

(৪৭)

খোপা পিছলি পৰা ওৰণিখনি
কাণত জ্বলে জাংফাই কেৰুমণি।

গোমচেং মেখেলা শুৱাই কঁকাল
শুৱনি বুকু ঢাকি ৰিহাৰে আঁচল
ন-বোৱাৰীজনী মজিয়া শুৱনি।

বৰনৈৰ পাৰৰে কঁহুৱা বননি
নেজাল জোনেবিৰি ডিঙি শুৱনি,
ঘৰৰে শুৱনি ন-বোৱাৰীজনী।

(৪৮)

উষাৰ ৰহণ জানো হেঙুলি
জনপথ জনতাৰ তেজেৰে ৰাঙলী,
আই তোৰ চৰণত দিছে ঢালি
ৰঙা জবা ফুল আঁজলি আঁজলি।

উদয়ৰ পথ আজি ৰুদ্ধ যে হ'ল
সূৰুযৰ ৰং তেজৰঙা হ'ল,
বিক্ষুব্ধ গণদেৱতা আজি
উঠিছে জাগি, হেৰ, সাৱধান হ'বৰে হ'ল,
আই তোৰ পূজাৰ বেদীত জনতাই
দিয়ে আজি ৰক্তিম ৰক্ত অঞ্জলি।

অন্যায়, অবিচাৰ প্ৰতিৰোধ পৰাংমুখ
শাসনৰ ইতিহাস ভাঙি,
যুগাগ্ৰগামী সংগ্ৰামী প্ৰগতি উন্মুখ
জনতাই কৰিব নতুন সৃষ্টি,
বিক্ষুব্ধ দেশৰ জনগণে বিচাৰিছে
আজি আই তোৰ আশিস নিৰ্মালি।

(৪৯)

তাহানিৰ দিনবোৰ মিলন
মধুৰ, মধু স্মৃতি সনা,
তোমাৰ বাবে ৰচা মোৰ কবিতা
মৰম পৰশ সনা।

কত গান, কত মান, অভিমান
হেৰা আৱেগবিহ্বল,
বিৰহ বিধুৰ প্ৰাণ স্মৃতিয়ে
কঁপায় মনৰ আঁচল,
তাহানিৰ দিনবোৰ আৱেগ
বিধুৰ, মধু স্মৃতিসনা।

স্মৃতিৰ পটত আঁকা আছে
কত ছবি মিলন মধুৰ,

মন চেতাৰৰ তাঁৰত বাজে
আজি কিযে কৰুণ সুৰ,
তোমাৰ বাবে ৰচা মোৰ
কবিতা কৰুণ আবেগ সনা।

(৫০)

জীৱন বোঁৱতী নদীত শুকান বালিচৰ পৰে,
জীৱিকাৰ উপায় বিচাৰি জনতা ভাগৰি পৰে।

কপালৰ ঘাম মাটিত পেলাই হাড়ক মাটি কৰি
মাণিকী-মধুৰি আনে যে চপাই তেজক পানী কৰি,
লোকে ৰাখে ভঁৰাল ভৰাই লোকৰহে বুকু ভৰে।

জীৱনৰ চাপৰি ওখোৰা-মোখোৰা কৰিলে কোনে,
আমাৰ জীৱিকাৰ বাটত হেঙাৰ দিয়েনো কোনে,
উজটিত নখ ভাঙে কিয় জীৱন ভাগৰি পৰে।

খেতি যায় উটি, কাতিৰ শেষত টেকেলী যে কাতি
আধাদিন আধাপেটী ধৰুৱাই নিযে ভেটিমাটি,
জীবিকাৰ উপায় বিচাৰি জীৱন ভাগৰি পৰে।

(৫১)

লুইতৰ পাৰৰে হেৰ অ' গাঁৱলীয়া
বনগীতে বিহুগীতে উখল-মাখল হিয়া।

পিৰালিত বহি তই কিনো ভাবিছ গুণিছ,
কিনো চাই হেৰ ঐ আকাশ-পাতাল ভাবিছ,
জঁই পৰি ক'লা পৰি গ'ল কিয় তোৰ হিয়া।

নদন-বদন তাহানিৰ তোৰে ঘৰখন,
লুইতৰ বলিয়া বানে কৰিলে থানবান।
সবল হাতেৰে সাজি সাহসৰ মথাউৰি,
কপালৰ ঘামেৰে জীয়াই মাণিকী-মধুৰি
সজাই তোল ঘৰ তোৰ পথাৰ কৰ সেউজীয়া।

(৫২)

ইকূল-সিকূল মনৰ দুকূল
ভৰি ফুলে ফুল,
দুয়ো দুয়োতে মগন, দুজনাৰ
নাই সমতুল।

সময় সোঁতত উটি অহা
আমি দুটি প্ৰাণ,
যুগৰ বাৰিধি পাৰত
বহি গাওঁ যে গান,
গধূলি লগন আকাশত
ফুলে তৰা ফুল।

মনৰে ৰঙীন কামনা
হিয়াৰে মিলন বাসনা,
লিখা হ'ল আমাৰ মিলন,
তুমি জানানে নেজানা,
আহিছে সেই মধুৰ লগন
তুমি নকৰিবা ভুল।

(৫৩)

মণিৰাম আমাৰ তীৰথ সিং আমাৰ,
ৰাণী গাইডলু, আমাৰ আমাৰ।

মই ভৈয়ামৰ আৰু তুমি পাহাৰৰ
দুয়ো ভাই মিলি ৰচোঁ সাঁকো মিলনৰ,
এই দেশ বাৰু কাৰ, আমাৰ আমাৰ।

আমাৰ মাজত নাই কোনো ভেদাভেদ
পাহাৰ-ভৈয়াম বুলি নাই যে প্ৰভেদ
কোনে ছিঙিব মৈত্ৰীৰ বন্ধন আমাৰ।

(৫৪)

এই মন ফুল হৈ ফুলি ৰয়
সুবাস বিলায়,
কমোৱা তুলাৰ দৰে মন
দুৰলৈ উৰি যায়।

আলসুৱা মন মোৰ
মাথোন উৰোঁ উৰোঁ কৰে,
আলাসতে ভাঁহি ফুৰে
শৰতৰ মেঘৰ দৰে,
প্ৰীতিৰ পৰশ পাই
লাজতে মূছকঁছ যায়।

মাহ-হালধি সানি লৈ
এই মন ব'হাগ হয়,
কুঁহি কোমল এ'মন
বনগীত এফাকি হয়,
গাভৰু এ'মনে যৌৱন
লগৰী বিচাৰি যায়।

(৫৫)

এক দুই তিনি গণনাৰ অন্ত কৰি,
গুচি গ'লা নেকি বাৰু অভিমান কৰি।

ওৰে জীৱন কৰিলা হৰণ-পূৰণ,
হয়তোবা কত আশা ৰ'ল অপূৰণ,
তথাপিও হাঁহি হাঁহি উটুৱালা তৰি।

যিমান দিলা হয়তোবা নেপালা সিমান,
পোৱা নোপোৱাৰ আজি হ'ল অৱসান,
বিয়োগৰ ফল শূন্য থাকিল পৰি।

*(বন্ধু যোগেনৰ স্মৃতি সোঁৱৰণী)*

(৫৬)

বিভেদৰ প্ৰাচীৰ গঢ়ি
আমাৰ গতিত যদি
কোনোবাই দিয়ে যতি,
আমি নৰও থমকি
আমি নাহোঁ উলটি।
হিংসাৰ কুঁৱলী জাক
প্ৰীতিৰ মলয়া ছাতিৰে
দিম আঁতৰাই,
বিদ্বেষ অগনি জ্বলাই
ঐক্যৰ বৰঘৰ পুৰিব
খোজে যদি কোনোবাই,
মৈত্ৰীৰ বৰুণৰূপে সেই
জুই দিম নুমুৱাই,
অনৈক্যৰ বিহগছ
পুলিতে পেলাম কাটি।

প্ৰতিক্ৰিয়াশীল শকুনিৰ
হীন ছলনা
বদন, বিভীষণহঁতৰ বিভাজন বাসনা
ব্যৰ্থ কৰি আমি গঢ়িম
ভ্ৰাতৃত্বৰ ভেটি
কোনোৱে নোৱাৰে ৰুধিব
আমাৰ অগ্ৰগতি।

(৫৭)

হে আই কৰুণাময়ী শকতি ৰূপিণী
মাতৃ তুমি, পিতৃ তুমি, তুমিহে জননী।

পিতৃহীন, মাতৃহীন, মই আশ্ৰয়হীন
সংসাৰ সাগৰত মই কাণ্ডাৰীবিহীন
তুমি বিনে নাই আন গতিহে, ভৱানী।

গতি তুমি, মতি তুমি, তুমি দয়াময়ী,
ভকতি ৰূপিণী মাতৃ তুমি গুণময়ী
নিজ গুণে ক্ষমিবা মোক, আই ভৱানী।

(৫৮)

চঞ্চল এযুৰি চকুৰ চাৱনিয়ে
মন মোৰ আজিও উন্মনা কৰে,

এৰি অহা দিনৰ সোঁৱৰণীয়ে
আজিও হৃদয় মোৰ উতলা কৰে।

সন্ধিয়া তুলসী তলৰ এগছি বন্তিৰ
পোহৰে তোমাৰ কথা মনলৈ আনে,
গধূলি বেলিৰ মলয় সমীৰ জাকে
তোমাৰ কথা কয় কাণে কাণে,
বকুল ফুলেৰে গঁথা এধাৰি মালাৰ
সুৰভিৰে মন উপচি পৰে।

তাঁতশালে মাতিলে
জেতুকা বুলীয়া
এখনি হাতৰ কথা মনত
পৰে ব'হাগ আহিলে,
মাহ হালধিৰ গোন্ধতে মন নাচে
পেঁপাৰ সুৰে সুৰে নাহৰ ফুলিলে
নাচনী নাচিলে, ঢুলীয়া ওলালে
মন উৰে কমোৱা তুলাৰ দৰে।

(৫৯)

হৃদয় নদীৰ বুকুত
আবেগৰ কঁপনি লাগে,
থৌকি-বাথৌ ঢউৰেনো
তালে তালে শিহৰণ জাগে।

মন বৃন্দাবন কঁপে,
বাজে কিনো সুমধুৰ বেণু,
হৃদয় আকাশ-শোভে
দেখোঁ সাতৰঙী ৰামধেনু,
দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে কামনা
আবেগ কম্পন জাগে।

অনুভূতিৰ কঁপনি লাগি
মন হয় পুলকিত,
পুলক পৰশ লাগি
কামনা হয় যে বিকশিত,
বিকশিত মন কাননত
আবেগ পৰশ লাগে।

(৬০)

ক্ষুধিত জনগণ নেজানে ধৰ্ম,
কৰ্মবিহীন কৰে যে অকৰ্ম।

শাস্ত্ৰ যদি সত্য ধৰ্ম যদি ৰয়,
হেনো সেই দোষ ৰাষ্ট্ৰত বৰ্তয়,
দৰিদ্ৰৰ নাই ধৰ্ম-অধৰ্ম।

ক্ষুধা মহাব্যাধি হৰে সৰ্বজ্ঞান
ন্যায় বিচাৰ নেমানে বচন
অৰ্থহীন নীতি নাই কোনো ধৰ্ম।

(৬১)

'অ'ই বোলে আমাৰ
আছে অধিকাৰ,
'ক'ই বোলে আমি জানো
কৰ্তব্য আমাৰ।

'চ'ই বোলে চাপৰিলে
বৰষুণ নেৰে,
চাপৰিলে হেৰা
মেঘো যে নাতৰে।
'দ'ই বোলে অনুপম এই
দেশ আমাৰ।

'স'ই বোলে সংবিধানে
হেৰুৱালে শুচিতা
অসহায় জনগণ নাই
ব্যক্তি স্বাধীনতা।

'হ'ই বোলে হক কোৱাৰ
আছে অধিকাৰ।

(৬২)

ডেৰকুৰিৰ ডেওনা পাৰ
হৈ চকু মেলি চাই
দেখিলোঁ আয়ে কান্দিছে
দুগালে চকুলো বোৱাই।

শৈশৱ কাল গ'ল ওমলোঁতে,
ল'ৰা-ধেমালিতে,
যৌৱন কাল যে গ'ল ৰঙীন
সপোন দেখোঁতে
ৰঙীন সপোন আজি চকুলো হৈ
আইক কন্দুৱাই।

এইবেলি আমি নিজকে বুজিছোঁ
আনকো যে চিনিছোঁ,
এইবেলি আমি আই ৰণুৱা
সাজেৰে সাজিছোঁ
আই তোৰ চকুলো মচিবলৈ
আহিছোঁ ওলাই।

(৬৩)

সংগ্ৰামী জনতাৰ বুকুৰ তেজেৰে
ৰাজপথ ৰাঙলী হ'ল,
সংগ্ৰামী হেজাৰজনৰ কণ্ঠৰ ধ্বনিৰে
আকাশ কম্পিত হ'ল।

হেজাৰ কণ্ঠৰ প্ৰতিবাদ প্ৰতিধ্বনি
শুনি কঁপে বুকুখনি,
চহৰে-নগৰে জ্বলে আজি প্ৰতিবাদ
প্ৰচণ্ড বিদ্ৰোহ অগনি,
সাজু হ'বৰে হ'ল হেৰ' বনুৱা, আজি
ৰণুৱা সাজিবৰ হ'ল।

এই সংগ্ৰাম মানুহৰ দৰে জীয়াই
থকাৰ প্ৰবল সংগ্ৰাম,
দেশে দেশে যুগে যুগে চলে অবিৰাম
বিৰামবিহীন সংগ্ৰাম,
উমি উমি জ্বলি জ্বলি থকা প্ৰতিবাদ
অগ্নি ফুৱাই জ্বলাবৰ হ'ল।

(৬৪)

মিছাতে কৰিছ ইমান যতন।
সুসজ্জিত দেহা বাগৰিব ধূলাত।
উলংগ বেশেৰে উঠিবি গৈ চিতাত।।

সুসজ্জিত গৃহটি নেৰাখে ধৰি।
ধন-সোণ সকলো ৰ'ব যে পৰি।।

মাটিৰ দেহা মাটিতে মিলিব
হাড়তো গজিব বন।
কিয়নো লাগিছে বসন ভূষণ
আৰু সুগন্ধি চন্দন।।

এদিনীয়া এই দেহা এদিনীয়া বেহা।
এদিনৰ পিছতে লাগিব তিতা-কেঁহা।।

কিয়নো লাগে হেৰ ঐশ্বৰ্য বৈভৱ।
মৰণে নিব কাঢ়ি বিভূতি বিভৱ।।

(৬৫)

মুকলি মুকলি মন
বতৰ ফৰকাল,
ছন্দে ছন্দে বাজে আজি
মৃদু মধুৰ তাল।

সাতৰঙী ৰামধেনু শোভে
মন আকাশত,

ৰঙৰ পৰশ লাগে মন
ফাগুন বনত,
মনৰ পদুলিত বাজে
খোল কৰতাল।

শুকুলা মেঘৰ চপৰা
ভাঁহে আকাশত,
সুৰৰ পৰশ লাগে
হৃদয় গগনত,
মুকলি মুকলি পদুলি
বতৰ ফৰকাল।

(৬৬)

ছন্দ মধুৰ এটি ক্ষণ,
চিন্তা গধুৰ এটি মন,
সুন্দৰ জীৱনৰ গান,
মৃদু ছন্দ মধুৰ তান।

ছন্দে ছন্দে দোলে
উতলা যৌৱন,
ক্ষণে শিহৰণ
কঁপে তনু মন।

চাৱনি চঞ্চল
কমল নয়ন,
কম্পিত অধৰ
বিচাৰে চুম্বন।

ছন্দিত বক্ষ
কঁপে দুৰু দুৰু
অতিকে শোভন
যুগল উৰু।

কামনা উন্মুখ
মন উপবন,
হৃদয় গগন
শোভে দুটি স্তন,
যমুনা পাৰত
বজাই বেণু,
ৰাধিকা ৰঞ্জন
মোহন কানু।

(৬৭)

জয় জয় যাদৱ জগত ধাতা।
জয় জয় মাধৱ মুকুতি দাতা।।
নমো নাৰায়ণ নিত্য নিৰঞ্জন।
নমো সদানন্দ সত্য নাৰায়ণ।।
নমো পূৰ্ণব্ৰহ্ম অৰুণ লোচন।
নমো দেৱ তুমি তাপ বিমোচন।।
গোকুল বিহাৰী গোবৰ্ধনধাৰী।
গোলোক বিহাৰী ভৱ ভয় হাৰী।।
ৰাতুল চৰণে ল'লো যে শৰণ।
ভকতৰ ভয় কৰাহে হৰণ।।

(৬৮)

সুনীল গগন জুৰি
জ্বলে হেজাৰ তৰা,
দুচকুত জ্বলে কাৰ
দুটি নয়ন তৰা।

বিলৰ বুকুত ফুলা
ভেঁট কলি এপাহি,
কাকনো জনায় ওলগ
হাঁহে মধুৰ হাঁহি,
এযুৰি চকুৰ চাৱনি
মন উতলা কৰা।

কুঁহি কোমল কাৰ মনে
আজি মেলিলে পাহি,

মৃদু মধুৰ সুৰে বাজে
মন কামনা বাঁহী,
কামনা কুসুম ফুলে
বয় প্ৰীতিৰ নিজৰা।

(৬৯)

যোগ নহয় মাথোন যোগ
সংখ্যাৰ সংযোগ,
বিফল মনোৰথ বিয়োগ
নহয় বিয়োগ।

পূৰণত নহয় পূৰণ
কামনাৰ ফল,
হৰণে নকৰে জীৱনৰ
সকলো বিফল,
বিয়োগত নহয় শেষ
বাসনাৰ বিযোগ।

দশমিক দশাংকৰ বিন্দুতে
সৃষ্টিৰ প্ৰকাশ,
বিন্দুতে মহাসিন্ধু জীৱন
সৃষ্টিৰ প্ৰয়াস,
মাটি, পানী, বায়ু, তেজ
শূন্যৰ সংযোগ।

(৭০)

আমি গাওঁ বৃত্তৰ পৰিধি
অতিক্ৰম কৰাৰ গান,
আমাৰ আজিৰ অভিযান
বৃত্ত ভঙাৰ অভিযান।

পৰিধিৰ মাজত আবদ্ধ
জীৱনৰ গতি যে ৰুদ্ধ,
অনাহাৰ ক্লিষ্ট আমাৰ কণ্ঠ
আজি নীৰৱ স্তব্ধ,
স্তব্ধ কণ্ঠেৰে মৌন ভাষাৰে
গাওঁ বৃত্ত ভঙাৰ গান।

সহিষ্ণু হ'লেও দুৰ্বল নহও
আমি নেথাকো বহি
সহিষ্ণু সৰল জীৱন অতিষ্ঠ
আজি নেথাকো সহি
ক্ষহিষ্ণু সমাজ সজাম নতুন
ৰূপে, নেথাকোঁ বহি,
আমাৰ আজিৰ অভিযান
বৃত্ত ভঙাৰ অভিযান।

(৭১)

মই ৰমণী আদিম মানৱী,
মই নদী বিগলিত জাহ্নৱী।

মোৰ দেহৰ ভাঁজত কামনা,
খোজৰ ছন্দত জাগে বাসনা,
মধু যামিনীৰ মই মাধৱী।

বুকুভৰা মোৰ চেনেহ নিজৰা,
তিৰবিৰ জ্বলে নয়নৰ তৰা,
ৰমণী মই আদিম মানৱী।

(৭২)

কথা আৰু কামৰ মিল নেৰাখি নচলে
সমাজত এনে আছে বহু ভণ্ড,
স্বাৰ্থৰ বাবে কথাৰে আউল লগাই
ভাঙি দিয়ে জীৱনৰ ছন্দ।

সত্য সুন্দৰৰ চিদানন্দ ৰূপ মিছাৰ
প্ৰলেপ সানি কৰে নষ্ট,
অসত্য অসুন্দৰৰ কদাকাৰ ৰূপকে সঁচা
মানি হৈছে নীতি ভ্ৰষ্ট,
নীতিৰ নিয়ম নমনা মানুহৰ মুখা পিন্ধা
আছে কত যে ভণ্ড।

বৰ বুলি নিজকে জহাই ফুৰা
মানুহৰ কথা শুনিবা কিমান,
ক'লে লাগিব লেঠা, কথা আৰু
কামৰ মাজত কত যে ব্যৱধান,
স্বাৰ্থ কৰিবলৈ সিদ্ধি নিজৰ ঘৰতো
দিয়ে সিন্ধি আছে বহু ভণ্ড।

(৭৩)

ধূলিৰে ধুঁৱলি-কুঁৱলী
গাঁৱৰে পদূলি,
কত নেতা উপনেতাই
কৰে ঠেলা-ঠেলি।

আহিছে নিৰ্বাচন, নাচিছে
নেতাৰ মন,
হেনো স্বাৰ্থপূৰণৰ এয়াই
শুভক্ষণ,
জনে জনে মেলিছে ঢাপলি
গাঁৱলৈ বুলি।

মুঠি মুঠি তুলাপাত ফুলেৰে
কৰিছে প্ৰাৰ্থনা,
গুপুত বাসনা পূৰণৰ
কতনা ছলনা,
ছলেৰে হ'লেও জিকিব
ৰণ এইবেলি।

চিকা ৰূপৰ চিক্‌মিক্
লগাই চমক
নেতাৰ নয়ন তেনেই
জলক-তবক
গঞাৰ চকু যে ধূলিৰে
ধুঁৱলি-কুঁৱলী।

(৭৪)

তোমালৈ চাওঁতে
জপনা ডেওতে
বিন্ধিছিল অঘৈয়া হুলে
সেই তাহানিতে,
থুৰিওৱা তামোল দিওঁতে
হাততে হাত লাগোতে
মন মতলীয়া হৈছিল
আহুদিৰ ৰাগীতে।

আহুদিৰ ৰাগী শেষ
হ'ল দুদিনতে,
খোপাৰ ভেবেলি পৰি
ৰ'ল পদূলিতে,
অঘৈয়া হুলৰে বিষতে
তত নাই ঘুণীয়া দেহাতে
জুইৰ ফিৰিঙতি উৰে
তোমাৰ চাৱনিতে।

কিহত জানো লাগিল কেণা
মই হ'লে নেজানিলোঁ,
পীৰিতি পৰাগ সৰিল কিয়বা
মই তাকেহে নুবুজিলোঁ,
ক'লা হ'ল জেতুকাবুলীয়া ওঁঠ
ৰং নাই হাঁহিতে।

(৭৫)

আজি মই কৰিছোঁ
আশীৰ্বাদ হোৱা আয়ুস্মান,
ভয়-শংকা কৰা
পৰিহাৰ হেৰা মোৰ সন্তান।

মাতৃ মই কত সন্তান
আছে দেশ-বিদেশত,

সবাৰো বাবে সমান
চেনেহ মোৰ অন্তৰত,
কুশলে থাওক সবে
সকলো হওক আয়ুষ্মান।

জাতি ধৰ্ম বৰ্ণৰ কোনো
ভেদাভেদ নেজানো মই,
মাতৃ মই গৰৱিনী হেৰা
শাশ্বতা নাৰী মই
নুবুজোঁ ভেদাভেদ তোমাসৱ
সকলো সমান, মোৰেই সন্তান।

(৭৬)

দূৰণিবটীয়া বাট বুলি
নকৰিবা হেলা,
আহোঁ বুলি নহাঁকৈ
নেথাকিবা কৰি অৱহেলা।

যাচি দিয়া মৰম ফেৰি
ভৰিৰে নেঠেলিবা,
মৰমৰ মাতষাৰ
দিবলৈ নেপাহৰিবা,
মৰম নহয় পেলনীয়া
ল'ৰালিৰ খেলা।

বাট দূৰণি মনটো
দূৰণি নহয় হেৰা,
চকুৰ আঁতৰ মনৰো
আঁতৰ কিয় কৰা,
বছৰৰ বিহুত আহিবলৈ
নকৰিবা হেলা।

(৭৭)

আমাৰ বোপা সৰু
দলনিত চৰাব গৰু,
মোমাই কাটি দিব
বিজুলী বাঁহৰে লৰু।

গৰুৰে পিঠিতে বগলী পৰে
(ঘূৰি ঘূৰি উৰে)
পিঠিৰে চিকৰা
মাটিতে পৰে
(এটি দুটি সৰে)
মোমাই কাটি দিয়া লৰু
তেনেইচোন সৰু
কেনেকৈ চৰাব গৰু।

নেজৰে আগৰে এডালি চোঁৱৰ
বগলী খেদাবৰ (কি ৰাম ৰাম)
গৰু চৰাওতে বোপাৰ লাগিছে
ভাগৰ (কি ৰাম ৰাম)
বোপাই আহে ঘূৰি
হাতে মোমাই কাটি দিয়া লৰু।

লঘোণীয়া পেটে
কলেমলাই (কি ৰাম ৰাম)
নেলাগে বোপাই তই
চৰাব গৰু (কি ৰাম ৰাম)
মাকে পাৰি দিয়া পাটীতে শুব,
দোৱা ভজা চিৰা বাটি ভৰাই খাব
নেলাগে যাব, নেযায়
আমাৰ বোপা নচৰায় গৰু।

(৭৮)

নৱ জলধৰ তনু মুখে মোহন বেণু।
যমুনা পাৰত নাচে শ্যামকলীয়া কানু।।

গলে দোলে বনমালা মূৰতে মৈৰাৰ পাখী।
কপালত চন্দন চাৱনি সুন্দৰ দুটি আঁখি।।
যমুনা পাৰত নাচে শ্যামকলীয়া কানু।।

ৰুণু জুনু বাজে নূপুৰ, সুৰে সুমধুৰ।
কলীয়াৰ ৰূপ চাই নয়ন পৰে জুৰ।।
নৱ জলধৰ তনু মুখে মোহন বেণু।।

গিৰি গোবৰ্ধন ধৰি ৰাখিলা গোকুল।
চৰণত লৈলো শৰণ মই পিনাকী আকুল।।
হৃদয় বৃন্দাৱনত বাজে মোহন বেণু।।

(৭৯)

সাগৰ মেখেলা তুমি
হে আই ধৰিত্ৰী,
তোমাৰ সন্তান আমি,
তুমি হেৰা মাতৃ।

তোমাৰ বুকুত বয় অমৃত নিজৰা,
অক্ষয় তোমাৰ গৰ্ভৰত্নৰ সঁফুৰা
অনন্ত প্ৰসৱা তুমিহে
আই ধৰিত্ৰী।

নদী, গিৰি, পৰ্বত দেহৰ অলংকাৰ
অনন্ত, বাসুকী তোমাৰ কণ্ঠৰ হাৰ
মনোৰমা বসুন্ধৰা তুমি
হেৰা মাতৃ।

(৮০)

মৌনতাও জানা কেতিয়াবা
সৰৱ হয়,
মূক জনতা কেতিয়াবা হেৰা
মুখৰ হয়।

শব্দৰ তৰংগত সুৰৰ
আঘাত লাগিলে,
জনগণ মানসৰ সুপ্ত
চেতনা জাগিলে,
মৌনতা সৰব হয়, মূক
জনেও কথা কয়।

সত্যৰ সন্ধান পালে
অন্ধই পায় দৃষ্টি,
সুন্দৰৰ পথৰ যাত্ৰীৰ
অপ্ৰতিহত গতি,
আত্মবলে বলীয়ান
পংগু গতিমান হয়।

(৮১)

ৰাৱণৰ স্বদেশ প্ৰীতি
মোৰ যে কামনাৰ ধন
ঘৰ শতৰু অজীণ
পাতকী নহও বিভীষণ।

স্বদেশ, স্বজাতিৰ কাৰণে
দিম প্ৰাণ বলিদান,
স্বদেশৰ স্বাধীনতা সিযে
মোৰ জীৱনৰ ধ্যান,
শতৰুৰ পদলেহনকাৰী
নহও অভাজন।

স্বদেশ, স্বজাতি হেৰা মোৰ
প্ৰাণতকৈও আপোন,
দেশৰ মাটিতে ৰচোঁ মই
মোৰ বুকুৰ সপোন,
মুক্ত বায়ু দেশৰ স্বাধীনতা
মোৰ পৰম ধন।

(৮২)

আঁজলি আঁজলি ৰঙা কৰবী
কোনে বাৰু দিলে ঢালি,
বগুহৰ তেজেৰে ৰাঙলী
লুইতৰ ৰূপালী বালি।

পিতৃ দিলীপ শীতল দেহাটি
পোনাইঁতে আছে চাই,
পত্নী নিৰুপমা আউলী-বাউলী
কান্দে ইনাই-বিনাই,
আঁজলি আঁজলি কৰবী
কলিজাৰ তেজ দিলে ঢালি।

মানৱতা আজি মাথোন
অৰ্থহীন এটি ক্ষীণ ধ্বনি,
শুনিলে লাজ লগা এটি শব্দৰ
বিকৃত প্ৰতিধ্বনি,
মানুহৰূপী দানৱইঁতে
পাতিছে মৰণ ধেমালি।

(৮৩)

দিনৰ শেষত এন্ধাৰৰ ওৰণি লৈ
মৌন নিশা আহে,
নিশাৰ শেষত পূব আকাশত
সোণালী সূৰুযে হাঁহে।

অসুন্দৰ এন্ধাৰ আঁতৰি পলাই
জীৱন জিলিকাই,
এ' বিশ্ব উঠে সাৰ পাই সোণালী
কাঠীৰ পৰশ পাই,
পখীৰ কাকলি জ্যোতিৰ লহৰ
ভাহে, আকাশে হাঁহে।

এন্ধাৰ নিশাৰ মৌনতা ভাঙি
পোহৰৰ কঁপনি জাগে,
প্ৰাণে প্ৰাণে হিৰণ্ময় জ্যোতিৰ
অমৃত পৰশ লাগে,
জীৱন জগোৱা সুৰৰ মূৰ্চ্ছনা
জাগে আকাশে বতাহে।

(৮৪)

তলভৰি পৰিছে সৰি
শুকুলা শেৱালি,
তাতে পৰি জোনালী
জোনে কৰিছে ধেমালি।

নীল আকাশ জুৰি
শুকুলা মেঘৰে মেলা
দুটি মন আকলুৱা
খেলে কুকুভা খেলা,
টিপ টিপ চকু টিপিয়াই
হাঁহে তৰালী।

জোনাক নিগৰা ৰূপালী
মৌন মুখৰ ভাষা,
নীৰৱ নিশাটি মিলনৰে
আশা সোণালী।

(৮৫)

দুখতো নহও কাতৰ হে সুন্দৰ,
সুখতো মোৰ হেৰা নিস্পৃহ অন্তৰ।

তোমাৰ দানেৰে পূৰ্ণ মোৰ হৃদয়,
পোৱা নাই যি নিবিচাৰোঁ মই,
শুদ্ধ শান্ত হয় যেন মোৰ অন্তৰ।

তোমাৰ কৰুণাৰে সুখতো সুখী
সংসাৰ যাতনাত নহও দুখী,
শান্ত হৃদয় মোৰ, নাই অথন্তৰ।

(৮৬)

শৰতৰ শেৱালি কিয়নো ফুলালি,
কিয়নো ফুলালি আকাশত তৰালী।

কিয়নো শুনালি পখীৰ কাকলি,
কিয়নো ফুলালি ৰাঙলী ভেঁট কলি,
আনন্দৰ হিল্লোল কিয়নো জগালি।

হৃদয় কিয় আবেগ উতলা হ'ল
মন কিয়বা নাচনী পখিলী হ'ল,
ফুলে ফুলে এ' ধৰা কিয়নো সজালি।

(৮৭)

সোঁৱৰণী সুবাস মৃদু সমীৰণে,
আমনি দিয়ে মোক আজি ক্ষণে ক্ষণে।

এই সোঁৱৰণী আমাৰ মিলনৰে,
যৌৱন বাসনা আমাৰ জীৱনৰে
দিয়ে সোঁৱৰাই মধুৰ সমীৰণে।

অতীত সোঁৱৰণী আজিও জীপাল
মন কঠীয়াতলী স্মৃতিৰে ৰসাল
জগাই শিহৰণ প্ৰতিক্ষণে ক্ষণে।

(৮৮)

বৃন্দাৱন মন উপবন
কোনে বাই মধুৰ বেণু,
যমুনাৰ পাৰে পাৰে
বাজে নূপুৰ ৰুণুজুনু।

ৰিণি ৰিণি সুৰ আহে
ভাহি মোহন মুৰুলী ধ্বনি,
সাজে ৰাধা অভিসাৰিণী
সাজে, কঁকালত কৰধ্বনি,
থমকি চমকি যায় ৰাধা
নূপুৰ বাজে ৰুণু জুনু।

মেঘে ঢকা আকাশখনি
ধৰণী নিবিড় ছায়াঘন
নীলা আঁচল ঢকা গৌৰাংগ
দেহাটি, ঘনে কঁপে মন,
ৰাধা, ৰাধা সুৰ তুলি
বাজে মোহন বেণু।

(৮৯)

কবৰীৰ কৰবী লেৰেলি শুকাল
ঘৰ জেউতিৰ হাঁহিটি যে হেৰাল।

মাধৱীলতাৰ ফুল নুফুলা হ'ল,
ঢাপৰ কেতেকী মৰহি যে গ'ল,
মন পদুলিত চাকিটি যে নুমাল।

বকু শুদা হ'ল মৰহিল যৌৱন,
সিক্ত নয়নযুৰি ৰিক্ত হ'ল মন,
মন তুলিৰে অঁকা ছবিটি হেৰাল।

(৯০)

মোৰ আয়ে কান্দিলে
লুইতত বাঢে নপানী,
আইৰ হাঁহিত সৰে
মাণিক মুকুতা মণি।

হাতত গামে খাৰু
ডিঙিত জোনবিৰি জ্বলে,
কঁকালত কিংখাপ
খোজে খোজে পদুম ফুলে,
সোণালী ধাননি
ডৰাৰেনো ৰূপহী দাৱনী।

মোৰ আইৰ বুকুত
মৰমৰ ঘন উম,
দুচকুৰ চাৱনিত
ফুলে প্ৰীতিৰ কুসুম

আই মোৰ সেউজী
ব'হাগী লাৱনি শিপিনী।

(৯১)
ভিয়েটনাম, ভিয়েটনাম
ঝন্ ঝন্ অস্ত্ৰৰ ঝন্ ঝন
ক্ষণে বিস্ফোৰণ
ভিয়েটনাম এটি নাম
জ্বলন্ত সংগ্ৰাম।

দানৱৰ পৰাজয়
সত্যৰ সদা জয়,
এই জয় মানৱতাৰ জয়
হিংসাৰ অগনি দিলে নুমুৱাই
আহে সংগ্ৰামী জয়ৰ
নিচান উৰুৱাই
গতি অবিৰাম।

দানৱীয় শকতিৰ বনাম
ভিয়েটনাম এটি নাম
আত্মবলে বলিয়ান
শতকোটি প্ৰাণ
অহিংস হেজাৰ জন
নোৱাৰ কৰিব দমন
এই সংগ্ৰাম।

অসমৰ আন এটি নাম ভিয়েটনাম
অস্তিত্ব ৰক্ষাৰ এই সংগ্ৰাম,
লৌহিত্যৰ পাৰে পাৰে
জাগে জনগণ।

অহিংসা মহামন্ত্ৰ
কৰে উচ্চাৰণ
অসমৰ আন এটি নাম
আজি ভিয়েটনাম।

(৯২)
উজলে তৰা উজলে
হেজাৰ তৰা উজলে,
তুলসী তলত মাটিৰ
প্ৰদীপ এগছি যে জ্বলে।

জীৱন জিলিকা আজি
এই ৰূপালী জোনাকী নিশা,
বুকুৰ মাজত জগাই
মৌন হেজাৰ অযুত আশা,
মনৰ পদূলিত প্ৰেমৰ
শলিতা এগছি জ্বলে।

মন তৰা ফুলে শুৱনি
আমাৰ হিয়াৰ ফুলনি,
সুৰে সুৰে উতলা মন
তৰণী যৌৱন সৰণী,
ৰূপৰ শলিতা জ্বলাই
জোনালী যৌৱন উজলে।

(৯৩)
গির্জাৰ নিৰন্ন নিৰুপায় নিগনিৰ দৰে,
আমাৰো যে দিন যায় উজাগৰে অনাহাৰে।

প্ৰভুৰ মন্দিৰ হ'ল যোত্ৰহীন এটি ঘৰ
শীতে কামোৰা শৰীৰ হায় কঁপে থৰথৰ,
দুখৰ নিশা কটাও অনাহাৰে উজাগৰে।

দলে দলে আহে যায় কত ভক্ত দৃষ্টি অন্ধ
দেখিও নেদেখে হায় কত যীশু শূলবিদ্ধ
বাটে-পথে অনাহাৰী কত ঈশপুত্ৰ মৰে।

(৯৪)
গুণগুণ বাজে সুৰ
ছন্দোময় এটি গীত
মনৰ মাজত

মনোবীণাৰ সপ্ততাঁৰ
উঠে ঝংকাৰি মোৰ
উচ্ছল কণ্ঠত।
উচ্ছল কণ্ঠত মোৰ
পখীৰ কাকলি
জাগে সুৰৰ লহৰ,
উজ্জ্বল বৰ্ণৰ ছন্দে
ছন্দে, তালে, তালে
জাগে মূৰ্চ্ছনা কিহৰ,
সুৰৰ অগনি শিখা
জ্বলে ফাগুনৰ
মন পলাশ বনত।
পলাশৰ ৰঙে ৰঙে
ৰঙীন আকাশখনি
সুৰেৰে ভৰিল,
গীতৰ ছন্দে, ছন্দে
সুৰৰ বন্যা নামে
মন উপচি পৰিল,
এটি মন ছন্দে তালে
মুখৰ সংগীত
হ'ল উচ্ছল কণ্ঠত।

(৯৫)

জ্যোতিৰ জ্যোতিৰে, ৰাভাৰ আভাৰে
কৃষ্টিৰ দেউলত ৰহণ চৰে।

ৰংঘৰ কাৰেংঘৰে চিএঞৰি ক'লে,
জেৰেঙাৰ পথাৰে সোঁৱৰাই দিলে,
কত কীৰ্তি, কৃষ্টি ৰহণীয়া মোৰে।

কৃষ্টিৰ দেউল শংকৰে সাজিলে,
জ্যোতি ৰাভা মিলি ৰহণ সানিলে
হেঙুল হাইতালে বুকুৰ সুৰেৰে।

(৯৬)

কি বুলি কৰিম সম্বোধন
প্ৰিয়া নে কল্যাণীয়া,
তুমিয়ে কোৱা হেৰা কোৱা
মোৰ প্ৰিয়তমা প্ৰিয়া।

সংসাৰ ৰথৰ সাৰথি
তুমি ঘৰৰো ঘৰুণী,
জীৱন তৰণীৰ সহযাত্ৰী
তুমি সীমান্তিনী,
অভিন্ন হৃদয় আমাৰ
তুমি নাৰী কল্যাণীয়া।

এবুকু কামনাৰে কামিনী
প্ৰেমিকা তুমি মোৰ
সৃষ্টিৰ মায়াতে বন্দিনী
তুমি যে প্ৰেয়সী মোৰ,
কি বুলি মাতিম হেৰা
প্ৰিয়তমা নে কল্যাণীয়া।

(৯৭)

লুইতৰ পাৰত জ্বলা
অশান্তি জুই
নুমাব পাৰিবা জানো
ক্ষমতা খড়্গ দেখুৱাই,
অক্ষমতা অক্ষমণীয়
অপৰাধ লুকাব
পাৰিবা জানো
তদন্ত শাস্তি ছটিয়াই।

শ্বহীদৰ তেজেৰে ৰাঙলী
হ'ল যে আজি
কলং, কপিলী, লুইতৰ
শুকুলা বুকু,

অসমীৰ বুকুত
জ্বলে চিতা জুই,
শোকত কাতৰা জননীৰ
ৰঙা হ'ল দুচকু,
মাতৃ বুকুত জ্বলা
পুত্ৰ শোক জুই
নুমাব পাৰিবা জানো
কান্দি, লোকক দেখুৱাই।

মানুহৰ ৰূপ ধৰি হাটে-বাটে
ঘূৰি ফুৰা
দুঠেঙীয়া ঘঁৰিয়াল
দেখিলোঁ বহুত
বিবেকহীনতা জুমুঠিৰে
অগনি জ্বলোৱা
শিখণ্ডী নেতৃত্বৰ
বুজিলোঁ স্বৰূপ,
সেয়েহে আজি তদন্তৰ
কথা শুনি
নাদৰ ভেকুলীজনী
লাজতে মূছৰ্কছ যায়।

(৯৮)

ফুলো ফুলো কৰি ফুল
কলিটি নুফুলিল যদিবা,
মন ফুলনি উদং হ'লে
হতাশাত কিয় ভাঙি পৰিবা?

সুনয়নী সুমলা আহিমে
বুলি নাহিলেই যদিবা,
নিশাৰ সোঁৱৰণী মধুৰ
সপোনটি নফলিল যদিবা,
অতীত সুঁৱৰি তুমি
কিয়বা চকুলো টুকিবা?

আজিয়েতো হেৰা নহয়
শেষ, কাইলৈও আছে,
মন ফুলনি শুৱাই
সপোন পখিলাই নাচে,
অতীত সুঁৱৰি তুমি
কিয়বা চকুলো টুকিবা?

(৯৯)

জীৱিকাৰ যুৱলি টানি
ভাগৰি পৰিলে,
হতাশাৰ ডাৱৰে মন আকাশ ঢাকিলে,
তুমি জানো থাকিবা বহি হাত সাবটি।

লুইতৰ বলিয়া বানে
আহিনৰ সেউজী ধাননি উটুৱাই নিলে
কিহেৰে পাতিবা তুমি মাঘৰ ভোগালী
ভাদত যদি থাকা বহি হাত সাবটি।

জীৱনৰ পদূলিত যদি নুফুলে
চেনেহ কুমলীয়া কলি
মনৰ ডালত যদি নেমাতে কুলি
নেপাতোঁ বুলি পাৰিবা জানো
থাকিব তুমি ব'হাগৰ বিহুটি।

পুৰুষ যদিহে হোৱা তুমি যোৱা আগবাঢ়ি
হতাশাৰ ডাৱৰ যাব যে আঁতৰি,
লুইতৰ বলিয়া বান পলাব লৰৰি
ভাগ্যক ধিয়াই নেথাকিবা তুমি
বহি, হাত সাবটি।

(১০০)

নিয়ৰ সেমেকা মনৰে পদূলি
নুফুলে শৰতৰ শেৱালি,
স্মৃতি সেউজ তাহানিৰ ছবি,
আজি হায় ধূঁৱলি-কুঁৱলী।

আকুলি বিকুলি হিয়া মোৰ
আজি মই অকলশৰীয়া,
এবুকু যৌৱন মিলন আকুল
আশা যে সপোন ফুলীয়া,
লেৰেলি শুকাই ফুল মন
কৰুণিত আশা গ'ল উঁৱলি।

ৰিঙা ৰিঙা লাগে বুকুখনি
নিমাত কুলিজনী আছে থৰ লাগি,
বিৰহ কৰুণ সুৰ আহিছে ভাঁহি,
লেৰেলি লুকাল মালাডালি,
শীতৰ এই সেমেকা গধূলি
মন আকাশ ধোঁৱলি-কুঁৱলী।

(১০১)

নিতে নৱ সংগীতৰ সুৰ ভাহে আকাশৰ বুকুত,
ৰঙীন সপোন জাগে ৰামধেনু ৰঙীন দুচকুত।

নতুন ছন্দেৰে দোলে জীৱনৰ নাও জাগে শিহৰণ,
নতুন কামনাই কুঁহিপাত মেলে সজাই জীৱন,
নিতে নৱ জীৱনে পাতনি মেলে পৃথিৱীৰ বুকুত।

জীৱন নদীৰ সুঁতি চিৰ উচ্ছল আশা টলমল
নতুন ছন্দেৰে বয় নিৰৱধি গতি অবিৰল,
সেউজ সুন্দৰ কামনাৰে চঞ্চল বসুধাৰ বুকুত।

(১০২)

অবাধ যৌৱন
দুটি মনৰ মিলন
সামাজিক স্বীকৃতিৰ
কিবা প্ৰয়োজন।

গোপন মিলন
আৰু তেনে কত ক্ষণ,
অতীতৰ স্মৃতি ঘন
জাগে শিহৰণ,
উতলা অধীৰ মন
কঁপে ঘনে ঘন।

যৌৱন কামনাৰ
কত গোপন আশা,
মিলন আকুল
মনৰে গোপন ভাষা,
আশা, ভাষা প্ৰকাশৰ
নাই প্ৰয়োজন।

(১০৩)

লোকৰ অভিমত প্ৰতিদিনে
লোকচান ৰূপ তিনি কোটি,
অসমৰ ৰাইজৰ মত
বিনিময়ত নিদিয়ে কৃষ্টি।

'ধনৰ সলনি মান'
সমস্যাৰ হয় উজু সমাধান,
পিছে অবুজ অসমীয়াৰ
বুজিবলৈ নাই সেই জ্ঞান,
ধনৰ সলনি নিদিয়ে সন্মান,
নিদিয়ে আপোন কৃষ্টি।

আঁভুৱা ভাৰা বহুতো চৰ্ত
ই যে এটি চৰ্ত মাত্ৰ,
পিছে অসমৰ ৰাইজ
নহয় অৰ্থনীতিৰ ছাত্ৰ,
ধনৰ সলনি নিদিয়ে সন্মান
নিদিয়ে আপোন কৃষ্টি।

(১০৪)

বিভ্ৰান্ত নহ'বা আজি দূৰ কৰা ভ্ৰান্তি
সমাগত মানৱৰ মিলনৰে ক্ৰান্তি।

বাজিছে কালৰ ভেৰি কঁপাই ধৰণী
সময় শিঙা বাজে, তালে তালে উঠে ধ্বনি
মানুহৰে হ'ব জয় নাই কোনো ভ্ৰান্তি।

আজি পাহৰি পেলোৱা বিভেদৰ ভ্ৰান্তি
আজি জোকাৰি পেলোৱা অতীতৰ ক্লান্তি।

(১০৫)

নকৰা, অভিযোগ নকৰা
অৱসাদ দূৰ কৰা,
জীৱন জাগ্ৰত কৰা, হেৰা
পৰাণ উদ্বুদ্ধ কৰা।
যুগৰ বাণী শুনা হেৰা
হিংসাৰ অগনি নুমুৱা
শান্তি, সাম্য, ভ্ৰাতৃত্ব-সুৰেৰে
শিঙা, শংখ ফুকুৱা,
জ্ঞানৰ দীপালীৰে তোমাৰ
অন্তৰ পোহৰ কৰা।
হিংসা, দ্বেষ পৰিহৰি
মানুহৰ মাজলৈ যোৱা,
মানুহক আপোন কৰি
প্ৰীতিৰ শলিতা জ্বলোৱা,
অতীতক সুঁৱৰি আজি
হেৰা অভিযোগ নকৰা।

(১০৬)

মই অজৰ, মই অমৰ
মই যুগান্তৰৰ,
মোৰ কামনা, মোৰ সাধনা
কালৰ, যুগৰ।

মোৰ দেহৰ প্ৰতি অণুত জাগে
সৃষ্টিৰ কামনা,
মোৰ মনৰ, বাসনা ৰঙীন
জীৱনৰে কল্পনা,
মই যুগ, যুগান্তৰৰ
মই অজৰ, মই অমৰ।

দিঠকত ফুলাম, মই সৃষ্টিৰ মুকুল,
পৃথিৱীলৈ আনিম মই কামনা বিপুল,
সৃষ্টিৰ প্ৰবাহ, চিৰ সেউজীয়া জীৱনৰ।

(১০৭)

বাহিৰত চোৱা হেৰা
কিমান পোহৰ,
আজি মেলি দিয়া ৰুদ্ধ
দুৱাৰ মনৰ।
তুমি মেলি দিয়া
হৃদয়েৰে দিগন্ত,
ৰচি যোৱা হেৰা
ইতিহাস জীৱন্ত
আহিব দিয়া ধল
উজ্জ্বল পোহৰৰ।
এয়েতো সময় হেৰা
দিগন্তত উৰাৰ
এয়েতো সময় হেৰা
ইতিহাস ৰচাৰ,
সপোন সুন্দৰ
সেউজীয়া জীৱনৰ।

(১০৮)

পলাশৰ ৰং লগা নাই,
সুৰুযৰ ৰং গলা নাই,
যুগৰ কলংক হিয়াৰ বেদনা
উটি যায়, ভাহি যায়।

কলিজাৰ বোল লাগি
ধৰণীৰ ধূলি তেজ ৰঙা হ'ল,
জীৱনৰ সেউজী বাসনা
আজি হায় মৃত্যু নীল হ'ল,
পলাশৰ ৰং লগা নাই
আকাশত জুই লগা নাই।

কামনাৰ বোল লাগি
ধৰণীৰ ধূলি-বালি সোণ হ'ল
সোণামুখী জীৱনৰ বৰণৰ
ডলা সজাবৰ হ'ল
পলাশৰ ৰং লগা নাই হিয়াৰ
বেদনা উটি যায়, ভাঁহি যায়।

(১০৯)

তৰা শুৱনি গধূলিৰ
আকাশখনি স্বপ্নত মগন
জোনাকৰ পালতৰি উটি যায়
জোনৰে ডিঙাখন।

মোৰো হৃদয়খনি আজি এখনি
মুকলি আকাশ হ'ল,
শীতল পৰশ লাগি
মোৰো মন শান্ত যে হ'ল,
শান্ত মনো মোৰ
জোনৰ ডিঙা বায়, স্বপ্নত মগন।

জোনৰে তৰাৰে মিতালী
জোনাকৰ শুকুলা পালখনি
কোনে বায় মন ডিঙা
বজায় বাঁহী মৃদু মধু ধ্বনি, .
হৃদয় উপচি পৰা এ'-গধূলি
মন স্বপ্নত মগন।

(১১০)

মই পপীয়া তৰা
অন্তৰ মোৰ বেদনাৰে ভৰা,
সাগৰৰ নীলাৰে নীলা
হিয়া মোৰ, মই পপীয়া তৰা।

বহু যুগ পাৰ হ'ল
আজিও মই স্থিতিহীন,
বহু যুগ মাৰ গ'ল
আজিও মই কক্ষহীন,
মই পপীয়া তৰা
জীৱন মোৰ বেদনাৰে ভৰা।

যুগৰ আদিতে মই
মোৰ ঘৰ হেৰুৱালোঁ,
দানৱৰ পৃথিৱীত
কতনা অন্যায় সহিলোঁ,
অভিশাপ অপমান ভৰা
গ্লানিৰে জীৱন জোৰা।

(১১১)

চকুৰ পতাত মোৰ
তন্দ্ৰাৰ আৱেশ,
দেহৰ অংগত মোৰ
এলাহ অশেষ।

মই শুইছিলোঁ
কোন কাহানিতে
মই শুইছিলোঁ
যুগৰ আদিতে
দানৱৰ দিন হেনো
আজি হ'ল শেষ।

জ্বলোৱা, আজি প্ৰগতি
শলিতা জ্বলোৱা,
শুনোৱা আজি প্ৰগতিৰ
বাণী শুনোৱা,
দেশে দেশে আজি
প্ৰগতিৰ পৰিৱেশ।

আজি মানুহে পৃথিৱীত
ৰাজত্ব কৰে,
আজি মানুহে নতুন
পৃথিৱী গঢ়ে

অসুৰৰ দিন হেনো
আজি হ'ল শেষ।

(১১২)

আজি আগুৱাই যোৱা
হেৰা যোৱা আগুৱাই,
সময়ৰ ডেওনা পাৰ হৈ
যোৱা আগুৱাই।

আহে যদি আহক হেৰা
বিপদ বিঘিনি,
দুহাতে আঁতৰাই শত
বাধাৰ বাহিনী,
সময়ৰ ডেওনা পাৰ হৈ
যোৱা আগুৱাই।

ধৰণীৰ যত অসুন্দৰতা
দিয়া আঁতৰাই,
সেউজী সফলতা তোমাৰ
বাবে জানানে নাই,
জয় কৰি বাধাৰ বাহিনী
যোৱা আগুৱাই।

(১১৩)

মই বাসুকী, মই পিনাকী
মই ৰুদ্ৰ ভয়ংকৰ,
মই দূত বিধাতাৰ
নীলকণ্ঠ মই মহেশ্বৰ।

মই অসুৰ নাশিম
মই মানুহ (তৰিম) গঢ়িম
ধূলিৰ এই ধৰাত
মই সৰগ ৰচিম,
মই বাসুকী মই পিনাকী
মই ৰুদ্ৰ ভয়ংকৰ।

মই সাগৰ মথিম,
মই অমৃত তুলিম,
পৃথিৱীৰ ঘৰে ঘৰে
মই লখিমী থাপিম,
মই অনাদি কালৰ
মই নিখিল বিশ্বৰ।

(১১৪)

আজি গাঁৱৰ সীমা চেৰাই
দেশৰ সীমা চেৰাই,
প্ৰগতিৰ গীত গাই আমি
যাওঁ বলা আগুৱাই।

আমি যাম মানুহৰ
মাজলৈ, সময়ৰ দাবী লৈ,
আমি যাম জনতাৰ
মাজলৈ, নযুগৰ বাণী লৈ,
সময়ৰ শিঙা শংখ,
ফুকুৱাই, যাম আগুৱাই।

আজি সময় হ'ল
মানুহে মানুহক চিনিবৰ,
আজি সময় হ'ল
মানুহে মানুহক জানিবৰ,
মানুহৰ জয়গান
গাই আমি যাম আগুৱাই।

(১১৫)

আমি অসমৰ, আমি ভাৰতৰ
আমি জগতৰ, আমি ভাঙিম
হেঙাৰ সমাজৰ, দৈহিক ৰঙৰ।

বিপ্লৱী আমি, পুৰণি ভাঙি
কৰিম নতুন সৃষ্টি,
আমি যাত্ৰী নতুন পথৰ
বিশ্ব বিয়পা দৃষ্টি আমাৰ।

এন্ধাৰ বিশ্বলৈ, আনিম পোহৰ
নতুন যুগৰ, সপোনৰ ৰঙেৰে
আমাৰ, সজাম অসমক,
কামনাৰ বোলেৰে
আমাৰ, বোলাম ভাৰতক,
পৃথিৱীলৈ আনিম
পোহৰ আমি, নতুন দিনৰ।

(১১৬)

যুগৰ অৰণ্য ভাঙি
পাতিছিল মানুহে
পাতনি সৃষ্টিৰ,
যুগে যুগে পৃথিৱীৰ
বুকুত সৃষ্টি হ'ল
সভ্যতা কৃষ্টিৰ।

যুগে যুগে পৃথিৱীৰ
বুকুত হ'ল কতনা
উত্থান-পতন,
যুগে যুগে কত
খাণ্ডৱ দাহন
ঘটিল কত অঘটন,
যুগৰ মানুহে ৰচিলে
কতনা সমাধি
সভ্যতা কৃষ্টিৰ।

কালৰ বুকুত বিলীন
হ'ল কত জাতি
আৰু উপজাতি,
লয় পালে সভ্যতা,
কৃষ্টি, অমোঘ মহাকাল
নিষ্ঠুৰ নিয়তি,
তথাপি পৃথিৱীত
মানুহে সিঁচে কঠীয়া
নতুন সৃষ্টিৰ।

(১১৭)

কোটি কোটি মানুহৰ
অসহায় কণ্ঠৰ ধ্বনি,
আকাশৰ বুকুত তোলে
আজি কৰুণ বিননি,
জীৱন নদীত ভাহিছে
জাঁজি, পাৰত অন্ধকাৰ,
অ'ত-ত'ত বালিচৰ
অশান্ত জন পাৰাবাৰ,
মানুহৰ এই পৃথিৱী
আজি আদিম বননি।

অমৃতৰ সন্তান
কাহানিও নহয় দানৱ,
মৃত্যু বিজয়ী অমৃতৰ
পুত্ৰ হ'ব যে মানৱ,
বিভেদৰ প্ৰাচীৰ ভাঙি
সজাব আকৌ ধৰণী।

(১১৮)

ব'ল আজি আগুৱাই ব'ল,
বন্ধুত্বৰ বন্ধন আজি ছিঁডি গ'ল
শান্ত হিমালয, শুভ্ৰ ধৱল
কিৰীটি তেজেৰে ৰাঙলী হ'ল।

সীমান্তৰ পাৰে পাৰে শুন
হেৰ, কাল নাগিনীৰে গৰ্জন,
বিষাক্ত হাজাৰ ফণাৰে আজি
তাই কৰে মৰণ দংশন,
ধ্যানমগ্ন মহাদেৱ জাগে,
মহাকাল, জাগ প্ৰহৰীৰ দল।

মিছা হ'ল সোণালী সপোন
বাণ্ডুঙৰ ইতিহাস নতুন,
নিদ্ৰিত হেজাৰ ড্ৰাগন জাগে
সীমান্ততে কৰে যে গৰ্জন,

সহাবস্থান নীতিৰ পঞ্চশীল
আজি পঞ্চশিলা হ'ল।

(১১৯)

উঠ, জাগ হেৰ
বীৰ্যবান ভাৰত সন্তান,
অশান্ত সীমান্ততে
গৰজে বন্দুক কামান।

শুবৰ সময় নাই
হেৰ, সাজু হ সাজু হ
ৰবৰ সময় নাই
হাতে হাতে তুলি ল
আজি বন্দুক কামান
হেৰ, ভাৰত সন্তান।

সমৰৰ ভয় নাই
হেৰ, সমৰ বিজয়ী,
মৰণৰ ভয় নাই,
হেৰ, মৰণ বিজয়ী
যা আগবাঢ়ি বিশ্ব বিজয়ী
নিৰ্ভীক জোৱান।

(১২০)

দশৰথ নন্দন
ৰাম ৰাৱণ নিধন,
জনক দুহিতাৰ
তুমি হৃদয় ভূষণ।

ত্ৰিবলি বলিত দেহা
চাৰু নৱনীত অংগ,
অনায়াসে কৰে
প্ৰভু হৰধনু ভংগ;
চাৰি অংশে আবিৰ্ভূত
তুমিহে নাৰায়ণ।

পিতৃ আদেশ
কৰি শিৰত ধাৰণ,
খাটিলা বনবাস
মানৱ আচৰণ,
চাৰি অংশে আবিৰ্ভূত
তুমিহে নাৰায়ণ।

(১২১)

তুমি পিতা ত্ৰিজগত জন্মদাতা
প্ৰকৃতিৰূপে প্ৰভু তুমিয়ে মাতা।

তুমি বন্ধু বন্ধুৰ সংসাৰ যাত্ৰা,
তুমি সখা সচিব বিপদ ত্ৰাতা,
সকলো যে তোমাৰে তুমিয়ে দাতা।

তুমি জগতৰ সৰ্বময়কৰ্তা
পৰম পুৰুষ হে জগত ধাতা
নতশিৰ সবাৰো তুমি বিধাতা।

(১২২)

গোপিনী ৰঞ্জন নাচে ঐ
কলীয়া কানু,
যমুনা পাৰত বজায়
মোহন বেণু।

মূৰতে মৈৰাৰ পাখি
কাণত কুণ্ডল,
লৰে চৰে উৰে ঘনে
অলক কুন্তল,
যমুনা পাৰত বজায়
মোহন বেণু।

ৰাস ৰসে মগ্ন হৰি
মদন গোপাল,
শোভে তনু ইন্দ্ৰ ধনু
সুন্দৰ কপাল

গোপিনী মাগে তোমাৰ
পদৰজৰেণু।

(১২৩)

মুখত হাঁহি, বজায় বাঁহী ৰাধিকা ৰঞ্জন,
মানিনী ৰাধাৰ অভিমান নহয় ভঞ্জন।

ৰাধা ৰাধা সুৰ তুলি ঘনাই বজায় বাঁহী,
পৰকীয়া প্ৰেম কত অভিমান নাই যে হাঁহি,
মানিনী ৰাধাৰে অভিমান নহয় ভঞ্জন।

অভিমান চঞ্চলা ৰাধিকা হৰিণী নয়না,
ডিঙিত আঁৰিছে মালা হৰিনাম গহনা,
কাতৰ মনে সোঁৱৰে হৰি ভকত ৰঞ্জন।

(১২৪)

ত্ৰিজগতৰ নাথ প্ৰভু
অগতিৰ গতি
মোহন মূৰুতি হৰি
কমলাৰ পতি।

পীতাম্বৰ হৰি,
দুটি কমল নয়ন,
শ্যামল অংগত শোভে
অগৰু চন্দন
মোহন মূৰুতি হৰি
কমলাৰ পতি।

শ্ৰীমধুসূদন প্ৰভু
দানৱ দলন,
ৰূপে কোটি সূৰ্য তুমি
জগত মোহন,
ত্ৰিজগত নাথ প্ৰভু
অগতিৰ গতি।

জীৱাত্মাৰূপে আছা
তুমি ব্ৰহ্মাণ্ড জুৰি,
মনৰ অগোচৰ
পৰম আত্মা হৰি,
ভকতিৰ দাস তুমি
অগতিৰ গতি।

(১২৫)

প্ৰেম প্ৰীতি সমভাৱ
সমদৃষ্টি সৰ্বজনৰ প্ৰতি,
কোমল কঠিন হৃদয়
নসহা অন্যায়-অনীতি।

ব্যথাত ব্যথিত হৃদয়
তুমি দুৰ্যোগত দুৰ্জয়,
শোষিতৰ সখা তুমি
নিপীড়িত জনৰ আশ্ৰয়,
প্ৰেম-প্ৰীতি সমভাৱ
সমদৃষ্টি সৰ্বজনৰ প্ৰতি।

যুগৰ প্ৰৱৰ্তক হেৰা
পৰম পুৰুষ প্ৰধান,
সহিছা কিয়নো বাৰু
মানৱতাৰ এ' অপমান,
জাগা জাগা আজি আঁতৰোৱা
হেৰা অন্যায়-অনীতি।

(১২৬)

মুৰুলি মোহন কৃষ্ণ হৃদয় হৰণ।
কমল নয়ন হৰি মধুৰ বচন।।
কদম তলত কানু বজায় বেণু।। (স্থায়ী)

নূপুৰ বজাই নাচে যমুনা পাৰত।
হৰি প্ৰেম ছন্দ জাগে ৰাধাৰ দেহত।।
মধুৰ বাঁহীৰ সুৰ উতলা হৃদয়।
সাগৰমুখী যমুনা উভতিযে বয়।।

হৰি প্ৰেম সুধা পান মধুৰ যিমান।
বিৰহ মিলন গীতি মধুৰ সিমান।।

(১২৭)

অপেক্ষাত অধীৰ পদুম পাতত শয়ন।
এবুকু অভিমান ৰাধাৰ সজল নয়ন।।
বিৰূপ বনমালী বিফল জীৱন যৌৱন।।(স্থায়ী)

যমুনা পাৰৰে শুৱনিকৈ কঁহুৱা বননি।
দূৰণিত বাজে বাঁহী ঘনে কঁপে বুকুখনি।।

উগুল-থুগুল উতলা অবুজ মন।
নেমানে বুজনি অভিমান অকাৰণ।।

(১২৮)

পোৱাল মুকুতা কাৰ নয়নৰ মণি,
সোণ শুৱনি মোৰে ঐ যৌৱন ফুলনি
উঠন বুকু ঢাকি লয ৰিহাৰ আঁচল,
যৌৱন টলমল মোৰে চাৱনি চঞ্চল,
আকাশ পাতাল কিনো থাকে ভাবি-গুণি।

দেহৰ অংগত জাগে পীৰিতি লহৰ,
ঘনে অভিমান মাতিলে লাগে জগৰ,
জোন নে সোণ নে মোৰ নয়নৰ মণি।

(১২৯)

নিপোটল বুকুখনি ৰসে টলমল,
ৰূপৰ সাগৰ হেৰ যৌৱন উচ্ছল।

সাগৰ বুলীয়া চকুযুৰি চালে চকুৰোৱা,
আঁচল মলয়া যেন ফাগুনী পচোৱা,
মডাল গামিনী আৰু চাৱনি চঞ্চল।

মন হৰে প্ৰাণ হৰে কামনা জগায়,
প্ৰণয় পদুম ফুলে ফুলনি শুৱাই
যৌৱন নিজৰা বয় চেনেহ উচ্ছল।

(১৩০)

শিৱ, শিৱ, শিৱ, তুমি শিৱ জটাধাৰী,
জগতৰ হিত হেতু হ'লা গংগাধাৰী।

নিৰলস নিৰাসক্ত প্ৰশান্ত গম্ভীৰ
মংগল সাধন ব্ৰত তুমিহে সুধীৰ,
নীলকণ্ঠ তুমি দেৱ যোগী জটাধাৰী।

নীতিহীন সমাজৰ য'ত অনাচাৰ
মূৰ্তিমান তুমি প্ৰতিবাদ তাৰ
প্ৰণামো তোমাক দেৱ সত্যৰ পূজাৰী।

(১৩১)

ডিঙিৰে শুৱনি নেজাল
জোনবিৰি ডিঙিত তিৰেবিৰাই,
কাণৰে শুৱনি বাখৰ
পনিয়লী কাণত জিলেমিলায।

খোজত লৰে চৰে উঠন
বুকুখনি ঘনে কৰে আমনি,
লাজতে ৰাঙলীজনী ঘনে
পৰে সৰি বুকুৰে আঁচলখনি,
দেহা কৰে ৰাইজাই অ' বোলো
কাকনো ঘূৰি ঘূৰি চাই।

ৰূণ দিয়া পাৰ যুৰি
চোতালৰ শুৱনি উৰে ঘূৰি ঘূৰি,
বৰঘৰ শুৱনি আইজনী
কাজল কলীয়া চকুযুৰি,
কিনো গায় গুণগুণাই, ডিঙি
ভাঙি অ' বোলো কাকনো চাই।

(১৩২)

পিঠিৰে শুৱনি ক'লা চুলিটাৰি
কলীয়া ভোমোৰাৰে জাক,

সাগৰ সাগৰ লগা এযুৰি চকু
হেৰ তাকে চাই থাক।

হাতৰে আঙুলি পাঁজিসেৰীয়া
মুখৰে হাঁহিটি ঔফুলীয়া,
কাণত লৰে চৰে হেৰ বাখৰ
পতোবা এযুৰি থুৰীয়া,
মগৰুবা বালা যুৰি হাতৰেনো
শুৱনি, তাকে চাই থাক।

তাঁতশাল শুৱনি অসমীৰ
জীয়ৰী, সৰগী সপোন ৰচে
মৰম আকলুৱা মন নাচে
ঘনে গড়কাৰ চাবে চাবে,
মনি কি নমনি, ঘনে ঘূৰে
কঁকালখনি, তাকে চাই থাক।

(১৩৩)

মৰম ওপচা কি যে মধুৰ চাৱনি,
পীৰিতি কুসুম শুৱনি মন কৰ্ণি।

কবিতাৰ ছন্দ যেন লাৱনি দেহাটি,
ছন্দে ছন্দে নাচে মন নাচনী জুৰিটি,
লাজতে ৰাঙলী গোলাপী গাল দুখনি।

মৰম বলিয়া মন এবুকু যৌবন
ফাগুনী মলয়া বয় ঘনে উৰে মন
মনৰ বনত জ্বলে পীৰিতি অগনি।

(১৩৪)

মই অভাগিনী সীতা
লোকনিন্দাৰ ভয়তে,
তিয়াগিলা ৰাম মোকে ঐ
অৰণ্যৰ মাজতে।

নুবুজিলোঁ, নুবুজিলোঁ একো
মই অভাগিনী,
অসন্তুষ্ট কিয় মোৰ প্ৰতি
মহাকাল শনি,
বনবাস দুখ লিখে বিধাতা
মোৰে ভাগ্যতে।

ধৰ্মপত্নী সীতাকে ৰাম
বনতে তিয়াগিলা
প্ৰজাৰঞ্জন বুলি ধৰাত
খিয়াতিযে লভিলা,
কান্দে সীতা বিলাপ কৰি
অৰণ্যৰ মাজতে।

(১৩৫)

দিন যায় আহে ৰাতি
শীতে শেতেলি কোঁচাই,
বসন্ত আহে জকেমকাই
ধৰণী সজায়,
পলে পলে দিন উকলি
যায় অ' মনাই।

দিন যায় টুটি কালে
ধৰি কৰে টনাটনি,
মৰণ আহিলে চাপি
কিনো হ'ব ভাবি-গুণি,
দেহা ডিঙাখনি জহি
খহি যায় অ' মনাই।

জীৱনৰ মহাজন
মহাকাল অ' মনাই
হিচাপৰ কড়ি গণি
গণি কৰিব আদায়,

নিউ, নিউ কৰি নিয়তিয়ে
দিয়ে সকীয়ায়।

(১৩৬)

চকিত চাৱনি ৰাধা মড়াল গামিনী,
কৃষ্ণ মন মোহিনী সাজে অভিসাৰিণী।

চকুত কাজল ল'লে দেহত চন্দন,
নীলা আঁচলেৰে ঢাকি গৌৰাংগ বৰণ,
অভিমানিনি ৰাধা সাজে অভিসাৰিণী।

যমুনা পাৰৰ সেই মধু কুঞ্জবন,
পৰকীয়া ৰাধা মিলন আকুল মন,
আজি মধু যামিনী সাজে অভিসাৰিণী।

(১৩৭)

তৰলিত তৰংগা
মুনি বৰ ধন্যা
বিগলিত কৰুণা,
নামে গিৰি কন্যা।

সুৰধুনী গংগা
জনগণ বন্দিতা,
নামে দেব কন্যা
গিৰিবৰ খণ্ডিতা,
অলকানন্দা মণ্ডিত
ভংগী অনন্যা।

হিমগিৰি কন্যা
অনন্ত যৌৱনা,
শিখৰিণী গংগা দুকূলভৰা
অপৰূপ সেউজী বন্যা।

(১৩৮)

পানী নিবলৈ অহা
গাভৰুজনীৰ মুখলৈ চাই চাই
পুখুৰীপাৰত বহি বহি
ওৰে আবেলি কটাব পাৰোঁ ভাই।

ৰ'দত ঘামি জামি সেউজী
কঠীয়া ৰোৱা ৰোৱণীজনী
আঁহতৰ তলত নাচে নাচনী
ঘনে ঘূৰে কঁকালখনি
(তাকে চাই বনগীত গায়
টকা, পেঁপা, গগনা বজাই)
এটি দুপৰীয়া, এনিশা কটাব
পাৰোঁ মই তাকে চাই।

কাষত ৰূপহী এজনী
আৰু মনত সুৰ সুৰ ধুনী,
সপোন সুন্দৰ এটি
জীৱনৰ পল-অনুপল গণি
তন্ময় হৈ থাকিব পাৰোঁ
মই চকা পাটত বহালৈ চাই।

(১৩৯)

মই বড়ো, মই বৰা
মই এই দেশৰ ল'ৰা,
সেউজী ৰূপ অসমীৰ
মই আপোন পাহৰা।

পনীয়া সোণৰ সোঁত
বয় অসমীৰ বুকুত,
কত আশা, কত ভাষা,
কত যে সপোন চকুত,
কোনে বোটলে সোৱন-
শিৰীৰ সোণৰ চেকুৰা।

সেউজী গছে বনে শুৱনি
আই মোৰ প্ৰকৃতি জীয়ৰী
আইৰ মাধুৰীৰে
মই আপোন পাহৰা।

(১৪০)

পদুম কোমল অংগ সাজে নীলাম্বৰী ৰাধা।
মড়াল গামিনী গোৱালিনী ৰাধিকা।
কৃষ্ণ প্ৰেম গৰৱিনী গোপিনী প্ৰধানা।।

নিবিড় নিকুঞ্জ বন অতি মনোৰম।
ৰতি কেলি ধেমালি অতিকে অনুপম।।

যৌৱন টলমল ৰাধা চাৱনি মদিৰ।
মিলন বাসনা মনত উতলা অধীৰ।।

শাশ্বত ৰাধা প্ৰেম কথা মধুৰ ললিত।
মোহন মুৰুলি বাজে শুভদ সুললিত।।

(১৪১)

ৰুণুজুনু ৰুণুজুনু সুৰে সুমধুৰ,
হাতৰ কিংকিনী বাজে ভৰিৰ নূপুৰ।

বতাহত ভাহি আহে কেতেকী সুবাস
কুলিৰ মাতত জাগে কিনো হাবিয়াস,
মনৰ বনত বাজে বেণু সুমধুৰ।

প্ৰণয় মধুৰ ভাষা তিনিটি আখৰ
আবেগ মধুৰ আশা গাভৰু মনৰ
প্ৰেমৰ নিজৰা বয় সুৰ সুমধুৰ।

(১৪২)

লাজতে ৰাঙলী কপোল
চাৱনি মদিৰ,
ঢুলু ঢুলু নয়ন দুটি
কামনা অধীৰ।

বিজুলীৰে শিখা যেন
হাঁহিৰ চমকনি,
দেখা দি লুকায় ঘনে
বনৰে ঐ হৰিণী,
বনজুই জ্বলে দেহাতে
মন যে অধীৰ।

ৰূপৰ অগনি জ্বলে
পলাশ বননিত,
প্ৰণয় পদুম ফুলে
মন সৰসীত
মধুৰ গধূলি লগন
মন যে অধীৰ।

(১৪৩)

সন্ধ্যা, ললিতা, কান্তা
চিৰ বঞ্চিতা কিনো হেৰুৱাই
কোনে জানে হেৰা
চিৰদিন বয় কাকেনো ধিয়াই।

কুলু কুলু সুৰ যদিও
নহয় গীত মিলনৰ
সিয়ে উচুপনি বিৰহ
কাতৰ লাঞ্ছিতা প্ৰাণৰ,
কোনে জানে কাকেনো
ধিয়াই কান্দে ইনাই-বিনাই।

বশিষ্ঠৰ তপোফল
বঞ্চিতা সন্ধ্যাচল দুহিতা,
শাপভ্ৰষ্টা দেৱ কন্যা
তিনিধাৰা শোকৰ কবিতা
চিৰ বিৰহিনী তিনি
কন্যাই কান্দে ইনাই-বিনাই।

(১৪৪)

লাই হালে জালে
আবেলিৰ বতাহে
আইদেউ হালে জালে
ঐ ৰাম কিহে।

ৰভাৰে তলতে ঐ ৰাম
হোমৰে গুৰিতে,
আইদেউ হালেজালে
দৰাৰে কাষতে,
দৰা হালেজালে
আলে ঐ ৰাম কিহে।

আলে-জালে হালে
আমাৰে আইদেউৰ মাকে
জোঁৱাইকে জুমি চাই
ঐ ৰাম বেৰৰে ফাঁকে
মাক হালে-জালে
আলে ঐ ৰাম কিহে।

(১৪৫)

কালিন্দীৰ তীৰে
তীৰে গোধেনু চৰায়,
মুৰুলী মোহন
মোৰে জীৱন কানাই।

মুৰতে মৈৰাৰ
পাখি বজায় বাঁহীটি,
মন উন্মন কৰে
শুনি সেই সুৰটি,
হিয়া উদভাই
মই আছোঁ বাট চায়।

দেহা দ'ল সজাই
অ' জীৱন কানাই
হিয়া মণিকূট
মোৰ সজাই পৰাই
দয়িতা ৰাধা
মই আছোঁ বাট চায়।

(১৪৬)

মৰম উতলা প্ৰাণ
চেনেহ নিগৰা চিত,
ব'হাগী গাভৰুজনীয়ে
গায় শুৱলা গীত।

ভেবেলী ফুলে ব'হাগ
আহে কুলিৰ মাতত,
কেতেকী ফুলৰ সুবাস
উৰে মনৰ বনত,
নাহৰ ফুলে জকে-
মকাই মন পদূলিত।

যৌৱনে আমনি কৰে
পীৰিতি পৰশ লাগে,
হিয়া কঁপে ঘনে ঐ
দুৰু দুৰু কঁপনি লাগে,
কলীয়া ভোমোৰা উৰে
চাটি-ফুটি কৰে চিত।

(১৪৭)

গাভৰু মন মোৰ ক্ষণে
উচাটন অ' বহনা,
কমোৱা তুলা যেন উৰে
ঘনে ঘনে অ' বহনা।

মন পদূলিতে কলীয়া
ভোমোৰা উৰে,
ৰাইজাই ৰাইজাই কৰে
দেহা নিতে আমনি কৰে,
জোনবিৰি গহনা
নেলাগে মোকে ঐ বহনা।

লাহী পাহি কপৌফুল
এপাহি গুজি দে খোপাতে

লাহতী নাহৰ ফুলে
শুৱাব মোৰে ঐ ডিঙিতে
মুগা ৰিহা গাতে
নাচিম তোৰে স'তে অ' বহনা।

(১৪৮)

দেহা বিৰিন্দা
বন মাজে
বাঁহী বজায় কোনে,
হিয়া কুঞ্জ কঁপে ঘনে
কিমান যে আকুল
বুজিব কোনে?

যুগে যুগে বিচাৰি
কামনাৰ মথুৰাপুৰী,
জীৱন যমুনাৰ পাৰে
পাৰে ফুৰিছোঁ ঘূৰি,
হৃদয় তুলসী তলত
বাঁহী বজায় কোনে?

মোহিনী বাঁহীৰ সুৰে
মন কৰে বিয়াকুল
কোনেনো বুজিব ৰাধা
মন কিমান আকুল,
মন গকুলত নিষ্কাম
বাঁহী বজায় কোনে?

(১৪৯)

যমুনা পাৰত মোহন
কানাই মুৰুলী বজায়,
মাগিলোঁ শৰণ চৰণত
দিয়া ঠাই মোকে যদুৰায়।

নামধৰা গোকুলৰ গোপিনী
যত নামত টোপনিয়াই,
শুনি বাঁহীৰ সুৰ যমুনাৰ
পাৰলৈ বুলি ঢপলিয়ায়,
প্ৰেমত আকুল সবে মোহন
মুৰুতি চাই যদুৰায়।

বাঁহীৰে সুৰতে জগত মোহিনী
যাদু মোহে গোপীগণ,
কৃষ্ণক বেৰি নাচে গোপীগণ
ভকতিত মগন মন,
মাগিলোঁ শৰণ চৰণত
দিয়া ঠাই মোকে যদুৰায়।

(১৫০)

বন্ধ দুৱাৰ মেলি, বাধাৰ
হেঙাৰ ভাঙি যাওঁগৈ ব'লা,
মুক্তিৰ দিগন্ত বিচাৰি হেৰা
বিপ্লৱী আমি যাওঁ ব'লা।

মুক্তি দিগন্তৰ এই পথ
নহয় হেৰা সেন্দূৰী আলি,
মাজে মাজে আলিছিগা কত
আৰু আছে এন্ধাৰ কুঁৱলী,
ডেও দি পাৰ হৈ আলিছিগা,
কুঁৱলী ফালি আগলৈ ব'লা।

আগলৈ যোৱা খৰ কৰি গতি
পিছলৈ নেযাবা উভতি,
বোৱতী নদী সময় সুঁতি
টৌৱে টৌৱে প্ৰগতিৰ গতি,
চেগ চাই নাও মেলি, হেৰা
বিপ্লৱী যাত্ৰী আগলৈ ব'লা।

মুক্তিৰ ভৱিষ্যৎ বাণী হ'ল
আকাশৰ বুকুত লিখা,
দলিত জনতাৰ চকুত জ্বলে
বিপ্লৱ জ্বলন্ত শিখা,
হেৰা বিপ্লৱী, বাধাৰ হেঙাৰ
ভাঙি আজি আগলৈ ব'লা।

(১৫১)

মধুময় গীত পখীৰ
কণ্ঠত মধুৰ প্ৰভাত,
মধুময় হওক জীৱন,
মধুৰ এই বিশ্বত।

ৰূপে ৰসে গন্ধে মধুৰ
প্ৰকৃতি আজি মধুময়,
মৌন মুখৰ মধুৰ এ'
প্ৰভাত মধুৰ হৃদয়,
মধুময় হওক জীৱন,
মধুৰ এই বিশ্বত।

মধুৰ আশা, মধুৰ ভাষা,
মধুৰ সোণালী ঊষা,
পুলকিত কণ্ঠৰ ধ্বনি
মধুময় মধুৰ ভাষা,
মধুময় হওক জীৱন,
মধুৰ এই বিশ্বত।

(১৫২)

মোৰো মন ফাগুন
বনত বাজিছিল বাঁহী,
ময়ো সখী হাঁহিছিলোঁ
মিলন মধুৰ হাঁহি।
উতলা অধীৰ মোৰো
মন হৈছিল ব্যাকুল,
ময়ো সখী হৈছিলোঁ
কামনা অধীৰ আকুল,
মন ফাগুন বনত
সখী বাজিছিল বাঁহী।

ৰিক্ত হ'ল মন মোৰ,
শূন্য হৃদয় গগন,
জ্বলি জ্বলি শেষ হ'ল
আজি এলাগী যৌৱন,
মৰহিল আশা হৰিলে
হাঁহি নেবাজে বাঁহী।

(১৫৩)

কৃষ্ণ প্ৰেম পাৰিজাত
অতি বিতোপন,
ৰাধা মন বৃন্দাৱন
ফুলে অগণন।

ৰাধা প্ৰেম জলধি
কৃষ্ণ নাম লহৰী
ছন্দে ছন্দে দোলে ৰাধা
আপোন পাহৰি,
পুলকিত মন ৰাধা
প্ৰেমত মগন।

ভকতিৰ পানচৈ প্ৰেম
শুকুলা পাল
গুৰি ধৰে হৃষীকেশ,
নিজে গুৰিয়াল,
প্ৰেমত মগন ৰাধা
কৃষ্ণ নাম ধন।

(১৫৪)

গোসাঁই উপজিলা অ' মোৰে
গোসাঁই উপজিলা ইপাৰত,
কৃষ্ণ অষ্টমীৰে নিশা মেঘৰ
মাদল বাজে আকাশত।

উপজিলা যোগমায়া গোকুলত
কায়াহীন মূৰ্তি মতি মায়া
মোহ নিদ্ৰাত আকুল
যশোদা সুন্দৰী নন্দৰ জায়া,
নৰৰূপে নাৰায়ণ চিৰিহৰি
উপজিলা মথুৰাত।

কিনো ভাগ্য কৰি দৈৱকী
লভিলে পুত্ৰ দেৱ নাৰায়ণ,
যশোদা সুন্দৰী মনৰে আনন্দে
হৰিক কৰিলে পালন,
ভকত বৎসল হৰি, লীলা
কৰে হৃদয় গোকুলত।

(১৫৫)

সৃষ্টি স্থিতি প্ৰলয় কাৰণ নাৰায়ণ।।

আই হেৰে আই এনাই
চলি ক'তো দেখা নাই,
ভাণ্ড ভাঙি ঘৰে ঘৰে ফুৰে
দধি খায় হে আই।

সুধিলি লাগে দায় উল্টে
গিৰিক বান্ধিবা যাই,
ছৱালে নাবালক বান্ধে
আইহে যশোদা মাই।

মনুষ্য বেশে কালিন্দী
তীৰত গোধেনু চৰায়,
ভুবন মোহন কানাই
হৰি মুৰুলী বজায়।

(১৫৬)

হেৰা মোৰ প্ৰেয়সী
প্ৰেম নহয় মাথোন ৰূপৰ প্ৰশস্তি,
যুগান্তৰ প্ৰেম
আমাৰ হৃদয়ৰ গোপন প্ৰতিশ্ৰুতি।

অনৱগুণ্ঠিতা
ৰূপৰ শিখাটি সি যে সৰগী সৌন্দৰ্য,
উপচি পৰা
পূৰ্ণ জলধি কিযে সুধা মাধুৰ্য,
যুগান্তৰ প্ৰেম
আমাৰ ছন্দ মধুৰ যতিহীন গতি।

আমাৰ এই প্ৰেম,
হওক সুবিমল ছলনাবিহীন,
শাশ্বত প্ৰীতিৰ
বন্ধন সৃষ্টিৰ ছন্দতে হওক লীন
যতিহীন গতিৰে
প্ৰৱাহমান হৃদয়ৰ প্ৰতিশ্ৰুতি।

(১৫৭)

নিশা টোপনি
নাহিলে মোৰ নিচুকনি গায়,
কোনেনো বাৰু
তাহানি মোক থৈছিল শুৱাই।

ঘৰলৈ উভতি
আহোঁতে হয় যদি গধূলি,
বাটঘৰ কৰি
কোনে চাই ওলাই পদূলি,
আকুল অধীৰ
তেওঁ যে মোৰ চেনেহী আই।

মৰম চেনেহেৰে
কোনেনো হৃদয় উজাৰি,
ছায়াৰ দৰে
ওৰে জীৱন ৰাখিলে আবৰি
চিনি পাওঁ মই
তেওঁ যে মোৰ চেনেহী আই।

(১৫৮)

উত্তপ্ত বক্ষ মোৰ
প্ৰখৰ ৰৌদ্ৰ দগ্ধ,
তুমি যেন শীতল
মলয় স্নিগ্ধ স্নিগ্ধ।

তপ্ত বক্ষত মোৰ
কামনাৰ উত্তাপ,
তুমি যেন সুশীতল
ছায়া চন্দ্ৰতাপ,
তোমাৰ ৰূপত অন্ধ
হৃদয় যে দগ্ধ।

কামনা অগনিৰে
দগ্ধ মোৰ হৃদয়,
প্ৰীতিৰ (তোমাৰ)
পৰশ যেন শীতল মলয়
প্ৰেম শাৰদী জোনাক
কি যে স্নিগ্ধ স্নিগ্ধ।

(১৫৯)

বল্গাবিহীন অশ্বৰ দুৰন্ত গতিৰে
চিৰ ধাৱমান,
বন্ধন বিহীন অঘৰী পুৰুষ
মই চিৰ চলমান।

মোহময়ী, মায়াময়ী তোমাৰ
দৃষ্টিত কামনা শ্ৰাৱণ
সৃষ্টিৰ প্ৰেৰণা তুমি স্নেহময়ী
নাৰী প্ৰেমৰ প্লাৱন,
কুসুম কোমল অন্তৰ প্ৰেম
ফল্গু চিৰ প্ৰৱাহমান।

দুৰন্ত গতিত তাহানি পৰিল
তোমাৰ প্ৰেমৰ যতি,
অশান্ত ঘূৰ্ণী ক্ষন্তেক থমকি ৰ'ল
শান্ত নহ'ল গতি
বন্ধন বিহীন উন্মুক্ত মন
আজিও হয় ধাৱমান।

(১৬০)

নক'বি, নক'বি অ' সোণমাই
নক'বি মনৰে কথাটি,
নিজহাতে খুঁটি পুতি বোলো
সোণমাই নেখাবি উজুটি।

অ' বোলো সোণমাই গাৰ
নোমে শতৰু জাননে নাই ঐ,
কথা বুলিলে বতাহ কাণে
কাণে কৈ যায় লোকে শুনাকৈ
চুবুৰিৰ থুপৰীইঁতে
পাব লাই শুনে যদি কথাটি।

পীৰিতি তুঁহ জুই একুৰা
দেহত জ্বলাই বনজুই,
গৰকাত ভৰি থৈ অ' সোণমাই
বাটলৈ নেচাবি তই,
সুহুৰি শুনি নুঠিবি
চমকি লোকে বুজি পাব কথাটি।

(১৬১)

যোবাবেলি চেনেহীয়ে লিখিছিল
চিঠি হিয়াৰে মৰম ঢালি,

সেউজ কোমল এখিলানো
আগলতি কলাপাত ফালি।

এইবেলি এইখন চিঠি
লগত মৰা অঙঠা এটি
দহি দহি ক'লা পৰা যেন
চেনেহীৰ শুকান দেহাটি,
তেওঁজ বেলিতে সজা সৰু
পঁজাটি হেনো পৰিছে হালি।

চিঠি পাই লগুৱা মনাইৰ
হিয়া মন গ'ল যে দহি,
চৰগ পৰা কপৌ এটিৰ
দৰে ভাবি গুণি আছে বহি,
কোনে বুজে মনাইৰ কথা
কাক দেখুৱাব হিয়া ফালি।

(১৬২)

শাৰদী জোনাকৰ
হাঁহিৰ খলকনি
বতাহত ভাহি ৰ'ল,
কবিতাৰ ছন্দেৰে
সৰগী মন্দাকিনী
সংগীতৰ সুৰ হ'ল।
ৰূপোৱালী সাজেৰে
সাজি নিশা আজি
অভিসাৰিণী হ'ল,
জোনালী ৰূপহীজনী
কিয় জানো
বিমান পথত ৰ'ল।

জুৰ মলয়াই
আনে কঢ়িয়ায়
কাৰ হিয়াৰে বতৰা,
তৰা জিল্‌মিল্‌
নীলা আকাশখনি
আজি হ'ল মুখৰা,
শাৰদী জোনাকৰ
হাঁহিৰ খলকনি
বতাহত ভাহি ৰ'ল।

আজি এই শাৰদী
জোনাক জল্‌মল্‌
ধৰণী উতলা,
চপৰা চপৰা
ডাৱৰ উৰে মন
হয় কমোৱা তুলা,
কবিতাৰ ছন্দৰে
সৰগী মন্দাকিনী
সংগীতৰ সুৰ হ'ল।

(১৬৩)

কৰ্মহীন জীৱনৰ অপমান
শুনিবা কিমান, সহিবা কিমান।

কৰ্মহীন হ'লে অৰ্থহীন হয়
অৰ্থহীন জীৱন যে দুখময়
সেই অপমান সহিবা কিমান।

সেয়ে অণুক্ষণ কৰ্মৰ সন্ধান,
কৰ্মহীন হ'লে কি যে অপমান
শুনিবা কিমান, সহিবা কিমান।

(১৬৪)

মৃদু মন্দ সমীৰণ
আজি বয় ধীৰে ধীৰে,
মৃদু মন্দ গুঞ্জৰণ
কুঞ্জ কুটীৰে কুটীৰে।

হৃদয় কুঞ্জত লাগে
মৃদু মন্দ শিহৰণ,

ৰঙতে উতলা তনু
জাগে মন বৃন্দাবন,
মধুৰ বাসন্তী সমীৰণ
বয় ধীৰে ধীৰে।

ঋতুৰাজ বসন্তৰ আজি
মধু আগমন,
প্ৰকৃতি বুকুত জাগে আজি
মধু আলোড়ন,
ময়ূৰ ময়ূৰীয়ে নাচে
লয়লাস ভংগীৰে।

(১৬৫)

প্ৰতাপ সিংহৰ সিংহ হুংকাৰ
আজি নুশুনো কিয় ?
ছত্ৰপতিৰ মনৰে দৃঢ়তা আজি
আমাৰ নাই কিয় ?

ঝাণ্ডীৰ ৰাণী লক্ষ্মীবাঈ
আৰু মূলাৰে বীৰত্বই
জেৰেঙাৰ সতী মৃত্যু বিজয়ী
জয়াৰে সতীত্বই
আজিৰ গাভৰুহঁতক
প্ৰেৰণানো নিদিয়ে কিয় ?

লাচিতৰ দেশপ্ৰেমে আজি
প্ৰেৰণা নিদিয়ে কিয় ?
শ্বহীদৰ দৃষ্টান্তৰে আজি
ডেকা শক্তি নেজাগে কিয় ?
সমাজবিৰোধী শক্তিৰ
বিৰুদ্ধে নুযুঁজেনো কিয় ?

(১৬৬)

হে হিৰণ্ময়,
মোৰ মন আকাশ
দিয়া পোহৰাই,
হিৰণ্য জ্যোতিৰে
ধৰাৰ এন্ধাৰ
দিয়া আঁতৰাই।
বেদনাৰে ভৰা
এই ধৰা
দিকে দিকে হাহাকাৰ,
আৰু মানুহৰ
অন্তৰ জুৰি
মাথোন অন্ধকাৰ,
কলীয়া ডাৱৰে
আৱৰা আকাশ
দিয়া পোহৰাই।
অজ্ঞান অন্ধকাৰ
বিনাশি আনা
জ্ঞানৰ আলোক,
সোণালী ৰশ্মিৰে
উজলাই তোলা
হৃদয় গোলক,
হিৰণ্য জ্যোতিৰে
ধৰাৰ এন্ধাৰ
দিয়া আঁতৰাই।

(১৬৭)

যৌৱন জগা নাই
বসন্ত অহা নাই,
নপানী বঢ়া নাই
কুলিয়ে মতা নাই।

বন জুই জ্বলিছে
ডেই পুৰি মৰিছে,
কুকুহা যে উৰিছে
ৰিঙা, ৰিঙা লাগিছে,

তাঁতশাল তৰা নাই
তাঁত বাটি কঢ়া নাই।

আজি মন বিহুতলি
নিজান নিমাত,
টকা, পেঁপা গগনাও
বজা নাই তাত,
কুলিয়ে মতা নাই
বসন্ত অহা নাই।

(১৬৮)

বননিত গাই কিনো
চৰাই দহিকতৰা,
সেউজী দুবৰিত বহি
কোনে বায় দোতাৰা।

দোতাৰা বাজে আজি
মোৰ হৃদয় বননিত,
দহিকতৰা চৰায়ে
গাই গীত সুললিত,
সুৰে সুৰে উতলা
চোতালৰ দুবৰি ডৰা।

হৃদয় মৰুভূত নামিছে
আশাৰ শ্ৰাৱণ,
বৰাগীৰ দোতাৰাত নামে
সুৰৰ প্লাৱন,
আজি মুখৰা হ'ল
চোতালৰ দুবৰি ডৰা।

(১৬৯)

মই পাহৰা নাই,
পাহৰিব যে পৰা নাই,
স্মৃতি সেউজীয়া মনে
মোৰ পাহৰা যে নাই।

মোৰ মনৰ কথা
তোমাক বুজাম কেনেকৈ
মোৰ প্ৰাণৰ ব্যথা
তোমাক বুজাম কেনেকৈ
তাহানিৰ স্মৃতি মই যে
পাহৰিব পৰা নাই।

যৌৱনৰ মধুৰ স্মৃতি
ৰ'দালি সোণালী
মিলন মধুৰ অতীত
ৰামধেনু বৰ্ণালী
কামনা ৰঙীন দিনৰ
কথা সোঁৱৰাই।

তুমি জানো জানা
এনে কিয় হয়,
সপোন সুৰভি কিয়
বাৰু হেৰা ভাহি ৰয়,
অতীত স্মৃতিৰ কথা
পাহৰিব পৰা নাই।

(১৭০)

গংগা, যমুনা, গোদাবৰী, মেঘনা
কৃষ্ণা, কাবেৰী, লৌহিত্যৰ কৰুণা
তৰংগ উত্তাল,
বিন্ধ্য, হিমাচল, মহাদেৱ, নীলাচল
জাগ্ৰত মহাকাল, জ্বলে জটা জাল।

ত্ৰিবেণী, প্ৰয়াগ, কাঞ্চী, কেদাৰ, বদ্ৰী,
মৰুতীৰ্থ হিংলাজ, শাৰী শাৰী যাত্ৰী
জনস্ৰোত উত্তাল

(শিৱ আশুতোষ, নীলকণ্ঠ মহেশ্বৰ
দুগ্ দুগ্ বাজে ডম্বৰু,
ৰুদ্ৰ ভয়ংকৰ নৃত্য যে খৰতাল।)

এই তীৰ্থ ভাৰত ভূমি বিৰাজে মৈত্ৰী
প্ৰণামো প্ৰণামো হে, বিশ্ব মাতৃ
কত যে যাত্ৰী,
গোমুখী গংগা, হিমালয় শুভ্ৰ কিৰীটি
দুগ্ধ ফেনিল সমুদ্ৰ মেখেলা ভাৰতী মাতৃ
মিলন ক্ষেত্ৰ মানৱৰ, জাগ্ৰত মহাকাল।

(১৭১)

যুগ পুৰুষৰ (দূতৰ মুখৰ)
ভৱিষ্যৎ বাণী,
দুষ্কৃতি বিনাশৰ বাবে
আহিব হেনো কৈছিল তাহানি।

বোধিসত্ত্বৰ পূত অগ্নিশিখা
নুমাল কোন কাহানিতে
ঈশ পুত্ৰ যীশুখ্ৰীষ্ট ক্ৰুছ
বিদ্ধ হ'ল সেই তাহানিতে,
অৰ্থহীন হ'ল আজি বেদ,
বাইবেল, কোৰাণৰ বাণী।

বিদ্বেষ বৰ বিহৰ গজালি
গজে মানুহৰ মনত
যীশু, বুদ্ধ, মহম্মদৰ স্থান
নাই আণৱিক যুগত,
'সম্ভৱামি যুগে যুগে' আজি
অৰ্থহীন মাথোন প্ৰতিধ্বনি।

(১৭২)

আমি নাচোঁ ধূলিয়ৰি কৰি
পথাৰৰ শুকান চপৰা,
উলাহে নধৰে হিয়া ৰঙালীৰ
ৰঙেৰে উপচি পৰা।

ঢোলৰ ছেৱে ছেৱে মন যে
নাচে, দেহা কৰে ৰাই-জাই,
নাচোনৰ লহৰ জাগে
ৰিহা মেখেলাই খমেখমাই
চেৰেকী ঘূৰাদি কঁকাল
ঘূৰাই যাচোঁ মনৰ মৰম।

লুইতৰ পাৰে পাৰে নতুন
সাজেৰে সাজে বুঢ়া নাহৰে,
সৃষ্টিৰ কঠীয়া সিঁচো
আমাৰ মন পথাৰে পথাৰে,
নাচি নাচি ধূলিয়ৰি কৰোঁ
পথাৰৰ শুকান চপৰা।

(১৭৩)

কাৰ বাবে, কাৰ বাবে
সাঁচিলোঁ মনৰ মৰম
কাৰ বাবে, কাৰ বাবে
ধৰিলোঁ ধৰাত জনম।

কাৰ বাবে ফুলালোঁ মোৰ
মন কেতেকীৰ পাহি
কাৰ বাবে হাঁহিলোঁ মই
ভুবন ভুলোৱা হাঁহি,
মনতে মৰহি যায় মোৰ
সাঁচতীয়া মৰম।

কাৰ বাবে ফুলালোঁ
মোৰ মন, কুমাৰীৰ যৌৱন
কাৰ বাবে সজালোঁ
মোৰ এই দেহা আৰু মন
নুবুজিলে মনৰ মানুহে
মিছা হ'ল জনম।

(১৭৪)

ৰাজর্ষি জনকৰ আমি
উত্তৰাধিকাৰী
নাঙলৰ সীৰলুত
ফলাও মাণিকী-মধুৰি।

কপালৰ ঘামেৰে ধুই
কৰো পথাৰ ৰূপালী,
কলিজাৰ তেজেৰে আমি
কৰো ধাননি সোণালী,
ৰাজর্ষি জনকৰ
আমি উত্তৰাধিকাৰী।

আমাৰ চকুত জ্বলে
আশাৰ সোণালী সবিতা,
নাঙলৰ ফালেৰে লিখোঁ
চিৰ সেউজী কবিতা
ৰাজর্ষি জনকৰ
আমি উত্তৰাধিকাৰী।

(১৭৫)

চিৰ চেনেহী মুখৰে ঐ
ভাষাটি হেৰুৱালে আৰু,
নিজৰ বুলিবলৈ তোৰ
হেৰ থাকিবনো কি আৰু।

দেশৰে মাটিতে খোপনি
এৰিলে সকলো হেৰাব,
নিজৰ ভাষাটি এৰিব
লাগিলে জগতে হাঁহিব,
নিজকে চিনাকি দিবলৈ
একোযে নাথাকিব আৰু।

বাপটি সাহোন তোৰে ঐ
মুখৰে ভাষাটি নিদিবি,
প্ৰাণ থাকে মানে দেশৰ
মাটিত খোপনি নেৰিবি
ভাষাটি এৰিলে, মাতটি হেৰালে
হেৰ কি থাকিবনো আৰু।

(১৭৬)

তাহানি জয়াই দেশৰ
কাৰণে জীয়াতু ভুগিলে,
আই, চকুৰ লোতক সৰে
সেই কথা সুঁৱৰিলে।

দেশৰে জীয়াৰী-বোৱাৰী
দেশক নেযাও পাহৰি
সতীৰ বলেৰে বলীয়ান
আমি যাম আগবাঢ়ি
বৰিম মৰণ, ভুগিম
জীয়াতু আমিও লাগিলে।

ভেটিম দেশৰে শতৰু
আমি কৰিলোঁ অংগীকাৰ,
আমাৰ শকতি কিমান
দেখুৱাম আকৌ এবাৰ
বৰিম মৰণ, নেথাকো
জীয়াই অসম মৰিলে।

(১৭৭)

কিছু দিয়া, কিছু লোৱা
কি দিম বাৰু আমি
দিবলৈ আমাৰ কিবা
আছেনে আৰু বাকী?

গলপতা, সাতসৰী
আমি আগতে দিলোঁ,

কি দিলোঁ, কি থাকিল
আৰু ভাবি যে নেচালো,
এতিয়া দিবলৈ কিবা
আছেনে আৰু বাকী?

কৃষ্টিৰ দেউল, বৰপেৰা
উদং যে হ'ল,
বোলো সৃষ্টিৰ কঠীয়াও
মৰহি যে গ'ল,
দিবলৈ বাৰু আমাৰ
আছেনে কিবা বাকী?

(১৭৮)

হাজাৰ বেদনাৰ প্লাৱন
নামে অশ্ৰুধাৰ,
আজি যেন বাৰিষাৰ
নামে বৃষ্টি ধাৰাসাৰ।

মন আকাশ জুৰি উৰে
ঘন ক'লা ডাৱৰ,
ব্যথিত হৃদয় মোৰ হায়
আজি যাতনা কাতৰ,
ধূঁৱলি-কুঁৱলী দৃষ্টি
মোৰ নামে অন্ধকাৰ।

অপমান অপযশ যত
মৃত্যুৰ সমান,
সেই মৃত্যুৰে কৰিম
জীৱন মহান,
হেলাৰঙে পাৰ হৈ বেদনা
সাগৰ অপাৰ।

(১৭৯)

আকাশে জ্বলালে আজি
বিজুলী শলিতা,
হৃদয়ে ৰচিলে আজি
প্ৰেমৰ কবিতা।

বিজুলীৰে শিখা কঁপে
আকাশ উজলে,
কবিতাৰ ছন্দে ছন্দে
পখিলা নাচিলে,
নিশাৰ শেষত জ্বলে
হেঙুলী শলিতা।

হেঙুল বৰণে সাজে
গাভৰু ধৰণী
গাভৰু প্ৰিয়াৰ গাল
হেঙুল বৰণী
চুমা পৰশে ৰচিলে
কামনা কবিতা।

(১৮০)

'তেজ দিম, তেল নিদিওঁ'
লিখিলে দুলালে,
তাকে দেখি শনাহী শতৰু
বদন, বিভীষণ কেনিবা পলালে।

ৰাজপথ ৰাঙলী কৰি
প্ৰতিজ্ঞা কৰিলে
শৰাইঘাট ৰঙাই তেজেৰে
অসমীয়াই অসম সাহসেৰে
দুৰ্ভেদ্য দুৰ্গযে সাজিলে।

দমন, দলন সকলো
বিফলে যে গ'ল
'জয় আই অসম' ধ্বনিৰে
আকাশ মুখৰিত হ'ল,

নেগুৰ কটা শিয়ালৰ দল
কেনিবা পলালে,
আই তোৰ সন্তানে বুকুৰ
তেজেৰে ইতিহাস ৰচিলে।

(১৮১)

মোৰ এই জীৱন
উতলা ফাগুন,
বলিয়া ভোমোৰাই
কৰে গুণ্ গুণ্।

অলিয়া বলিয়া মন
পলাশ ৰঙীন,
সেউজী বুলীযা মন
ৰঙেৰে ৰঙীন,
বলিযা ভোমোৰাই
কৰে গুণ্ গুণ্।

পলাশ-ৰঙেৰে আজি
ৰঙীন গগন,
গাভৰুৰ দেহা মন আজি
কঁপে ঘন ঘন,
দুনযনত মাধৱী
নিশাৰ সপোন।

(১৮২)

কতেনো আছা, কিনো বাৰু কৰিছা
নেপাওঁ মই একোৰে বাতৰি,
তোমাৰ কথা থাকোঁ ভাবি-গুণি
তুমি হেনো সীমান্তৰ প্ৰহৰী।

পুৱা-গধূলি পদূলিত থাকোঁ ৰৈ
মই তোমালৈ বাট চাই
এবুকু মৰম তোমালৈ থৈছোঁ সাঁচি
তুমি জানানে নাই,
উন্মনা মন মোৰ পাখি মেলি উৰি
যায় তোমাকে বিচাৰি।

দূৰণিৰ গাঁৱতে অকলে থাকোঁ মই
উতলা যৌৱন মোৰ
ঘনে উচাটন মন মোৰ, মই
ভাবি-গুণি নেপাওঁ ওৰ
মনৰ দুৱাৰ ৰাখিছোঁ খুলি অ'
মোৰে যৌৱনৰ প্ৰহৰী।

(১৮৩)

শুনিছনে বাইটি
আহিল যে বিহুটি
পলাশো ফুলিলে
নাহৰো ফুলিলে
পাতৰে আঁৰতে
মাতিছে কুলিটি।

কুলি-কেতেকীৰ মাত
বননি কঁপাই
ঢোলৰ মাতে ঐ
পেঁপাৰ মাতে ঐ
মন বিহুতলি
আজি ৰজনজনাই,
পদূলিতে ৰৈ মাতে
তোৰে ঐ চেনাইটি।

ব'হাগৰ বিহুটি
আহিব দুনাই,
যৌৱন গ'লে
আৰু যে
পাবলৈ নাই
অ' হেৰা বাইটি,
আহ হেৰ' আইটি
ৰৈ আছে চেনাইটি

ঠেহ পাতি নেথাকিবি
ঐ হেৰ বাইটি।

(১৮৪)

বিৰহৰ ব্যথাৰে আকুল
আমাৰ জীৱন,
বাধাৰ হেঙাৰে আগচি ধৰা
আমাৰ যৌৱন।

প্ৰেমৰ ডোলেৰে বান্ধিব
খোজা দুটি মন,
কতেনো হেৰাল আঁত
নাহিল মধুক্ষণ।

কলিতে মৰহি গ'ল আমাৰ
মধুৰ সপোন,
বিচ্ছেদ ডাৱৰে ঢাকিলে দুটি
মনৰ দাপোণ।

মনৰে আশা মনতে হেৰাল
সময় উকলি গ'ল
বৈধতা বিচাৰি ভাবোঁতে গুণোতে
যৌৱন উঁৱলি গ'ল।

(১৮৫)

সকলো আছিল, সকলো আছে বুলি
ভাবিলে নহ'ব,
নিজৰ প্ৰাপ্য আদায় কৰি ল'বও
জানিব লাগিব।

আজি লাচিতক সুঁৱৰি ৰণ জিকিব
নোৱাৰি হেৰা,
আপোন হ'লেও মোমাইকে কাটি আনি
দেশকে তৰা,
আজিৰ অসমীয়া সাহসী সংগ্ৰামী
হ'ব যে লাগিব।

আছিল যদি তাহানি আছিল
আজি যে নোহোৱা হ'ল,
সেই প্ৰশ্ন অসমীয়া, আজি
নিজকে কৰিবৰ হ'ল,
হাত সাবটি মুখলৈ চাই বহি
থাকিলে নহ'ব।

(১৮৬)

মোৰ এই লেখনি তীক্ষ্ণ ক্ষুৰধাৰ
যুগে যুগে ইয়াৰে কৰিছোঁ সৃষ্টি,
শব্দৰূপী পৰম ব্ৰহ্মাৰ,
মোৰ এই লেখনি সৃষ্টিশক্তিৰ আধাৰ।

মোৰ এই লেখনি কুসুম কোমল,
আঁচোৰত গুঞ্জিত শত মধুকৰ,
মৃদু মধুৰ বাজে বাঁহী,
ছন্দিত হয় প্ৰাণ কত শত প্ৰেমিকৰ,
মোৰ লেখনিৰে মই আঁকো ছবি
ৰামধেনু বুলীয়া দূৰ নীলিমাৰ।

মসী লিপ্ত লেখনি মোৰ জাগ্ৰত
প্ৰহৰী, স্বাৰ্থপৰ এই সমাজৰ,
ইয়াৰে কৰিম প্ৰতিকাৰ দুঃশাসন
সমাজৰ যত অন্যায়ৰ,
মোৰ লেখনিৰ আগত বাজে
হুংকাৰ, ক্ষণে জাগে গাণ্ডীৱ টংকাৰ।

(১৮৭)

নাঙলৰ ফাল যেন
তুলাপাত পথাৰত

চোকা মোৰ এই লেখনি,
গজাওঁ সোণালী ধাননি।

ই যেন কোনোবা বাঢ়ৈৰ
হাতৰ কৰত এখনি
শুকান কাঠৰ বুকুফালি
নামঘৰ কৰে শুৱনি
নাগাৰা, তালৰ ছন্দেৰে
বোৱাই সুৰৰ মন্দাকিনী।

সোণসেৰীয়া আঙুলিৰ
পৰশ লগা মাকোটি
যেন মোৰ এ' লেখনি,
কিংখাপ কাপোৰত ৰচে
মনঁৰে সপোন শুৱনি,
এই লেখনিৰে লিখিলোঁ
সংগ্ৰামৰ ইতিহাস,
সুতীক্ষ্ণ তৰোৱাল যেন
লিখনি নকৰা উপহাস,
যুগজয়ী, কালজয়ী
সংগ্ৰাম বিজয়ী
মোৰ এই লেখনি।

(১৮৮)

বিশ্বাসৰ লাইখুঁটা
আজি হেৰা হৈছে কাতি,
অবিশ্বাস কাঁইটীয়া
বনে বাট ধৰিছে ছাটি।

কোনে বাৰু মচি দিলে
সুন্দৰৰ সঁচা ৰূপটি,
ক'তনো হেৰাল বাৰু
বিশ্বাসী সহজ মনটি,
অবিশ্বাসী কাঁইটীয়া
বনে বাট ধৰিছে ছাটি।

সত্য সুন্দৰৰ বাট সন্দেহ
কুঁৱলী ধৰিছে ঢাকি,
জীৱন সিন্ধুত অবিশ্বাস
গৰল দিয়ে যে বাকী,
অসত্য এন্ধাৰে হৃদয়
মণিকূট ধৰিছে ছাটি।

(১৮৯)

মন তুলসী তলত কিয়
নজ্বলে চাকিটি,
ডাৱৰৰ মাজত কিয়বা
হেৰাল জোনটি।

কিয় বাৰু এনে হ'ল
তুমি জানো জানা সোণ,
বিশাল জনসিন্ধুৰ
বুকুত আমি বাৰু কোন,
কতেনো লাগিল আউল
চমকি থমকে গতি।

আমিতো নহও কক্ষহাৰা
পপীয়া তৰা,
আমাৰো যে আছে ঘৰ
জীৱনৰ আশাভৰা,
তুমি সোণ নপৰিবা ভাগি
জ্বলোৱা চাকিটি।

(১৯০)

সন্ধিয়া তুলসী তলত কঁপে
মাটিৰ প্ৰদীপ শিখা,
প্ৰদীপ শিখাৰ পোহৰত
পালোঁ তোমাক যেন দেখা।

দৃষ্টিয়ে জগালে মনত
যত অতীত স্মৃতি,
স্মৃতিয়ে আকউ শুনালে
তোমাৰ প্ৰতিশ্ৰুতি,
প্ৰতিশ্ৰুতি সোঁৱৰণী
হ'ল বিজুলী শিখা।

শিখাৰ পোহৰে উজলাই
স্মৃতিৰ মণিকোঠা,
স্মৃতিৰ মণিকোঠাত বহি
পাতোঁ মনৰে কথা,
মন আকাশ উজলাই
জ্বলে প্ৰেমৰে শিখা।

(১৯১)

বৰনৈ পাৰতে কঁহুৱাৰ আঁৰতে
ম'হ শিং পেঁপাটি বজায়,
বুকুৰে মাজতে মোৰ মন বননিতে
কোনে পীৰিতি ফুলায়।

সপোন ফুলীয়া সুৰে পানচৈ
মৰমবুলীয়া পাল,
চেনেহ নিজৰাটি বয় কুলু কুলুকৈ
মন পীৰিতি ৰসাল,
উতলা যৌৱন মোৰে ঐ চেনাই ধন
দেহা কৰে ৰাই-জাই।

যুৰীয়া আঁহতৰ তলতে ঢোলে মাতে
ধিনিকি ধানাও ৰোল
মন পথাৰতে হেঁপাহৰ ঢল নামে
হাতত জেতুকাৰ বোল,
দেহা চমচমাই মন ৰমেৰমাই
মোৰ অ' হেৰ চেনাই।

(১৯২)

হাতীখুজীয়া বাটিতে
কোমল চাউলেৰে
জলপান খাই,
লখাই তৰা পাৰ হৈ
মনবৰ দেদাইটি
জিলালৈ যায়।

জিলা পাই ভেবা লাগি
আছে চাই, হৰিল মুখৰে মাত,
ভাবিছে মনতে কিনো মোৰ
ঐ গোসাঁই, জিৰাই গছৰে ছাঁত
গোসাঁই চৰিছে সবাৰো গাত
ভোঁ, ভোঁ, পোঁ, পোঁ আহে আৰু যায়।

গাঁৱৰে ভেকোলা কেছাৰীত
আছে, হাকিমৰ চাপৰাচী হৈ
সুধিলে, দেদাইটি কেতিয়া
আহিলি, ইয়াত কিয় আছ বৈ,
'জিলা চাওঁ বুলি আহিলোঁ
বোপাই, উৰাদিহ পোৱা নাই।'

নিশাটো চালিৰ তলত বাগৰি
কটায় ভেকোলাৰ তাত
'বোলো প্ৰজালোকৰ ইমান ঠাট্
নোৱাৰি টিকিব ইয়াত,'
বোৱাৰী পুৱাতে জিলা এৰি
অহা বাটে উভতিল দেদাই।

(১৯৩)

জ্বলন্ত বিক্ষোভে চোৱা
হেৰা আজি লভিছে প্ৰকাশ,

বিক্ষোভ নহয় অস্তিত্ব
ৰক্ষাৰ বলিষ্ঠ প্ৰয়াস।

অস্তিত্ব ৰক্ষাৰ এ'ৰণ
আজি আহিছে আহ্বান,
বিক্ষুব্ধ শত কণ্ঠৰ
ধ্বনিৰে আকাশ কম্পমান,
পিছলৈ চোৱাৰ, থমকি
ৰোৱাৰ নাই অৱকাশ।

ক্ৰোধান্বিত কতজন
জনস্ৰোত প্ৰবল জোঁৱাৰ,
মাউখে আহে ওলাই
জ্বলে অগ্নি সংকল্প শিখাৰ,
সবাৰো লক্ষ্য মাথোন
লক্ষ্যত উপনীত হোৱাৰ,
অৱৰুদ্ধ চেতনাৰ
ই এক অভিনৱ প্ৰকাশ।

(১৯৪)

এই বিশাল জন বাৰিধি
মই এটি ক্ষুদ্ৰ বিন্দু,
মই নহ'লে নোৱাৰা কৰিব
ৰচনা এ' জনসিন্ধু।

সমষ্টিৰ মাজত মোৰ
একক অস্তিত্বৰ প্ৰকাশ,
সমষ্টিৰ মাজতে মোৰ
ব্যক্তিত্বই লভে যে বিকাশ,
মোৰ ব্যক্তিত্বৰে ৰচোঁ মই
বিশ্ব সমাজ মহাসিন্ধু।

ধৰাৰ বুকুত যদিও মই
এটি ক্ষুদ্ৰ ধূলিকণা,
এই বিশ্ব সমাজ ৰচনাত
মোৰো আছে অৰিহণা,
মোৰ অৰিহণাৰে সমৃদ্ধ হয়
বিশাল জন সিন্ধু,
যদিও মই বিশাল বাৰিধিত
এটি মাত্ৰ বিন্দু।

(১৯৫)

এই বিশ্ব হাঁহিভৰা
মধুময় ৰহঘৰা,
চিৰসেউজী নবীনা
ৰঙে-ৰূপে পয়োভৰা।

গাভৰু এ' বসুন্ধৰা
মাতৃ অনন্ত যৌৱনা,
ফলে ফুলে শোভিতা
ধাত্ৰী ইতিহাস প্ৰাচীনা,
সমুদ্ৰ মেখেলা
কামধেনু অমৃত নিজৰা।

সূৰ্য কৰোজ্জ্বল চুম্বিতা
সুমধুৰ কবিতা,
দয়িতা এই ধৰা
প্ৰেমৰ ছন্দেৰে ছন্দিতা,
মোহনীয়া মায়াভৰা
ৰহণীয়া এই ধৰা।

(১৯৬)

থৌকি বাথৌ ঢউ
মই উত্তাল অৱবাহিকা,
সৃষ্টিৰ পাতনি
মেলা মই এক নীহাৰিকা।

মহাকাশ উজ্জলাই
তোলা মই ধূমকেতু
প্ৰলয়ংকৰী ধুমুহা
মই সৃষ্টি স্থিতি হেতু,
বিভ্ৰান্তিৰ সৃষ্টিকাৰী
মই এক প্ৰহেলিকা।

ময়ে ভাঙো, ময়ে গঢ়ো
সৃষ্টিৰ পাতনি মেলোঁ,
যুগে যুগে ময়ে
নতুনৰ বতৰা যে আনো,
মহাকাশৰ বুকুত
জ্বলাওঁ আলোক বৰ্তিকা।

(১৯৭)

কত গীত ৰচিলোঁ
মনৰ আনন্দত,
কত গীত গালোঁ যে
ৰাইজৰ আগত।

সৃষ্টিৰ আনন্দত
হাঁহিলোঁ যতনা
ব্যৰ্থতাৰ বেদনাও
সহিলোঁ ততনা
সুৰ নাই আজি মোৰ
নীৰৱ কণ্ঠত।

ক্লান্ত মই, ক্লান্ত আজি
গানৰ পখীটি
ক্লান্ত দেহ মোৰ শূন্য
হৃদয় সঁজাটি
গুণমুগ্ধ শ্ৰোতা নাই
মোৰ সন্মুখত।

(১৯৮)

দূৰ ভল্গাৰ পাৰ, পলসুৱা মাটি
এৰি থৈ আহিলোঁ তাহানি,
সিন্ধু উপত্যকা, গংগা, যমুনাৰ স্মৃতি,
আজি অতীত কাহিনী।

বৰনৈ লুইতৰ পাৰত জিৰালোঁ
সেউজীয়া গছৰ ছাঁত,
শুনিলোঁ সুৰীয়া কণ্ঠৰ সুৱদি মাত
পৰাণ পৰিল শাত,
সজালোঁ পৰালোঁ, ৰচিলোঁ সৰগ
চেনেহৰ বেহালোঁ বেহানি।

মানাহ কলঙৰ পাৰ চিনি পাওঁ মই,
অসমী মোৰ আই,
ইয়াতে জনমি ইয়াতে মৰিম আই
তোৰে চৰণ ধিয়াই,
লুইতৰ পাৰত সাজিলোঁ মোৰ
সৰু পজাটি সেই তাহানি।

(১৯৯)

নিয়তিৰ স'তে সেই তাহানি
আমি কৰিছিলোঁ সময় নিৰূপণ,
জননীৰ হাতৰ শিকলি দিম
দলিয়াই আমি কৰিছিলোঁ পণ।

শত বাধা-বিঘিনি শতিকাৰ
এন্ধাৰ আঁতৰাই বাটৰ হেঙাৰ

আমি কৰিছিলোঁ অংগীকাৰ
দেশমাতৃৰ বন্ধন মোচন কৰাৰ,
পুবতিৰ কপালত জ্বলিছে
প্ৰভাতী সূৰ্য আজি সেই শুভক্ষণ।

পৰাধীনতা অপমান শতিকাৰ
অভিশাপ হ'ল যে অৱসান,
মুক্ত আজি দেশ জননী, আকাশত
বতাহত আহে মুক্তিৰ গান,
পূৰ্ণ হ'ল অংগীকাৰ পূৰ্ণ আজি
মুক্তিৰ পণ আজি এ' শুভক্ষণ।

(২০০)

ৰাসলীলা কৰে হৰি
মোহন মুৰাৰি।
যমুনা পাৰৰে বননি
অতিকে শুৱনি।
কৃষ্ণপ্ৰেম আকুল
ৰাধিকা ৰমণী।।

ডাৱৰ কলীয়া এটাৰি
চুলি বতাহত উৰে।
থমকি থমকি চমকে
শিখা বিজুলীৰে।।

চৰণৰ নূপুৰ ৰিণিজিনি
বাজে কিংকিনী।
বৃন্দাৱন আজি
উৎসৱ মুখৰ।
গুণ গুণ গুণ গুণ
কৰে মধুকৰ।
পুলকিত মন ৰাধা
আজি অভিসাৰিণী।।

(২০১)

মন্দিৰত নাই, মছজিদত নাই, ক'তনা বিচাৰিলোঁ
ক'ত জানো থাকে, কোনোবাই দেখিছেনে বাৰু
মই গিৰ্জাতো যে নেদেখিলোঁ।
শূন্য মন্দিৰ, শূন্য বিহাৰ, মছজিদ
গিৰ্জাত নাথাকে হেনো তেওঁ
সকলোতে থাকে, সকলোতে আছে
চকুৰে নেদেখোঁ
তুমি আছা বুলি জানো
নানা দেশ ভ্ৰমিলোঁ, ক'তনা ঘূৰিলোঁ
ক'তো যে নেদেখিলোঁ।

মন্দিৰ মছজিদ গিৰ্জা ক'তো যে নাই,
নাই বিহাৰত
তীৰ্থ এৰি আহিলোঁ ঘূৰি দেখিলোঁ আছে
আপোন অন্তৰত,
দেখিলোঁ বহুত, শুনিলোঁ বহুত
শেষত ঘৰতে পালোঁ।

(২০২)

সাতসৰী জোনবিৰি
অংগত কৰিছে ধাৰণ,
আহে কি নাহে ভাবি
ঘনে কঁপে মন।

খিৰিক কৰিলে
মেলে দুৱাৰখনি
সজাই-পৰাই ৰাখিছে শেতেলিখনি
অপেক্ষাত অধীৰ মন।

কৃষ্ণপ্ৰেম বাউলী
ৰাধাৰ মধুৰ কল্পনা,
আজি নিশা হ'ব যে
মিলন আঁকিছে আল্পনা
অভিসাৰিণী ৰাধিকাৰ
উতলা অধীৰ মন।

(২০৩)

অসুন্দৰ এন্ধাৰ বিনাশী এদিন সূৰুযে
হেঙুলী ৰহণে সজাব ধৰণীক,
অমৃত পৰশ বুলাই এদিন
সূৰুযে জগাব পৃথিৱীক,
এদিন সুদীৰ্ঘ জীৱনজোৰা
এই সংগ্ৰামৰ হ'ব অৱসান,
এদিন মানুহৰ মন মুকলি হ'ব
মানুহ হ'ব যে মহান,
সেইদিনা সূৰুযে নতুন
ৰূপেৰে সজাব ধৰণীক।

এদিন মানুহে মানুহক
ল'ব আপোন কৰি
এদিন মানুহৰ মনৰ
এন্ধাৰ যাব যে আঁতৰি,
সেইদিনা সূৰুযে হেঙুলী
ৰহণে সজাব ধৰণীক।

(২০৪)

মেঘে বজায় ডম্বৰু ডম্ ডম্ ডম্
প্ৰজাপতি ব্ৰহ্মাৰ আদিতম বাণী
দাম্যত, দত্ত, দয়ধ্বম্।

ভোগৰ বাসনা, ইন্দ্ৰিয় লালসা
দমন কৰা মনৰ সৰ্বগ্ৰাসী আশা,
দাম্যত, দত্ত, দয়ধ্বম্।

নহ'বা লোভী হেৰা নহ'বা কৃপণ,
মুক্তহস্তে কৰা দানহে বিশ্বজন
দাম্যত, দত্ত, দয়ধ্বম্।

হিংসা কৰা পৰিহাৰ দয়া সুমহান,
জীৱ হিংসা মহাপাপ নহ'বা অজ্ঞান
দাম্যত, দত্ত, দয়ধ্বম্।

(২০৫)

অন্ধ কৰি দিয়া প্ৰভু
নেলাগে দৃষ্টি,
অধম মই; পাপী মই
তোমাৰেই সৃষ্টি।

বধিৰ কৰা মোক
নুশুনো পাপ কথা,
নেমানি তোমাৰ
বচন পাইছোঁ ব্যথা
কৰিছোঁ কতনা
ভুল খোজে প্ৰতি।

অসংযত বাক্য
অসংযত ৰচনা,
সংযত কৰা মোৰ
মনৰ কামনা
অন্ধ কৰা পাপ চকু
নেলাগে দৃষ্টি।

(২০৬)

গানে গানে মই কত কথা ক'লোঁ,
সুৰে সুৰে হায় কতনা বিনালোঁ।

গানৰ কথা বতাহত মাৰ গ'ল,
সুৰৰ বিননিও হেৰাই গ'ল,
বিফল বিননি উভতি আহিলোঁ।

নুশুনিলে কোনোৱে যে নুবুজিলে
আহত কণ্ঠৰ কথা নুশুনিলে
আহত হিয়াৰে মই বিফল হ'লোঁ।

(২০৭)

এই বাটে কতজন আহিছিল
এন্ধাৰৰ শেষত সূৰুয
ওলোবাৰ বাতৰি আনিছিল।

সবাৰো হাতে হাতে একোখনি পতাকা,
পিছে পিছে আহিছিল অলেখ জনতা,
সবে মিলি মুকুতিৰ গীত গাইছিল।

বাটৰ দাঁতিত অকলে অকলে থিয় হৈ
সমবেত গীত শুনি মই আছিলোঁ বৈ
যেন এজাক কপৌহে উৰি আহিছিল।

(২০৮)

ছন্দৰ মধুৰতা শব্দৰ ঝংকাৰ
ভাহি ৰয় বতাহত,
ডাৱৰৰ পালতৰি জোনৰ
ডিঙা ভাহে আকাশত।

জোনাক উজলা মনৰ পদূলি
উলাহতে উদুলি-মুদুলি,
সুৰৰ পৰশ লাগি আঁতৰিল
আজি বাটৰ কুঁৱলী,
সুৰসুৰীয়া বাজে বাঁহী সেউজী
মোৰ মন পথাৰত।

ৰুণু জুনু বাজে আজি
নূপুৰ শব্দৰে ছন্দৰে
নীলিমাৰ পাৰে পাৰে সপোনৰ
মেলা বৰ্ণৰে গন্ধৰে
ছন্দৰ মধুৰতা শব্দৰ ঝংকাৰ
ভাহি ৰয় বতাহত।

(২০৯)

হৃদয় জুৰিটিত থৌকি-বাথৌ
ঢৌ, মন নৌকাখনি
তাতে দিলোঁ এৰি,
আবেগৰ পালতৰা নাওখনি
ঢৌৰে ঢৌৰে নাচি-বাগি
যায় বাগৰি।

দুটি পাৰ চেনেহ সজাল
সিপাৰে তুমি ইপাৰে মই,
মাজত প্ৰীতিৰ সেঁতু ৰচিলোঁ
আমি মৰম কৰিলোঁ জয়
হেঁপাহৰ বতাহত পাল
উৰুৱাই, নাও দিলোঁ এৰি।

অনুভূতি সোঁতত উটি উটি
গীত গালোঁ যৌৱন জলধিত,
মিলন মোহনাত চপালোঁ নাও
সাঁতুৰিলো প্ৰেম সৰসীত,
আমাৰ এই মিলন দুটি হৃদয়ৰ
শাশ্বত প্ৰীতিৰ এনাজৰী।

উতলা যৌৱনৰ জোৱাৰ
উঠে নামে ধমনীত,
আমি দুজন সহযাত্ৰী
থৌকি-বাথৌ ঢৌ হৃদয় জুৰিত,
বিৰহৰ ভেটা ভাঙি যাওঁ
আগবাঢ়ি দুটি মন এক কৰি।

(২১০)

মই সুৰভিত কুসুমিত আনত পুষ্প,
তুমি মধুমত্ত মুগ্ধ কৃষ্ণ মকৰন্দ।

মই কম্পিত তৰলিত তৰংগ,
তুমি সুশোভিত সুন্দৰ অনঙ্গ
তৰংগিত বক্ষত মোৰ প্ৰণয় নূপুৰ ছন্দ।

মই ছন্দিত ছন্দ কম্পিত কণ্ঠ,
তুমি সুৰৰ লহৰ সুদুৰ পথৰ পান্থ,
সুৰৰ লহৰে লহৰে জাগে
প্ৰণয় নূপুৰ ছন্দ।

(২১১)

কাণি-দুৱৰিকৈ মেলা দুৱাৰৰ
ফাঁকেদি কাৰেনো ঐ মু'খনি
বেৰৰ জলঙাৰে আৰু যে এখনি
তিয়ঁহৰ জালি নে পকা বিলাহী
চোতালত চোন আলহী
অ' বোলো ওলাই আহ এইজনী।

ইঃ নেদেখিছ এইজন, অ' বোলোঁ
কৰেনো ৰজাৰ কোঁৱৰ
লগুৱা লিকচৌ লগতে নাই,
দোলা নাই ঘোঁৰা নাই
কোন ৰজাৰে কোঁৱৰ।

অ' বোলোঁ বঙহৰ দেউনে
পাহুৱাল ডেকাহে চিনি-জানি
নোপোৱা কোন বাৰু এইজন,
তিয়ঁহৰ জালি নে পকা বিলাহীহে
ওলাই আহ ঐ আইজনী।

(২১২)

দুৱাৰৰ ফাঁকেদি নেলাগে চাব,
বেৰৰ জলঙাৰে নেলাগে জুমিব,
দুৱাৰৰ ফাঁকে আমি চোৱা নাই
বেৰৰ জলঙাৰে আমি জুমা নাই,
আলহী হ'বলৈ আমি মতা নাই।

আলহী হ'বলৈ অহা নাই
আমি কাকো মতা নাই
বিহুৱান দিবলৈ মতা
জানো মনত নাই।

ছিঃ লাজো নাই বিহুৱান খুজিছে চা,
নিদিবি, নেলাগে নলওঁ যা
ওঃ ওফোন্দ পাতিছে চা।

ঐ ল পীৰিতি বুলীয়া এইখন গামোচা
বলিছে বিহুৰে বলিয়া বা
ৰাইজাই কৰিছে গা
বলিছে বলিয়া বা।

(২১৩)

সুশীতল গংগাজল কৰিলোঁ পান,
বহুতীৰ্থ ঘূৰি কৰিলোঁ পুণ্য স্নান।

তথাপিও তাপিত দেহা
নহ'ল শীতল মোৰ
তৃষিত প্ৰাণৰ তৃষ্ণাৰ নপৰিল ওৰ,
কুৎসিত কামনা আজিও

ধমনীত প্ৰবাহমান।
অৰ্থহীন গংগা স্নান তীৰ্থ পৰিভ্ৰমণ,
পবিত্ৰ চিন্তাজলত কৰোঁ অৱগাহন
কৰিছোঁ মিনতি অন্তৰ
কৰা উদাৰ মহান।

(২১৪)

কোনে বাৰু যাদুৰ পৰশ বুলাই
গছে গছে বনে বনে হাঁহিটি ফুলায়?

সুৰীয়া কাৰ কণ্ঠৰ সুৱদি সুৰে,
হৃদয় হৰে পৰাণ উতলা কৰে
কাৰ যাদুৰ পৰশে জীৱন জগায়।

সেইজন যাদুকৰ বিশ্বখনিকৰ

জীৱন ৰহস্যৰ তেৱেঁ আকৰ
যাদু পৰশে যাৰ জীৱন জগায়।

(২১৫)
ছন্দমধুৰ বাজে মধুৰ বাঁহী,
সুধা সনা এটি সুৰ আহে ভাহি,
পুলকিত হৃদয় উঠিল উল্লাসি।

অপৰূপ ৰূপৰ গৰিমাৰে
সৃষ্টিৰ মহান মহিমাৰে
তোমাৰ স্বৰূপ উঠিল উদ্ভাসি।

হৃদয় যমুনা বোৱালা উজাই
মন বৃন্দাবন তুলিলা সজায়
জীৱন আকাশ উঠিল উদ্ভাসি।

(২১৬)

শীতে জুৰুলা কৰা পৃথিবীলৈ,
মধু বসন্ত আহিবনো কেতিয়াকৈ
চ'তৰ শেষত ঐ ব'হাগত।

কুঁহিপাতে সাজিব যে নাহৰে,
লাহি পাহিৰে হাঁহিব তগৰে,
চ'তৰ শেষত ঐ ব'হাগত।

নাচনী নাচিব যে উলাহেৰে
বিহুটি আহিব ঢোলে ডগৰে
চ'তৰ শেষত ঐ ব'হাগত।

(২১৭)

আল্লাৰ দান বুলি ভাবিলে কি হ'ব,
নুখুজিলে নেপাই, আল্লাই কিয় দিব।

সংযত কৰা ভাই নিজৰ কামনা,
সীমিত কৰা হেৰা সন্তান বাসনা,
অধিক সন্তানে আপদহে বঢ়াব।

গুণাহ কৰি লৈ দোজখ নুভুগিবা,
নিজে ভুল কৰি আল্লাক নুদূষিবা,
নুখুজিলে বাৰু আল্লাইনো কিয় দিব।

(২১৮)
ভুল কৰি নিদিবা দোষ আল্লাৰ নামত,
মনৰ শান্তি তোমাৰ নিজৰ হাতত।

জাকাত কৰা, কৰা পাক্, ৰাখা ৰোজা,
গুণাহ কৰি নবঢ়াবা দুখৰ বোজা,
ভুল কৰি নিদিবা দোষ আল্লাৰ নামত।

পাঁচ ওৱাক্ত নামাজ আৰু ৰমজানৰ ৰোজা
অৰ্থহীন যদি সংসাৰত বাঢ়ে সন্তানৰ বোজা
দেহৰ শক্তি লগোৱা দেশৰ কামত।

(২১৯)
চেনাই তোৰ সুৰীয়া পেঁপাটি
সুৰীয়া কুলিৰে মাত,
আমি দুয়ো হেনো জুৰীয়া
ৰাইজাই লাগিছে গাত।

সতী মই নহও জয়মতী
নেলাগে নিব পোলা কাটি,
পিতায়ে কৈছে তোৰে মোৰে
হেনো দিব যোৰ পাতি,
শুনি মোৰ উচপিচ লাগিছে
তত নাই মোৰে গাত।

বাঢ়নী পানীত উটি অহা
আমি নহও উটনুৱা,

পীৰিতি নহয় এদিনীয়া
বিহু গ'লে পাহৰি যোৱা
অ' চেনাই তয়ে ময়ে যুৰীয়া
সুৰীয়া পেঁপাৰে মাত।

(২২০)

সম্মুখত সৌ পৰশুৰাম কুণ্ড
হাতত কুঠাৰ ধৰি ভাৰ্গৱে
তাহানি কৰিছিল খণ্ড খণ্ড।

ভকতিৰ প্ৰদীপ জ্বলে আইৰ চৰণত,
শত শত তীৰ্থস্থান লৌহিত্যৰ পাৰত,
মাজত জাগ্ৰত মহাভৈৰৱ উমানন্দ।

ত্ৰিলোচন মহাদেৱ ধ্যানস্থ মহাকাল,
উদাৰ লোহিত্য প্ৰৱাহমান চিৰকাল,
অসম, অসমীয়াৰ জীৱন মেৰুদণ্ড।

(২২১)

পাতিলোঁ, পাতিলোঁ পীৰিতি
খেতিকে পাতিলোঁ,
পাৰিলোঁ, পাৰিলোঁ চেনেহ
কঠীয়া পাৰিলোঁ।

হেঁপাহৰ পানী আনি
দিলোঁ ছটিয়াই,
মৰমৰ সাৰ মুঠি
দিলোঁ যতনাই,
আবেগ ফালেৰে হালবাই
পথাৰ চহালোঁ।

মন পথাৰত ৰুলোঁ
কঠীয়া সজাল
অনুভূতি জীপ দিলোঁ
কৰিলোঁ ৰসাল,
দাৱনীৰে মিলি সোণালী
পীৰিতি চপালোঁ।

(২২২)

তুমি আহিছিলা
সুৰৰ অগনি জ্বলাই,
তুমি আনিছিলা
জ্যোতিৰ প্ৰপাত নমায়।

তুমি আহিছিলা কৃষ্টিক
সজাবলৈ সৃষ্টিৰ সপোনলৈ
তুমি আহিছিলা
সংস্কৃতি গঢ়িবলৈ,
সপোন শুৱনি সমাজৰ
আঁচনি লৈ,
তুমি আহিছিলা বিপ্লৱৰ
নিচান উৰুৱাই।

সাধক তুমি সুন্দৰৰ
জনালোঁ নমস্কাৰ,
শিল্পী তুমি সুৰকাৰ
লোৱা প্ৰণতি আমাৰ
তোমাৰ জ্যোতিয়ে
অসম আকাশ পোহৰাই।

(২২৩)

আজি মোৰ মৰমৰ ইমান প্ৰয়োজন,
তুমি অবিহনে কোনেনো কৰিব পূৰণ।

হৃদয় বেদীত চেনেহ চাকিটি জ্বলাই,
যৌৱন ফুলেৰে সজাই প্ৰেমৰ শৰাই,
তোমাক বৰিম বুলি মোৰ এ' আয়োজন।

মন মণিকূট সজাই, আছোঁ বাট চাই,
লগন উকলি যায় তুমি আহিবানে নাই,
মনৰ আশা মোৰ বাৰু হ'বনে পূৰণ।

(২২৪)

আশা এটি নদীৰ নাম
তৃষ্ণা তৰংগ উত্তাল,
ঠাইতে দ' ঠাইতে বাম
কামনা সোঁত কোবাল।
মাজত নিৰাশা মাজুলী
পাৰত বাসনা বন,
মায়া হৰিণী চৰে তাতে
দুৰাশা কুঁৱলী ঘন,
মৰীচিকা পানীৰ সোঁত
হায় অতিকে কোবাল।
পানীৰ তলত কতনা হুল
খোজে প্ৰতি ভুল,
লোভ ঘঁৰিয়াল কতনা,
ব্যৰ্থ মন বিয়াকুল,
বাধাৰ বাঘিনী ঘাটৰ
পকনীয়া ভয়াল।

(২২৫)

ওলাই আহ্ ওলাই আহ্
অ' হজুৱা বনুৱাৰ দল,
তোৰ সপোনৰ ন সমাজ
সজাবৰ হ'ল।

হোজা গাঁৱলীয়া,
অসমীয়া লুইত পৰীয়া,
চা হেৰ ওলাই আহিছে
সূৰুয হেঙুলীয়া,
ওলাই আহ এৰি তোৰ সাজ
পুৰণিকলীয়া।
তোৰ চকুত ন
সমাজৰ ন আঁচনি
তই যে বিপ্লৱী
সাহসী সেনানী,
আজি ৰণুৱা সাজেৰে
হেৰ সাজিবৰ হ'ল।

(২২৬)

ল' তুলি ল' নাঙলৰ ফাল
বজা, বজা, দবা, কাঁহ ভোৰতাল।

গাঁৱে গাঁৱে জ্বলা সংস্কাৰ শলিতা,
সজা গাঁও আজি
যুগৰ লগত লগাই ৰঞ্জিতা,
এয়া নতুনৰ সময়
আহিছে নতুন কাল।

পুৰণি সাজ সলাবৰ হ'ল,
নতুন বোলেৰে গাঁও ৰূপহী হ'ল
সজা বৰণৰ ডলা, বজা ভোৰতাল।

(২২৭)

সুৰৰ অগনি জ্বলাই
প্ৰগতি পথ দিলোঁ পোহৰাই,
হাতে হাতে তুলি দিলোঁ
একোটি চাকি, জনতাক দিলোঁ জগায়।

মুক কণ্ঠ আজি মুক্ত কণ্ঠ হ'ল
আলোকৰ যাত্ৰী জনগণ
আজি দুৰ্নিবাৰ হ'ল
বাধাৰ প্ৰাচীৰ ভাঙি বাটৰ
হেঙাৰ আঁতৰাই।

শব্দৰ স্ফুলিংগ উৰে
মুক্তিৰ নিচান উৰে

জাগিছে দেশৰ প্ৰাণ
গাইছে মুক্তিৰ গান
সুৰ দীপালীৰে প্ৰগতি
পথ পোহৰাই।

(২২৮)

যদি হোৱা মুছলমান
হোৱা ইমানদাৰ্
ৰোজা ৰাখি জাকাত কৰি
হোৱা দিলদাৰ্।

কাফেৰ বুলি মানুহক
নকৰিবা ঘিণ,
আল্লাৰ দুনিয়াত
সকলো সমান,
কোনো নহয় হীন,
প্ৰেমৰ ডোলেৰে বান্ধা
সকলোকে, মহব্বত
কৰা জোৰদাৰ।

আল্লা পাকৰ সন্তান
সকলো সমান
ইমান্ নহ'লে
নোহোঁৱা মুছলমান,
ভাই বুলি সবাকো
লোৱা আকোঁৱালি
যদি হোৱা মুছলমান
হোৱা ইমানদাৰ্।

(২২৯)

তুমি মোৰ পৰশমণি
তুমি মোৰ সোণৰ খনি,
তোমাৰ নামে মই যে ধনী।
শয়নে সপোনে জপো
তোমাৰে নাম,
তোমাৰ নাম মোৰ জীৱনৰ দাম
ৰূপ চূড়ামণি তুমি নয়নৰ মণি।

তোমাৰ নামকে জপি
তোমাৰ চৰণত জীৱন
দিলোঁ সপি
নেলাগে বৈভৱ পাওঁ যদি
তোমাৰ নাম পৰশমণি।

(২৩০)

ভৱিষ্যৎ অনাগত দিনৰ
সামাজিক সমতাৰ
মানসিক একতাৰ
ছবি আঁকিবলৈ
আমাৰ মাজলৈ
আহিবনে চিত্ৰকৰ
কোনোবা সাধক সুন্দৰৰ।

হাতত যাৰ তুলিকা
পদুম পাহিটিৰ
চকুত চাৱনি নিশাৰ
শেষৰ পুৱতিৰ,
আপোন মনে আঁকিব ছবি
কল্পনা কাৰেঙত বহি
উজলাই তুলিব আশাৰ ৰবি
সপোন শুৱনি সমাজৰ
স্ৰষ্টা সুন্দৰৰ।

(২৩১)

জিল্‌মিল্ পোহৰৰ
সোণোৱালী সপোনৰ

পুৱতিৰ কপালৰ
ৰঙা ফোট সেন্দূৰৰ
আজি উজলে আই তোৰ কপালত,
সেউজী সপোন ফলে তোৰ পথাৰত।

আই তোৰ সন্তানৰ
কপালৰ ঘাম সৰে
লুইতৰ পাৰৰে
পথাৰে পথাৰে।
(ভঁৰাল ভৰে মাণিকী-মধুৰিৰে।)

তুলসী জহাৰ গোন্ধ আমোলমোল,
খৰিকাজাই কেতেকীৰ গোন্ধত বিভোল,
উষাৰ হেঁঙুলী ফোট আই তোৰ কপালত
ৰূপৰ জেউতি চৰে জিল্‌মিল্ পোহৰত।

(২৩২)

জ্যোতিৰ জ্যোতিৰে উজ্জ্বল,
ৰাভাৰ আভাৰে ৰঙীন
আই তোৰ পথাৰত চৰে
এটি সোণালী হৰিণ।

পাৰ হৈ সীমাৰ সিপাৰৰ বননি,
আহে কত বিঘিনি বাঘিনী,
জ্যোতিৰ জ্যোতি নুমাবলৈ'
ৰাভাৰ আভা মচিবলৈ'।

দুষ্ট দুষ্কৃতি আহে কতজন
বদন বিভীষণ,
জাল পাতি ধৰে আজি
সোণৰ হৰিণ।

(২৩৩)

আই তোৰ পথাৰতে
নাঙলৰ সীৰলুতে
ফলে সোণৰ সীতা,
সেউজী কবিতা লিখোঁ
আই তোৰ পথাৰতে।

সোণৰে সীতা,
সোণৰে সীতা,
সোণৰ সীতাৰ মূৰত
সোণৰ চোঁৱৰ,
মৃদু মধুৰ বাজে বাঁহী
সুৰদি সুৰৰ।

সেউজী কবিতাৰ সুমধুৰ ধ্বনি
পাহাৰত ঠেকা খাই তোলে প্ৰতিধ্বনি
আই তোৰ সেউজী বুকুতে।

(২৩৪)

মৌন জনগণ মুখৰ উষৰ আজি,
বিক্ষোভ তূৰ্য ক্ষণে ক্ষণে উঠে বাজি।

প্ৰণৱ ওংকাৰ হুংকাৰ উঠিছে ধ্বনি,
বিক্ষুব্ধ জনগণ মৌন আকাশ জিনি।

দীন দুখী আৰু দাল-দৰিদ্ৰ কঙাল,
আছিল যত আজি হেৰ হৈছে খঙাল।

খঙতে সবাৰো দেহ কঁপে থৰহৰি
হেনো কাঢ়ি ল'ব শাসনৰ বাঘজৰী।

(২৩৫)

গোপন আশাৰ ভাষাও যে গোপন,
কথাৰে প্ৰকাশৰ নাই প্ৰয়োজন।

আকুল দুটি মন চাৱনি গোপন,
গোপন সংকেত গোপন আয়োজন।

দুটি মনৰ কামনা মৌন মুখৰ,
নীৰৱে নিৰলে লেখে নিশাৰ প্ৰহৰ।

যৌৱন টল্‌মল্ উত্তাল মন
হৃদয় দিয়া-নিয়া খেলা যে গোপন।

(২৩৬)

মুকলিমূৰীয়া লুইতপৰীয়া
গাঁৱৰে ছোৱালী,
উদাৰ বহল মনতে ঐ তোৰ
এলান্ধু লগালি।

এলান্ধু লগা মন ধুই
মচি নিকা কৰ
এন্ধাৰ যুগৰ এলান্ধু
হ'ল যে গুচাবৰ।
মেলি দে দুৱাৰ আহক প্ৰগতি
পোহৰ জোনালী।

লুইতৰ বুকুত উঠিছে লহৰ
বৈছে প্ৰগতি প্ৰৱাহ
তোৰে যে বুকুত
তাৰেই কঁপনি
প্ৰগতি পখিলী
কৰে আহ-যাহ,
পুৰণি সাজ সলাই ল'
হেৰ গাঁৱৰে ছোৱালী।

(২৩৭)

উষাৰ কপালৰ
ময়ে জ্যোতিৰ্লেখা,
মন জীৱনৰ
ময়ে সুকীৰ্তি ৰেখা।

মই জ্যোতি পৃথিৱী
পোহৰ কৰা,
মই সুনীল গগনৰ
এটি ভোটাতৰা,
পাহৰণি বুকুত জীয়াই
থকা মই যে স্মৃতি,
বিশ্বত্ৰাস মই
দুষ্কৃতিৰ ভীতি।

মূক-মৌন জনতাৰ বাণী
মই যে শ্ৰুতি
প্ৰলয় ক্ষণ জীনা মই
যে মহাধৃতি।

(২৩৮)

আলিছিগা আঁঠুৱনি বোকাৰে
আমাৰ গাঁৱৰে বাট,
অহা-যোৱা কৰোঁতে উজুটি যে
খাব লাগে তাত।

আবেলিৰ বেলিয়ে বাঁহ গছৰ মাজেৰে
জুমি চাই আমাৰ গাঁওখনি
মুঠি মুঠি হেঙুলী ৰহণ
ছটিয়াই কৰে শুৱনি,
জাক গৰু-ম'হে গোধূলি
উৰুৱাই নিতৌ গধূলি তাত।

এই গাঁৱৰে এটি সৰু পঁজা
চেনেহীৰ মোৰে ঘৰ
গাঁৱৰে মাজতে মণিকূট
শুৱনি সৰুকৈ নামঘৰ,

নিতৌ গধূলি বাজে
ভোৰতাল
ভকতি প্ৰদীপ জ্বলে
থাপনা কাষত।

(২৩৯)

মোৰ সুৰে নেলাগে চুমিব আকাশক
ধন্য হ'ম মই মোৰ সুৰে
যদি জগাব পাৰে মাটিৰ মানুহক।

মানুহে দেৱ মানুহে সেৱ শুনিছোঁ কোৱা,
মানুহৰ প্ৰশস্তি শ্ৰেষ্ঠ প্ৰশস্তি ধন্য গান গোৱা,
মোৰ সুৰৰ পৰশে যদি জগাব পাৰে মানুহক।

আকাশৰ নীলা আকাশতে থাকক
নেলাগে আমাক,
মাটিৰ সেউজী ৰূপে আৱৰি
ৰাখিছে আমাক,
সুৰৰে আদৰিম মাটি আৰু মানুহক।

(২৪০)

মই হেনো জন্মিছিলোঁ
দুৰ্যোগৰ দিনত,
মাহেন্দ্ৰ ক্ষণ উকলি
বিষকুম্ভ যোগত।

সেয়ে হেনো মোৰ
কণ্ঠত ইমান হলাহল
মোৰ দৃষ্টিত জ্বলে দাবানল
বিশ্ববিয়পা কুখ্যাতি মোৰ
জন্ম মোৰ বিষকুম্ভ যোগত।

উচ্চ ব্যক্তিত্বৰ অধিকাৰী
ৰাৱণৰ জীৱন স্বেচ্ছাৰ বৰণ,
হিৰণ্যকশিপু মই,
ন্যায়নিষ্ঠ প্ৰহ্লাদৰ জন্মৰ কাৰণ,
বাৰে বাৰে জন্মিছোঁ মই
দুৰ্যোগ ক্ষণত।

অন্যায়-অবিচাৰ নাশি,
অশুভ শক্তি বিনাশি
এন্ধাৰৰ ক'লা যৱনিকা ফালি
দুষ্কৃতিকাৰীৰ অভিসন্ধি নাশি
সুন্দৰ জীৱন সজাবলৈ
শিশু সূৰ্যৰ হাঁহিৰে ধৰা সজাবলৈ
এবুকু সাহসেৰে
এইবেলি জন্মিছোঁ মই
অস্থিৰ বিশ্বত
অশান্ত বিংশ শতিকাত।

(২৪১)

মনতে মাৰ গ'ল
মনৰে আশা মোৰ,
দুগাল বোৱাই
বাগৰে দুধাৰি চকুলোৰ।

তলভৰি পৰি ৰ'ল
পলাশৰ ফুলবোৰ,
বৰ্ণহীন আজি মোৰ
ফাগুনৰ দিনবোৰ।

আশা হেৰাল, ভাষা হেৰাল
মৌন মন মোৰ,
আজি উকা উকা লাগে
অতীতৰ ক্ষণবোৰ।

মৰহি শুকাল ফুল
উঁৱলা স্মৃতি মোৰ
মনত লাগিছে জুই ছাই হৈ
উৰি যায় আশাবোৰ।

(২৪২)

যুগমীয়া প্ৰীতিৰ সেঁতু
কেনেকৈ ভাঙিলে
সামাজিক বন্ধন
কোনেনো ছিঙিলে
বিভেদে, অ'
মনৰে বিভেদে।

লুইতৰ থিয় গৰা
কোনেনো খহালে
পথাৰৰ পকাধান
কিহেনো উটালে
বাৰিষাৰ বলিয়া বানে
মনৰ বিভেদে।

পিছল বাটত উজুটি
খাই কিয়নো পৰা
খাল কাটি আলি ছিগা
কয়নো কৰা,
ঘৰ ভাঙে
মনৰ বিভেদে।

(২৪৩)

কুঁহিপাতে গা ঢাকি মাতে কুলিটি
পাহাৰ বগাই নামে চঞ্চলা জুৰিটি।

কলীয়া কুলিৰ মাতত বৰষে মৌ
মোৰ যে বুকুত উঠিছে হেঁপাহৰ ঢৌ
তিঁহিতি তিঁহিতি বাজে চেনাইৰে পেঁপাটি।

পেঁপাৰ মাতে শুনি ৰাইজাই
কৰে মোৰে চিত
আঁহতৰ তলতে চেনাইয়ে (মোৰ)
জোৰে বিহুগীত,
মন পথাৰৰ আঁহতৰ তলত
বাজে দেখোঁ পেঁপাটি।

(২৪৪)

সময় হ'ল ঢাৰিপাটী এৰিবলৈ,
অ' কণ ল'ৰা ফেঁহুজালি দিলে,
ৰাতিযে পুৱাল, সূৰুযো ওলালে
যা গৈ যা পথাৰলৈ।

সেউজী পথাৰখনি বুকুৰ আপোন,
নাঙলৰ ফালেৰে আঁকো
সোণালী সপোন
নাঙল যুৱলি কান্ধত লৈ
যা গৈ যা পথাৰলৈ।

শালিৰ কঠীয়া শাওণতে ৰুব লাগে,
সময়ৰ শৰ সময়তে মাৰিব লাগে,
এলাহৰ সমান শতৰু নাই,
যতন কৰিলেহে ৰতন পায়
পাটী এৰি খৰধৰ কৰি
যা পথাৰলৈ।

(২৪৫)

কোনেনো দিলে সুৰ সুৱদি
কুলিৰ মাতত,
কোনেনো ফুলাই ফুল
পলাশ ডালত।

ৰূপৰ সঁফুৰা মেলি কোনে
পাতিছে পোহাৰ,
কোন বাৰু সেইজন অৰূপ
কোন ৰূপকাৰ,
সেউজৰ বোল কোনেনো দিলে
সানি গছৰ ডালত।

মনৰ অগোচৰ তেওঁ হেনো
চিৰ সুন্দৰ,
নিৰাকাৰ সুধাৰ আকৰ
উৎস আনন্দৰ

দেখিও নেদেখোঁ আমি লুকাই
থাকে মনৰ মাজত।

(২৪৬)

চপৰা চপৰা মেঘ আহিছে নামি
বৰষাৰ বতৰা লৈ
এন্ধাৰ নিশাৰ আঁৰে আঁৰে
মোৰ এই জীৱনলৈ।

মোৰ এই জীৱন হ'ল
নিশাৰ সপোন
মই অকলশৰীয়া নাই
কোনো যে আপোন
নেলাগেঁ, নাহিবি অ' পচোৱা
ফাগুনৰ বতৰা লৈ।

দুখ নিকাৰ ভুগিলোঁ যতনা
নকওঁ সি কথা,
ৰূপহীন যৌৱন বিফলে গ'ল
পালোঁ কতনা ব্যথা,
অবেলাৰ আলহী
উভতি যোৱাগৈ
নেলাগে আহিব
মোৰ জীৱনলৈ।

(২৪৭)

হেৰা বিশ্ববাসী আমাক নেহাঁহিবা আজি
অনগ্ৰসৰ নহয় অসমীয়া জাতি,
প্ৰগতি শংখ উঠে বাজি।

প্ৰগতি জখলাৰ সোপান বগাই
আগুৱাই যায়, যায় আগুৱাই
প্ৰতিজন অসমীয়াই
উষাৰ হেঙুলী ৰহণে সাজি।

ৰহণীয়া কৃষ্টি
বৰণীয়া সংস্কৃতি
মৌ মিঠা অসমীয়াৰ
মুখৰ ভাষাটি
সেউজী পথাৰে শুৱনি
অসমী আমাৰে আইজনী
হ'ব যে জগত শুৱনি
কিংখাপ, পাট-মুগাৰে সাজি।

(২৪৮)

খুঁটি পুতি নিজে
কিয় উজুটি খালা,
চকু থাকিও কিয়
বাৰু হৈছ অন্ধলা।

মুখত অমৃত পেটত
গৰল ভাণ্ডাৰ
ফু মাৰি চাকিটি নুমাই
কৰিলা আন্ধাৰ,
লোকলৈ হুল পুতি নিজে
মৰা ফুটি আজিও নুবুজিলা।

অন্যায়-অনীতিৰ পথ জানা
ওখোৰা-মোখোৰা
চকু মুদি খোজকাঢ়ি কিয়
বাৰু পিছলি পৰা
এন্ধাৰতে জীৱন কটাই
পোহৰ কি নিচিনিলা।

(২৪৯)

কঙাল আজি হৈছে খঙাল
ক্ষুধাৰ অগনি যে কৰাল।

নাই আৰু নসহে অপমান
উৰিছে সৌ বিপ্লৱৰ নিচান
বৈছে ধুমুহা কোবাল।

উঠিছে প্ৰবল জোৱাৰ
বিক্ষুব্ধ জন পাৰাবাৰ
গণদেৱতাৰ গৰ্জন ভয়াল।

(২৫০)

কুলিটি কিনো শুনিবি
মোৰ দুখৰ কাহিনী,
কুউ কুউ কৰি নিদিবি
মোক হেৰ আমনি।

নেলাগে নুশুনাবি যা নকওঁ
মোৰ মনৰে বতৰা,
নেলাগে নুশুনাবি
মোক ফাগুনৰ বতৰা,
কুউ কুউ মাত শুনি আজি
মাথোন সৰে চকুপানী।

শৈশৱৰ সোণালী সপোন
মন ৰূপালী দাপোণ
ল'ৰালিৰ কত স্মৃতি
কতনা মধুৰ সপোন
উঁৱলা অতীত স্মৃতি
নিদিবি মোক আমনি।

(২৫১)

মানুহ এক অপৰূপ
সৃষ্টি ধৰাৰ বুকুত,
প্ৰেমৰ মোহনীয় ছবি
মানুহৰ দুচকুত।

মানুহৰ চকুত জ্বলে
শান্তি শিখা সমুজ্জ্বল,
মানুহৰ বুকুত বয়
আশা ফল্গু অবিৰল
মৃত্যুভয় জয় কৰি
শাশ্বত হয় ধৰাৰ বুকুত।

দয়া, ক্ষমা গুণে ধন্য
মানুহ কত যে মহান
মানুহ মৰ্য়াপী জীৱ
অমৰ মানুহৰ প্ৰাণ
সুন্দৰৰ সাধনা
অগনি মানুহৰ চকুত।

(২৫২)

আমি চেমনীয়া,
চিৰ সেউজীয়া
মন যে ৰহণীয়া,
মুকলিমূৰীয়া
আমি উৰণীয়া
ৰচোঁ সপোন ধুনীয়া।

আমি চঞ্চল
আৱেগ প্ৰৱণ
আমাৰ আন এটি নাম,
আমি জানো
জানো আমি
আৱেগৰ ভয়াৱহ পৰিণাম,
বিবেকৰ ভেটামাৰি
ৰুধিম আমি
মনৰ খহনীয়া।

সদা সচেতন
আমাৰ মন
বিচাৰোঁ সুন্দৰ জীৱন,

শৈশৱ পাৰ হৈ
গণিছোঁ ক্ষণ
স্বাগত হে নৱ যৌৱন,
ৰহণীয়া কল্পনাৰে
আমি চেমনীয়া
চিৰ সেউজীয়া।

(২৫৩)

অকালতে এৰি গুচি গ'লা
নেভাবিলা একোকে,
ওৰে জীৱন বোৱালোঁ চকুলো
সুঁৱৰি তোমাকে।

নিষ্ঠুৰ নিয়তি খেলিলে
কি যে নিষ্ঠুৰ খেলা,
মচ খালে শিৰৰ সেন্দুৰ
(থেকেচি) ভাঙিলোঁ হাতৰ বালা
দুহাতে মুখ ঢাকি কান্দিলোঁ
বহুত, সুঁৱৰি তোমাকে।

শুকুলা সাজেৰে সজালোঁ
দেহা মোৰ কুমলীয়া
ভৰ দুপৰতে হ'লোঁ যে মই
অকলশৰীয়া
দুগালে বয় দুধাৰি চকুলো
সুঁৱৰি তোমাকে।

অতীত সোঁৱৰণী মাথোন
পথৰ সম্বল মোৰ
চকুৰ আগত নামে
এন্ধাৰ ঘন ঘোৰ
অকালতে এৰি গুচি গ'লা
নেভাবিলা একোকে।

(২৫৪)

দুৰে দুৰে জেওৰাৰ সিপাৰে
ভেউ ভেউ কৰে কৰেনো কুকুৰে
য'ৰে কুকুৰ ত'তে থাক
নাহিবি ইপাৰে।

বৰফুকন লাচিত নাই
ছল পাই বাটৰ কুকুৰে
ডিঙিলৈ জঁপিয়ায়,
লাচিতৰ নাতি ল'ৰা
নহয় পৰি মৰা
সাহে পিতেভৰা,
ছেই কুকুৰ ছেই
নাহিবি জপনাৰ ইপাৰে।

বাঘ, সিংহ থপিয়াই ধৰোঁ
কুকুৰ শিয়াল পাকতে মাৰোঁ
জেওৰা খৰিৰে কুকুৰ
খেদোঁ নৰিয়া গাৰে।

(২৫৫)

জনম দুখুনী আই,
জনম দুখুনী আই মোৰ,
চকুলোৰে দিওঁ ধুৱাই
দুখনি চৰণ তোৰ।

বাটৰ ধূলিৰে ধূসৰিত
দুখনি চৰণ তোৰ,
আলফুলে ধৰোঁ সাবটি
দুখনি তীৰ্থ মোৰ।

হ'লেও ধনৰ দুখীয়া
নহয় মনৰ দুখীয়া

আইৰে হিয়া
মৰমবুলীয়া
চেনেহ কুমলীয়া
অসমী আই মোৰ।

(২৫৬)

গৰকাৰ লাচে লাচে নাচনী নাচে,
ফুলচেৰিৰ পাকে পাকে সপোন ৰচে।

পেঁপাৰ মাতে শুনি নাচনী বাউলী
সাঁচতীয়া পীৰিতি উঠিছে উথলি।

চেনাইৰ মাতে শুনি তত নাই গাতে
থুৰিয়া তামোলখনি পাকতে যাচে।

ঢোলৰ ছেৱে ছেৱে নাচনী নাচে
নাচোনৰ পাকে পাকে পীৰিতি যাচে।

(২৫৭)

দুৱাৰ মুকলি আছে হেনো
মুৰুখমতি আমিহে
একোকে নমনো।

মুকলি দুৱাৰ মুকলি বাট
উৰহী গছৰ ওৰ কেনিবা আঁত,
তেওঁলোকে চিনি পায় হেনো।

বৰ বৰ মানুহৰ বৰ বৰ কথা
আমি মাত মাতিলে লাগিব লেঠা,
জনতাৰ নেতা বৰ বৰ মতা
সকলো বুজে হেনো
সকলো জানে হেনো।

(২৫৮)

জনে জনে একোজন
ভাৰতীয় কোনজন?
ৰাম হেনো হিন্দু,
ৰহিম মুছলমান,
সিংহানীয়া জৈন
জেকব খ্ৰীষ্টিয়ান,
জনে জনে একোজন
ভাৰতীয় কোনজন।

গংগা বয় দক্ষিণলৈ,
লুইত পশ্চিম বাহিনী
ভিন্নমুখী আছে তেনে
কত কাহিনী,
ধানে প্ৰতি একোটি কণ
জনে প্ৰতি একোটি মন
(ভাৰতীয় বাৰু কোন জন?)

অংগ বস্ত্ৰ কৰি পৰিধান
সৌজন দ্ৰাবিড়ী,
ইজন মাৰাঠী, সৌজন
পাঞ্জাবী শিৰত পাগুৰি,
নানাজনৰ নানা বেশ,
বিধে বিধে বস্ত্ৰ পৰিধান
মাথোন প্ৰভেদ বিদ্যমান;
তথাপিও আমি ভাৰতীয়
এক প্ৰাণ, এক জাতি
ভাৰতী আমাৰ আই
ভাৰতীয় আমি প্ৰতিজন।

(২৫৯)

আশাৰ সাগৰ ইমান বিশাল
ইমান অপাৰ
লহৰে লহৰে উঠে-নামে তাৰ
কতনা জোঁৱাৰ।

ৰঙীন পালৰ নাও
বতাহত নাচে-বাগে,
নাৱৰীয়া ভাগৰে
গুৰিবঠা নিতে ভাঙে,
তথাপি নপৰে ছেদ মনৰ
বিশাল আশাৰ।

সৰু-বৰ কত ঢউ, চাকনৈয়া
উঠি মাৰ যায়
পকনীয়াত পৰি কতজনে পাৰ
বিচাৰি নেপায়,
তথাপি নহয় শেষ, নপৰে ওৰ
মনৰ আশাৰ।

(২৬০)

মৰি সুঁতি কলঙৰ বুকুত
কোনে নমালে ধল
বঢ়া নাহৰৰ শুকান ডালত
কোনে ফুলালে ফুল।

জেতুকা বোলেৰে সেউজী
সাজেৰে সাজিলে কোনে,
বৰহমঠুৰী বোলেৰে কাৰ ওঁঠ
বোলালে কোনে,
চ'তৰে পচোৱাই উৰালে
মোৰ বুকুৰে আঁচল।

আঁহতৰ তলতে যুৰীয়া
পেঁপাটি কোনেনো বজালে
আগলি বাঁহৰে গগনা
কোনে বাৰু কিয় সজালে,
মোৰেনো দেহাতে ব'হাগে
পীৰিতে অগনি জ্বলালে।

(২৬১)

পাহৰণিয়ে কথা কয়
শোণিতপুৰে ৰিঙিয়ায়
অগ্নিগড় জ্বলি ৰয়।

স্মৃতিৰ শলিতা জ্বলে
উষাৰ সপোন ফলে
ইতিহাসে কথা কয়।

অগ্নিগড় জ্বলন্ত অনল
সোঁৱৰণী সেঁতু টল্‌মল্
মহাকাল জাগি ৰয়।

(২৬২)

আদি দেৱ
তুমি মহাদেৱ তুমি
ভোলা মহেশ্বৰ,
সৃষ্টি, স্থিতি
প্ৰলয় কাৰণ প্ৰভু,
তুমিহে বিশ্বৰ।

মহাপৰাক্ৰমী
মহাৰাজ বাণ
সেৱক তোমাৰ,
ধৰিলা তুমি
অস্ত্ৰ পশুপাত
মুৰুতি ভয়ংকৰ।

ভকতৰ কামনা
পূৰণৰ হেতু
তুমিহে হৰ,
যুঁজিলা হৰিৰ
লগত, থৰহৰি
কঁপে ভূধৰ।

ছলেৰে ৰচিলা
সেঁতু মিলনৰ
শৈৱ, বৈষ্ণৱৰ
পৰিণতি মধুৰ
পৰিণয়
উষা অনিৰুদ্ধৰ।

(২৬৩)
দুদিনীয়া এই জীৱন
এদিনীয়া এই যৌৱন,
দুদিনতে হ'ব যে শেষ
কাইলৈ আহিব মৰণ।

ফুল কোমল যৌৱন
এদিন ফুলি মৰহি যায়,
নিশাৰ শেৱালি নিশাতে ফুলি,
নিশাতে সৰি যায়,
ফাগুন ৰঙীন এই যৌৱন
মাথোন এটি ক্ষণ।

এই ক্ষণ অনুপম
ৰামধেনু ৰঙে ৰহণীয়া,
যৌৱন কামনা, জীৱন
লালসা মাথোন ক্ষন্তেকীয়া,
আজি যৌৱন মধু কৰা পান,
কাইলৈ নেথাকে ক্ষণ।

(২৬৪)
ৰমা মই
ৰমণীয়া
ৰমণী,
সংসাৰ
বিহ্বলা
মই গৃহিণী।
কামনা
ৰূপিণী
মই কামিনী,
প্ৰেমময়ী
মই যে
প্ৰণয়িনী।

মোহময়ী
নাৰী মই
মোহিনী,
জায়া মই
স্নেহময়ী
জননী।

মধু ঋতু
মই, মধু
যামিনী,
লজ্জা নম্ৰা
বধূ মই
নন্দিনী।

(২৬৫)
আমি হ'ব লাগে
একোজন
দাতাকৰ্ণ,
আমি দিব লাগে
ভাষা, কৃষ্টি
আৰু ধৰ্ম।

পুত্ৰৰ মাংসৰে
আলহী
সুধিব লাগে,
বক্ষ শোণিতেৰে
পাদ্য অৰ্ঘ্য
দিব লাগে,

আলহী সেৱা
হেনো গৃহস্থী
জনৰ ধৰ্ম।

নৰৰূপী আলহী
সাক্ষাৎ
নাৰায়ণ,
আমি একোজন
কৰ্ণ, সেৱা
পৰায়ণ,
নহ'লে গৃহস্থৰ
নষ্ট
হয় ধৰ্ম।

গৃহস্থ যে হ'ল
আজি
ঘৰতে আলহী,
গোজেই গছ হৈ
পীৰা পাৰি
লৈছে বহি,
বক্ষ শোণিতেৰে
আমি দিওঁ
পাদ্য অৰ্ঘ্য।

(২৬৬)
দূৰণিবটীয়া বুলি চেনাই
নহাকৈ নেথাকিবা,
ধন যদি নাই নানিবা একোকে
মাথোন নহাকৈ নেথাকিবা।

বছৰৰ বিহুটিত নাহিলে
জানো ভাল লাগে,
বিহুটি আহিলে অ' চেনাই
মনত পীৰিতি জাগে।

তুমি জানো নেজানা
তুমি জানো নেভাবা
অ' চেনাই এই বেলি
নহাকৈ নেথাকিবা।

(২৬৭)
গালোঁ বালো খোলাকটিৰ তাল
তল ওপৰ নাই এইখন পৰণ্ডি জাল,
পৰণ্ডি জালৰে পাহি আহল-বহল
দিনটো বালো জাল মাছ এসাজৰ নহ'ল,
এইখন এখন পৰণ্ডি জাল।

মই ক'লোঁ কি, তুমি বাৰু শুনিলা কি,
সুযোগ বুজে যি, ৰাজপাট খায় সি,
নামঘৰ চোতালত কোনে বজায় ভোৰতাল।

ভোৰতালৰ মাতে খাওঁ খাওঁ কৰে,
অসমৰ পথাৰ জুৰি কাকতি ফৰিং উৰে,
ঢাপৰ সিপাৰে সৌৱা শিয়ালৰ পাল।

(২৬৮)
মেটমৰা ডাঙৰিৰ ভাৰ
ৰ'দ পৰি কৰে জিলমিল,
জাক দাৱনীৰে ভৰা
পথাৰখনি, হাঁহি খিল্‌খিল্।

আঢ়ৈকুৰি ডাঙৰিৰ ভাৰ
দোপ মাৰি একে লাচে
কান্ধত লয় তুলি,
মুৰৰ গামোচাৰে মুখ মচি
টিপে টিপে খোজ লয় ঘৰলৈ বুলি,
আবেলি বেলিৰ হেঙুলী
ৰহণ বাঁহ গছৰ আঁৰত
কৰে জিল্‌মিল্।

দিনৰ শেষত ভাগৰুৱা
বেলিয়ে জিৰণি লয়
পশ্চিম আকাশত,
দিনৰ শেষত গধূলি জ্বলে
এগছি মাটিৰ চাকি তুলসী তলত,
গাঁৱৰ পদূলি উদুলি-মুদুলি
মুনিচুনি বেলি, জাক
ল'ৰাৰ হাঁহি খিল্‌খিল্।

(২৬৯)

অ' বোলো গোপিনী
কি কাম কৰিলি
বেহালিযে পীৰিতি বেহা,
বুকুৰে কাঁচুলি
ক'তেনো হেৰুৱালি
কিহেৰে ঢাকিবি দেহা।

কলীয়া কানাইৰ
কথাতে সজাত নাই
জানে কত যে ছল,
পৰকীয়া পীৰিতি
ৰসে টল্‌মল্
ফল যে বিষম হ'ল,
দুই হাতে কেনেকৈ
ঢাকিবি বুকু তোৰ
সুচাৰু সুঠাম দেহা।

কুল এৰিলি
মান এৰিলি
নাৰী হৈ এৰিলি
লাজৰ ভূষণ,
কৃষ্ণপ্ৰেম পৰম ধন
নেলাগে হেৰ
দেহৰ আৱৰণ,
দুই হাত তুলি
কৰ অৰ্পণ
মিলিব সৰগী বেহা
নেলাগে ঢাকিব দেহা।

(২৭০)

আপুৰুগীয়া এটি ক্ষণ
উটি মাৰ গ'ল,
মন আকাশ বিষাদেৰে
মাথোঁ ভৰি ৰ'ল।

বৰণীয়া কত যে ফুল
ফুলি সৰি গ'ল,
বৰণীয়া কত পখিলা
উৰি গুচি গ'ল।

জানো সেই মধুক্ষণ
নেপাওঁ ঘূৰাই,
জাগ্ৰত মহাকালে তাকে
নিতে সোঁৱৰায়।

(২৭১)

পদুমে যদি নেমেলে পাহি
শিশুৰ ওঁঠত যদি নুফুটে হাঁহি
এই ধৰা হ'ব যে মৰুভূ চাহাৰা।

মলয়াই যদি নবজায় বাঁহী,
ফুলে ভোমোৰাই যদি নাহে ৰাহি,
প্ৰেমৰ নিজৰা হ'ব গতিহাৰা।

শীতৰ শেষত নাহে যদি বসন্ত,
হৃদয়ত যদি নেজাগে আশা অনন্ত,
এই ধৰা হ'ব মৰুভূ চাহাৰা,
ফাগুন যদি নাহে ধৰালৈ
তুমি যদি নাহা মোৰ কাষলৈ,
এই জীৱন হ'ব মৰুভূ চাহাৰা।

(২৭২)

অ' মোৰে ৰাইজ
কিনো কাল পৰিলে
ঐ কিনো কাল পৰিলে,
মুগা ৰিহা মেখেলা
নিগনি কুটিলে
হেৰালে কাণৰে থুৰীয়া,
মূৰৰ মথুৰা পাগ
চিলনীয়ে নিলে,
নিলে কঁকালৰ চুৰিয়া।

পথাৰত হৰিলে শইচ
গোহালিত হৰিলে গৰু,
বোৱাৰীয়ে নেমানে শাহুক
গুৰু ভকতৰ চিন নাইকিয়া
কোনো নহয় সৰু।

এনেহেন দিনতে
এনেহেন কালতে
বিহুটি আহিলে
কঁঠালে পেলালে মুচি
অ' বোলো ৰাইজ
চোতাল ঘৰ নিকা কৰ
মন কৰ শুচি।

(২৭৩)

বিহুটি আহিলে কুলিয়ে মাতিলে
নাহৰে মেলিলে পাহি,
বৰদৈ চিলাৰে ক'লা চুলিটাৰি
ব'হাগে বজালে বাঁহী।

কেতেকী ফুলিলে নপানী বাঢ়িলে
উজাই আহিলে শিহু,
চ'তৰে শেষতে ব'হাগী আহিলে
আহিলে ৰঙালী বিহু।

চ'তৰে চাপৰি পানীয়ে বুৰালে
জাক পুঠিমাছে নাচে,
মনৰে চাপৰি পীৰিতি বুৰালে
হিয়াৰে মৰম যাচে।

অলিয়া-বলিয়া মনে ঐ বলিয়া
হিয়া কৰে ৰাইজাই,
পীৰিতি পীৰিতি বুকুতে পীৰিতি
দেহা সূত পৰি যায়।

(২৭৪)

উদুলি-মুদুলি নাচনী পখিলী
ফাগুনী বাউলী হ'ল,
কাতিৰ কঙালী মাঘৰ ভোগালী
ব'হাগী নাচনী হ'ল।

জীয়ৰী-বোৱাৰী ৰঙতে ৰঙিলী
হাতত জেতুকাৰ বোল,
ধিনিকি ধানাওঁ ঘনে উঠে ছেও
বাজিছে বিহুৰে ঢোল।

গাঁৱৰ সিমূৰে ডেকা-গাভৰুৱে
পাতিছে বিহুৰে মেলা,
ঢুলীয়া ওলালে নাচনী নাচিলে
পীৰিতি পীৰিতি খেলা।

মৰমৰে দীঘ হেঁপাহৰে বাণি
শিপিনী গাভৰুজনী,
ভমকাফুলীয়া পীৰিতিবুলীয়া
যাচে বিহুৱানখনি।

(২৭৫)

সাতপুৰুষীয়া লুইতপৰীয়া
তোৰ বাপতি সাহোন,
ব'হাগৰ বিহু হেৰ অসমীয়া
তোৰ বুকুৰ আপোন।

বান্ধ ভঙা পানী আহিছে যদিও
কঁহুৱা মৰিছে জানো,
নল মৰি মৰি গজালি ওলোৱা
হেৰ দেখা নাই জানো।

আহল বহল লুইতৰ পাৰ
উদাৰ বহল বুকু
সাৰুৱা চাপৰি সেউজী ধাননি
তাতো যে পৰিছে চকু।

গোজৰে গোজালি বৰগছ হ'ল
উভালি পেলাব লাগে
উদণ্ডীয়া গৰু ঢাপত সোমালে
জেওৰা জপনা ভাঙে।

আলহী আহিছে বহিব খুজিছে
হেৰ দেখা নাই জানো,
বহিবলৈ পালে শুব যে খুজিব
আৰু যে উপায় নাই।

(২৭৬)

সাতপুৰুষীয়া বাৰেবৰণীয়া
কৃষ্টি চিৰ সেউজীয়া,
সাতখলপীয়া কৃষ্টিৰ দেউল
জ্বলে সোণবৰণীয়া।

ৰংপুৰ নগৰ ৰঙতে ৰাঙলী
ৰঙিলী নাচনী নাচে
বিহুৱা নগৰ লুইতৰ পাৰ
উলাহতে সাজে কাছে।

পৃথিৱীৰ ক'তো নাই এনে দেশ
গুণৰো নাই শেষ,
প্ৰীতি ভালপোৱা হিয়া দিয়া নিয়া
ঐক্য সংহতিৰ দেশ।

এই দেশৰেনো মান ৰাখিবলৈ
আহ সাজি-কাছি আহ
দলে দলে আহ লগে ভাগে আহ
ব'হাগে যোগাব সাহ।

(২৭৭)

ব'হাগ যদি এটি সুৱদি গীত
বৰলুইত কি হ'ব বাৰু,
লুইত যদি এটি জীৱন্ত কবিতা
ব'হাগৰ নাম কি হ'ব বাৰু।

ব'হাগে লুইতে মিলি অসমৰ অসমীয়া
আমি ৰচোঁ সমন্বয়ৰ সেঁতু যুগমীয়া,
এইবেলি কৰিছোঁ পণ
এক প্ৰাণ এক মন
এই পণ নোৱাৰে ভাঙিব আৰু।

লুইত চিৰদিন থাকিব বৈ
ব'হাগো আহিব ঘূৰি
সময় বোৱতী সুঁতি
ব'হাগে আনিব নতুন প্ৰতিশ্ৰুতি
অসম থাকিব
অসমীয়া নমৰে আৰু।

(২৭৮)

পাৰ হ'ব পাৰোঁ মই দুৰ্গম
গিৰি-গুহা প্ৰান্তৰ পাহাৰ
পথৰ শেষত যদি আছে বুলি
জানো প্ৰতিশ্ৰুতি জ্যোতিৰ শিখাৰ।

ঘৰ এৰি বাহিৰলৈ যাম ওলাই
নেলাগে জিৰণিৰ ঠাই,
ৰুদ্ধ ঘৰৰ আশ্ৰয় কোনোদিন
মই বিচৰা নাই,
কোনে দিব প্ৰতিশ্ৰুতি
অকম্প জ্যোতিৰ্শিখাৰ।

বন্দিত্ব মোচন হ'বনে বাৰু
মুক্ত হ'বনে মোৰ হৃদয়,
পথৰ এন্ধাৰ আঁতৰিবনে
বাৰু দুৰ্গতি হ'বনে ক্ষয়,
হ'বনে পূৰ্ণ মোৰ আশা
পামনে দেখা জ্যোতিৰ্শিখাৰ।

(২৭৯)

নেপালোঁ যদিও
তোমাৰ মনৰ সঁহাৰি
তথাপিও তোমাকে ভালপাওঁ
মোৰ হৃদয় উজাৰি।

আজিও তোমাৰ স্মৃতিয়ে
মোক আমনি কৰে,
নেভাবোঁ বুলিলেও
তোমালৈ মনত পৰে,
নোসোধো তোমাক বাৰু
কিয়বা নেপালোঁ সঁহাৰি।

নিবিচাৰোঁ মই মোৰ
ভালপোৱাৰ প্ৰতিদান,
নকৰোঁ অনুযোগ নাই
মোৰ কোনো অভিমান,
চিৰদিন, চিৰকাল ভাল
পাম হৃদয় উজাৰি।

(২৮০)

কেতেকী ফুলিছে নাহৰো ফুলিছে
সুবাস আহিছে উৰি,
লাহতী খোপাতে তগৰে হাঁহিছে
পখিলা উৰিছে ঘূৰি।

আমৰে ডালতে কুলিয়ে মাতিছে
কুউ কুউ মিঠা মাতে,
পদূলি মুখতে নাহৰে সাজিছে
ৰঙচুৰা কুঁহিপাতে।

বাজিছে গগনা আহিছে বহুনা
নাচে লাহতীৰে চিত,
কেৰু, গামেখাৰু পিন্ধিছে গহনা
জুৰিছে বিহুৰে গীত।
মুগা ৰিহাখনি গাতে মেৰিয়াই
নাচনী আহে ওলাই,
মাহ হালধিৰ চিনাকি গোন্ধতে
মন আমোল মোলায়।

(২৮১)

আই মোৰ আই কামাখ্যা গোসাঁনী,
নীলাচল উচ্চ পৰ্বত বাসিনী।

আই মোৰ আই কামৰূপা জননী
মাতৃ তই আই দুৰ্গতি নাশিনী।

দেওলগা অসমৰ বাট-পথ-ঘাট
কবন্ধ কংকাল ভূতে নাচে তাত
আৰু কত ডাকিনী যোগিনী।

তথাপি তই কিয় দেওনাচ নচা নাই,
নাচি নাচি কিয় বাৰু দেওধ্বনি হোৱা নাই
জাগ হেৰ আই গোসাঁনী।

(২৮২)

কেঁচাইখাইতী আই
কামাখ্যা গোসাঁনী
কৰাল মূৰুতি ধৰি
জাগ হেৰ গোসাঁনী।

দেখিলে তোৰ মূৰুতি
ভয়ংকৰ অ' গোসাঁনী,
পলাব শতৰু, খণ্ডিব
দুৰ্গতি অ' জননী।

জাগ, জাগ আই
শিৱানী অ' ভৱানী,
কামৰূপা মোৰ জননী
আই কামাখ্যা গোসাঁনী।

(২৮৩)

কলিজাৰ কেঁচা তেজ ঢালি
শুকুলা কঁহুৱা ডৰা
কোনে বাৰু বোলাই গ'ল
চুলি মেলি আউলী-বাউলী
এইবেলি আই বাৰু
কিয় দেওধনী হ'ল।

বুজা নাই হেৰা অসমীয়া
জনা নাই হেৰা লুইতপৰীয়া
শুনা নাই জননীৰ কৰুণ বিননি
দেখা নাই জ্বলিছে চিতাৰ অগনি
জাকে জাকে উৰিছে শগুণ চিলনী,
লুইতৰ পাৰ যে মৰিশালি হ'ল।

শগুণ চিলনী খেদাব যে লাগে
কাকতি ফৰিঙৰ জাক হুৰাই
দিব লাগে, শতৰু ভেটিব লাগে,
তেজৰ চেকা মচিব যে লাগে
সেয়ে আজি আই দেওধনী হ'ল।

(২৮৪)

আপুৰুগীয়া এটি ক্ষণ
উটি মাৰ গ'ল
সময় মহাকাল মাথোন
সাক্ষী হৈ ৰ'ল।

বনৰীয়া কত যে ফুল
ফুলি সৰি গ'ল,
বৰণীয়া কত পখিলা
উৰি গুচি গ'ল।

জানো সেই মধু
ক্ষণটি নেপাওঁ ঘূৰাই,
জাগ্ৰত মহাকালে
নিতে তাকে সকীয়ায়।

ৰহণীয়া মন মোৰ
উকা শুদা যে হ'ল
মন আকাশখনি
বিষাদেৰে ভৰি ৰ'ল।

(২৮৫)

এই পথ শূন্য অতিকে দুৰ্গম,
কোন পথে গ'লে পাম অমৰ জীৱন,
কোন পথ বাৰু সহজ সুগম,
সত্য কোন পথ কি বাৰু চিৰন্তন।

মৃত্যু ভয় শংকিত এই পাৰ্থিৱ দেহা
দুদিনীয়া ৰূপৰ পোহাৰ দুদিনীয়া বেহা
সত্যৰ পথ সহজ সুন্দৰ সুগম
সেই পথে গ'লে পাম অনন্ত জীৱন।

(২৮৬)
(দ্বৈত কণ্ঠ)

অলিয়া বলিয়া মনহে বলিয়া
অ' আইকণ,
তেল নেপাই দেহা পৰিছে ক'লীয়া,

ক'লীয়া দেহা মোৰ বলিয়া মন,
খোজা বঢ়া কৰিবলৈ
নাই পেৰাত ধন,
তাকে ভাবি গুণি মন যে বলিয়া।

মন নহয় তামোল
অ' চেনাইটি
ফালি দেখুৱাম,
ওলোৱা হাতীৰ দাঁত
ভিতৰ নোসোমায়
অসমীয়া জীয়ৰী
কথা নসলাই,
পলুৱাই নিলেও
তোলৈকে যাম,
অ' চেনাইটি নহ'বি বলিয়া।

বুকুত পালোঁ সাহ
নহও মই বলিয়া
ওচৰলৈকে আহ, আহ ঐ
কথা পালোঁ যেতিয়া।

(২৮৭)

এটি মন উন্মনা
এটি ক্ষণ মধুসনা
এটি দেহা মাহ-হালধি সনা।

দুটি ওঁঠ বৰহমঠুৰী বোলোৱা
জেতুকা বোলোৱা হাত,
দুটি চকু পীৰিতি জগোৱা,
তত নাই মোৰে ঐ গাত
এটি দেহা মাহ-হালধি সনা।

দুটি গৰকাৰ চাবে চাবে
নাচনী উঠে নামে,
দোৰপতি ঘূৰে ঘনে
দুটি মন ব'হাগ যেন
নাচে ঢোলৰ ছেৱে ছেৱে
উঘা চেৰেকী ঘূৰে ঘনে
এটি দেহা মাহ-হালধি সনা।

(২৮৮)

যদিও জানো ময়ে তুমি
তুমিয়ে মই,
তথাপিও ভুল হয়, এই
সংসাৰ তুমি মই।

মই যেন এটি কুম্ভ
তুমি কুম্ভকাৰ
দৃষ্টিৰ অগোচৰ তুমি নিৰাকাৰ
এই বিশ্ব তুমি মই।

তুমি স্ৰষ্টা, তুমি কৰ্তা
তুমি কাৰ্য, তুমি কাৰণ
বহুধা বিভক্ত তুমি
ধৰা কৰিছা ধাৰণ
তোমাতে উৎপত্তি
তোমাতে লয়।

(২৮৯)

বিষয় বাসনা, মনৰ কামনা,
তোমাকে সপিলোঁ জীৱন,
মায়া-মোহ যত, অজ্ঞান এন্ধাৰ,
তোমাকে কৰিছোঁ অৰ্পণ।

নোখোজো তোমাক
নেলাগে বিলাস-বৈভৱ,
তোমাৰ দানেৰে পূৰ্ণ মোৰ হৃদয়
নাই একোৰে অভাৱ,
অপৰূপ ৰূপ
হৃদয়ত কৰিছোঁ ধাৰণ।

জীৱন যমুনা পাৰত
বাজে নূপুৰ ৰুণুজুনু,
হৃদয় উপচি পৰিছে,
শুনিছোঁ মোহন বেণু,
নাই ভয়, সংশয় কৰিছোঁ জয়
আহিলে আহক মৰণ।

(২৯০)

অ' ব'হাগী, অ' নাচনী,
নাচিব নেলাগে যা,
এই বেলি চোতালত
এসোপা জাবৰ,
ৰঙালীৰ পদূলি নাই উদুলি মুদুলি
নাহৰ ফুলা নাই
কুলিয়ে মতা নাই, পদূলিত
এপাচি গোবৰ।

চোতাল সাৰিবলৈ
জীয়ৰী-বোৱাৰী নাই,
পদুলি আঁতাবলৈ
ঘৰৰ গিৰিহঁত নাই,
বিদেশী শতৰু ভেটিবলৈ গ'ল,
আইৰ পূজাৰ বলি যে হ'ল,
কোনেনো আঁতৰাব জাবৰ
কোনেনো গুচাব জাবৰ।

(২৯১)

হে ব'হাগ, তোমাক জনালোঁ বিদায়,
সময় বোৱতী সুঁতি সলনি যে হয়
কোনোৱে নেথাকে সদায়।

চ'তৰ শেষত নাহৰে সলালে পাত,
কপৌ ফুল এপাহি গুজি লাহতী খোপাত,
ধুমুহাৰ গতিৰে তুমি আকউ আহিবা,
ঢোল-পেঁপা গগনাৰে অসমীক জগাবা
এতিয়া যোৱাগৈ জনালোঁ বিদায়।

সময় যায় উভতি নাহে
পীৰিতি নিছিঙে নেভাঙে
ব'হাগ যায় ব'হাগ আহে
চ'তৰ শেষত সপোন জাগে
ব'হাগে পীৰিতি বিলায়।

(২৯২)

দিয়াহে দিয়া
হৃদয় উজাৰি দিয়া,
এই মধু নিশা
গ'লে আৰু নাহে,
দিয়াহে দিয়া
উপচি পৰক হিয়া।

লোৱাহে লোৱা
হৃদয় পূৰ্ণ কৰি লোৱা,
আজি যৌৱন তৃষ্ণা
পূৰ্ণ কৰি লোৱা,
উপচি পৰক হিয়া,
হেৰা মোৰ প্ৰিয়া।

(২৯৩)

নাৱৰে টিঙতে বহি
অ' হেৰ নাৱৰীয়া,
কিয়নো বজালি বাঁহীটি
ভৰ দুপৰীয়া।

গছৰে ডালতে কপৌৰে কুৰুলিয়ায়
(তাৰ) লগৰীয়ে নাই
বাঁহীৰে সুৰতে তোৰ হিয়াৰে বিননি,

তোমাৰো যে লগৰী নাই
ৰূপহীয়ে নিদিয়ে তোক হিয়া।

ৰূপহীৰ হিয়া শিলেৰে বন্ধোৱা
একোতে নেযায় ভোল,
বিৰহৰ জুয়ে পুৰিছে দুচকু
নেজাগে পীৰিতি বোল,
নবজাবি বাঁহীটি, যাঁগে
উভতি অ' হেৰ নাৱৰীয়া।

(২৯৪)

নহও মই ধনৰ দুখীয়া
মৰম দুখীয়া মই,
মৰম বিচাৰি বাটে
বাটে ফুৰিছোঁ মই।

উপজি পুৱাতে
আহিছোঁ ওলাই,
ওৰেটি দিন ফুৰিছোঁ
বীণ বায়,
চেনেহ পদূলি
বিচাৰি ফুৰিছোঁ মই।

আছেনে চেনেহী
মোৰ কোনোবা গাঁৱত
পাম নে মৰমৰ
মাত গধূলি পৰত,
মৰম বিচাৰি
পদূলিত জিৰাইছোঁ মই।

(২৯৫)

এ' দেহী
বননিৰ মাজে মাজে
এ' দেহী
পলাশৰ ডালে ডালে
এ' দেহী
বজায় কোনে পেঁপাটি
অ' চেনাই
কৰিলি মোকে লটি ঘটি।

গগনাৰ সুৰে এ' দেহী
বাউলী কৰিলি এ' দেহী
তাঁতশালে কৰে খিট্ খিট্
চেৰেকী ঘূৰাদি
ঘূৰে মন এ' দেহী
পখিলা উৰাদি উৰে চিত।

অ' চেনাই নবজাবি
পেঁপাটি,
নকৰ হেৰ মোকে
লটি ঘটি,
তুঁহ জুই জ্বলিছে গাত
চেনাই ভোমোৰাৰ জাত
সজাত নাই কথাত।

(২৯৬)

মুকলিমূৰীয়া গাঁৱৰে গৰখীয়া,
মুকলিমূৰীয়া তোৰ মন,
তোৰ শিঙাৰে সুৰ মোহনীয়া।

ক'লীয়া কানাই যেন
গৰু চৰায় ফুৰ
গৰু চৰায় থাকোঁতে
কোন আজলীৰ মন বাৰু হ'ব
কোন গাভৰুৰ মন কৰ উৰণীয়া।

উৰণীয়া মনৰ সুবাস
লাগিলে নাকত

জাগে সুৰ মন আমোলমোল
তোৰে ঐ মাতত
হেৰ গৰখীয়া।

(২৯৭)

এয়া আঁকি দিলোঁ
চুমা এটি তোমাৰ ওঁঠত,
এয়া বাকি দিলোঁ
প্ৰেম সুধা তোমাৰ কণ্ঠত।

চুমা পৰশে যদি
তোমাৰ যৌৱন জগাই
প্ৰেম সুধা নিজৰি
তোমাৰ হিয়া ওপচাই
প্ৰেম কূজন কাকলি
জাগিবনে তোমাৰ কণ্ঠত।

নে লাজ লাজ চাৱনিৰে
তুমি যাবা আঁতৰি,
নে ৰাঙলী মুখ
ৰাখিবা ওৰণিৰে আৱৰি,
নেলাগে, নেযাবা নুলুকাবা
মুখ ওৰণিৰ তলত।

(২৯৮)

(বৃন্দগান)

ধূৰ্জটিৰ জটাজাল জ্বলে
হিমাদ্রি শিখৰ উজলাই,
মাণিক মুকুতা জ্বলে,
আ সমুদ্র হিমাচল পোহৰাই।

শুভ্ৰ, গৈৰিক, সেউজ বৰণীয়া
পতাকা আমাৰ
শান্তি, মৈত্ৰী, ভ্ৰাতৃত্বৰ,
বাণী সমতাৰ
বিশ্ববাসী আমাৰ ভাই।

মানৱতা মূলমন্ত্ৰ সাৰোগত
আমাৰ,
আমি যাম আগুৱাই
অন্যায়, অসূয়া
কৰি পৰিহাৰ,
জননীৰ মুখ তুলিম উজলাই।

(২৯৯)

জনম মোৰ ভাই এই গাঁৱতে
পঁইতা কৰকৰা যি পাওঁ এমুঠি
তাকে খাই কটাম জীৱন
এই গাঁৱৰে এই ঘৰতে।

চহৰ নগৰ দেখা নাই,
বৰ মানুহ হ'ব নোখোজো মই,
এই হাতেৰে এই দেহাৰে
এটি সৰু পঁজা ল'ম সাজি,
গাঁৱৰ ল'ৰা গাঁৱতে থাকিম মই
এই গাঁৱতে, এই ঘৰতে
মৰমৰ ৰ'দ কাঁচলিতে।

মৰমৰ উম লগা এই ঘৰ
চেনেহৰ বা লগা আমাৰ গাঁৱৰ
গধূলি গৰু আহে
ওৰে গধূলি
নামঘৰ চোতালত নাম গাওঁ
'ৰাম বোল', 'হৰিবোল' বুলি
ভকতিৰ প্ৰদীপ জ্বলাওঁ
তুলসী তলতে।

(৩০০)

অ' ডেকাটি সাজি-কাছি
ক'লৈনো ওলালি,
সাত কলহ পানীৰে গা ধুই
কোঁৱৰ যেন সাজিলি।

আগ নুগুণি পাছ নুগুণি
ক'লৈনো ওলালি
হেৰ বিয়া নামৰ বৰবিহ
কিয় বাৰু খালি।

চেনেহ চেঙাতেল বিচাৰি
দৰাটি সাজিলি,
বাটৰ জেং বুটলি
আনিবলৈ ওলালি।

ঘন ঘন উৰুলি ডিঙিতে
মাদুলি কিয়নো আঁৰিলি
চৰতৰ পাত ছিঙি
কিয় গাত ঘঁহিলি।

(৩০১)

শুনাহে অমৃতৰ সন্তান
এই বিশ্ব তোমাৰ ঘৰ,
বিশ্ববাসী সকলো
তোমাৰ সহোদৰ।

মূৰৰ ওপৰত আছে
এখনি বিশাল উদাৰ আকাশ,
মানৱতা বিশাল জলধি
পাৰত উদাৰ মনৰ প্ৰকাশ
উদাৰ আকাশে দিয়ে
আশ্বাস উদাৰ জীৱনৰ।

মাতৃ বসুন্ধৰা অনুপমা
দেশৰ সীমাতে নহয় আবদ্ধ,
মানৱ মনৰ দিগন্ত
দৃষ্টিৰ সীমাতে নহয় অৱৰুদ্ধ
এই বিশ্ব এটি ঘৰ
বিশ্ববাসী সকলো সহোদৰ।

(৩০২)

নেপাতোঁ বুলি হেৰ
জানো থাকিব পাৰিলি,
নেনাচোঁ বুলি জানো
হেৰ নেনাচি পাৰিলি।

নেমাতোঁ বুলি নেমাতি
থাকিলি জানো,
নোবোও বুলি চ'ততে বৈ
উলিয়ালি বিছৱানখনো,
বাপতি সাহোন বিহুটি
জানো এৰিব পাৰিলি।

নোৱাৰি, নোৱাৰি হেৰ
বিহুটি এৰিব নোৱাৰি,
নোৱাৰি, নোৱাৰি
চেনাইকে নেমাতি নোৱাৰি,
থুৰিয়া তামোলৰ
ৰাগীৰে আহুদি কৰিলি।

(৩০৩)

ওখোৰা মোখোৰা পথাৰৰ চপৰা
ক'লৈনো পোনাইছ বাট
অ' ডেকা ল'ৰা,
পথাৰৰ সিপাৰে আঁহতৰ তলতে
গাঁৱৰে গাভৰু ৰঙিলীহঁতে

নাচে উলাহতে
মুখতে হাঁহি এমোকোৰা।

কাকেনো এৰিবি কাকেনো ধৰিবি,
কাৰ সতে পাতিবি ঘৰ,
খোজা বঢ়া কৰিবিনে পলুৱাই আনিবি
আগে ঠিক কৰ,
ওখোৰা-মোখোৰা থিয় গড়া
পিছল পীৰিতি ঘাট
অ' ডেকা ল'ৰা।

(৩০৪)

বিৰামবিহীন প্ৰচণ্ড গতিৰে
যুগে যুগে মই গতিমান,
বল্গাবিহীন অশ্বৰ দৰে
মন মোৰ চিৰ ধাৱমান।

উল্কা মই, ময়ে এই বিশ্বলৈ
প্ৰলয় আনো নমাই,
জ্যোতি মই, মোৰ জ্যোতিৰে
আকাশ তোলো পোহৰাই,
অফুৰন্ত প্ৰাণশক্তিৰে চঞ্চল
মই যে চিৰ গতিমান।

অনন্ত সময়ৰ সোঁতত উটি
উটি আহি আছোঁ মই,
ক্ষিপ্ৰ গতি, তীক্ষ্ণ দৃষ্টি, মৃত্যু
বিজয়ী অমৃতৰ পুত্ৰ মই,
শতাব্দীৰ বিভীষিকা নাশি
মই হ'ম চিৰ জ্যোতিষ্মান।

(৩০৫)

কোননো এইজনী
চিনাকি চিনাকি
চিলনীৰ জীয়ৰী এইজনী,
অসমীৰে বোৱাৰী নে,
অসমীৰে জীয়ৰী
লাৱণি মুখেখনি।

চিনিছোঁ, চিনিছোঁ
তামোল সেলেঙি লগা মুখেখনি
আই, বাই, মাহী, পেহী মোৰে ঐ ভনী,
দৰদী, মৰমী, নামতী ফুলতী একোজনী।

আইতাৰ চেনেহতে
হিয়া মোৰ আছে ভৰি,
মাহী-পেহীৰ মৰমতে
দেহা যায় শাঁত পৰি
দৰদী নবৌজনী
কিয়বা নেপাম চিনি,
দাৱনী, ৰোৱণী
অসমীৰে জীয়ৰী-বোৱাৰী
কাজী শিপিনী একোজনী।

(৩০৬)

নীৰব নিজান তাহানিৰ
গধূলি তুমি কিয় আহিছিলা,
সুৰে সুৰে, গানে গানে সপোন
মায়াজাল কিয় ৰচিছিলা।

দেহ দেউলত অৱৰুদ্ধ
যৌৱন কিয়নো জগাইছিলা,
মন সৰসীত কামনা
পদুম কিয় ফুলাইছিলা।

মন দিয়া মন নাছিল
যদি মন কিয় জগাইছিলা,
নিঃসংগ নিজান মোৰ এই
জীৱনলৈ কিয়নো আহিছিলা।

(৩০৭)

যি কথা নহ'ল কোৱা
সেই কথা পাহৰা নাই,
যি গীত নহ'ল গোৱা
সেই গীত হেৰোৱা নাই।

নীৰৱ নিজান কোনো
গধূলি সেই কথা কম তোমাক
হৃদয় বীণত তুলি
সুৰে সুৰে সেই গীত
শুনাম তোমাক,
হৃদয় আৱেগ, অনুভূতি
হেৰাই নেযায়।

মনৰ গোপন আশা
কাহানিও মৰহি নাযায়,
প্ৰেম বোৱতী সুঁতি
গোপনে গোপনে বয়
কাহানি নুশুকায়।

(৩০৮)

জকাই লৈ ওলালে জাকৈয়া ছোৱালী
বুকুতে মেঠনি মাৰি,
জাল লৈ ওলালে
জালোৱা ককাই
কাণতে কুৰুৱা মাৰি।

পদূলি ওলায়ে ৰিংটি
মাৰিলে দীঘলী বিলৈলৈ
কোন যাবি আহ
দীঘলী বিলতে মাছে উজান দিছে
শ'ল, শাল, কাৱৈ
মাগুৰে পাতিছে বাহ,
জালোৱাই পেলালে জাল,
জাকৈয়া নামিলে কিৰিলি পাৰি।

দিনৰ দিনটো জাল জাকৈ বালে,
শ'ল, শাল, মাগুৰেৰে
খালৈ ভৰালে মিলিজুলি
ভোগালীৰ ভোজটি খালে,
মেজিৰ জুয়ে আকাশ পোহৰাই
উছৰৰ নৈ বোৱালে
ৰাইজৰ নখ জোকাৰি।

(৩০৯)

এই ধৰা উন্মাদেৰে ভৰা
কোনোবাই লেখে আকাশৰ তৰা,
বহুজন আপোন পাহৰা।

কোনোৱে বিচাৰে মান
কোনোবাজনক লাগে
অধিক ধন-ধান
বিচিত্ৰ মানুহৰ মন
উন্মাদনা ভৰা।

স্ত্ৰী-পুত্ৰ পৰিজন
নহয় আপোন,
মিছাতে ৰচে আশাৰ
ৰঙীন সপোন,
মায়া মৰীচিকা খেদি
আপোন পাহৰা।

(৩১০)

জীৰ্ণ-দীৰ্ণ এই দেহত মোৰ
আজি নাই শক্তিৰ অৱশেষ,
দৃষ্টিহীন দুচকুত জ্বলিছিল
দীপ্ত অগ্নিশিখা আছিল ৰুদ্ৰবেশ।

তাহানি কত বাধা কৰি অতিক্ৰম,
পৰ্বত-পাহাৰ-গিৰি-গুহা দুৰ্গম,

জ্বলাইছিলোঁ বিপ্লৱ শিখা,
মই বিদ্যুৎ শিখা,
অতীত সোঁৱৰণী স্মৃতি অৱশেষ।

দীপ্ত যৌৱন সূৰ্য
অস্তমিত আজি
বিদ্যুৎ ক্ষিপ্ৰ দৃষ্টি
স্তিমিত যে আজি
আজি মাথোন স্মৃতি অৱশেষ।

(৩১১)

হালোৱা বোপাই মোৰ
হোজা গাঁৱলীয়া,
দাৱনী আইৰ মন
চেনেহ কুমলীয়া।

দৰদী মানুহজনী
হাতত জেতুকা বোল,
এহাতে ওৰণি টানি
এহাতে যতনাই দিয়া
এঘটী পানী, গামোচাখনি
মৰমফুলীয়া।

হালোৱা বোপাইৰ ল'ৰা
ময়ো হালোৱা,
শিপিনী আইৰ আঁচলৰ বা
পৰাণ জুৰোৱা
থুনুক থানাক পোনাটিৰ
মাত, হাঁহি ঔ ফুলীয়া।

(৩১২)

নেভাঙিলে নোৱাৰি গঢ়িব
নিয়ম সৃষ্টিৰ
নিৰ্সিচিলে নগজে নুফুলে
কুসুম প্ৰীতিৰ।

হৃদয় দিলে হৃদয় পাই
ভালপোৱা এটি অনুভূতি,
ভোমোৰাৰ উৰণীয়া চুমাত
নাই প্ৰেমৰ প্ৰতিশ্ৰুতি,
নিদিলে নেপায় মন হেঁপাহে
ফুলাই কুসুম প্ৰীতিৰ।

প্ৰীতিৰ অনুভূতি নেথাকে
লুকাই, শিহৰণ ক্ষণে প্ৰতি
উচ্ছল গতিৰে বয় বুকুৰ
মাজেদি আৱেগ নিজৰাটি
চেনেহৰ গুটি সিঁচিলেহে
ফুলে হেৰা কুসুম প্ৰীতিৰ।

(৩১৩)

মনৰ ডালত বহি
মৰতী কুলিজনী
চাচোন চা কেনেকৈ
মোক কৰিছে আমনি।

আজি হেনো মোৰ
আহিব চেনাই,
তাকে কৈ কৈ মোক
আছেহি জোকাই
উৰিছে চা, নাচিছে
চা, এইজনী।

দুচকু ওপচাই হাঁহি
বাগৰি যায়
নেলাগে জোকাব যা
তাকে চাই চাই
ঠাইতে নেথাকিবি
নকৰিবি আমনি।

(৩১৪)

জৈন, বৌদ্ধ, হিন্দু, মুছলমান
খ্ৰীষ্টিয়ান সবে ভাৰতীৰ সন্তান
আমি সবে ভাৰতীয়,
ভাৰতী মাতৃ আমাৰ আই।

মানৱতা বহল বাৰিধি,
যতিহীন গতিৰে বয় নিৰৱধি,
আমাৰ হৃদয় একোখনি তীৰ্থ
সমন্বয় মহামন্ত্ৰ জপি
বিভেদক কৰোঁ ব্যৰ্থ,
আমি সবে ভাই ভাই
ভাৰতী আমাৰ আই।

(৩১৫)

(বৃন্দগান)

আমি ৰচিম, ৰচিমে
সমন্বয় সাঁকো,
আমি সবে মিলিজুলি
একেলগে থাকোঁ।

একতা মহান অস্ত্ৰ
আমাৰ হাতত,
মৈত্ৰীৰ মহান মন্ত্ৰ
আমাৰ কণ্ঠত।

আমি বিনাশিম
বিভেদৰ ধূমকেতু,
আমি ৰচিম মিলন
যুগমীয়া সেঁতু।

সংহতি সহাবস্থান
সমূহীয়া নীতি,
মুক্তিৰ পথ আমাৰ
দেশৰ প্ৰগতি।

(৩১৬)

শপত, শপত বিদ্যাৰ শপত,
কাজিয়া নকৰোঁ ভণ্টিৰ লগত।

শপত, শপত বিদ্যাৰ শপত
কথা নলগাও ভণ্টিৰ নামত।

শপত, শপত বিদ্যাৰ শপত
কথা নেপাতোঁ পঢ়াৰ মেজত।

শপত, শপত বিদ্যাৰ শপত
কঁঠাল গুটি নোপোৰোঁ জুইশালত।

(৩১৭)

আমাৰ গাঁৱলৈ
আমাৰ ঘৰলৈ
চোতালৰ তুলসী তললৈ
গধূলি আহে প্ৰদীপৰ শিখা হৈ।

গধূলি আহে
বাঁহ গছৰ আঁৰে আঁৰে শেতেলিলৈ
চিলমিল টোপনি হৈ
পোনাৰ চকুলৈ।

গধূলি আহে
গাঁৱৰ বাটে বাটে
শিয়ালী নাহিবি ৰাতি
এটি গীত হৈ।

আবিঁয়ৈ গাভৰুৰ
মনৰ নঙলা দেই
গধূলি আহে চেনাইৰ
সুষৰি হৈ।

গধূলি আহে
মৰমীৰ ওৰণি তলত

গোপন বাতৰি লৈ
দুৰু দুৰু বুকুৰ কঁপনি হৈ
কোনোৱে নেদেখাকৈ।

(৩১৮)
(বৃন্দগান)

কোমল সেউজ মন
ভুলোৱা মধুৰ বেশ,
বিচাৰি নোপোৱা ক'তো
আমাৰ এনে দেশ।

গাঁৱৰ পথাৰে পথাৰে
মাণিকী-মধুৰি ধান
শুৱনি দেশৰ বুকুত
কত যে নৈ, জুৰি, জান,
মন ভুলোৱা প্ৰাণ জুৰোৱা
কি যে মধুৰ বেশ।

জাক জাক জাকৈয়া
ছোৱালী ৰোৱণী-বোৱনী
মিঠা মিঠা হাঁহিৰে ঘৰুণী
ঘৰুণী দেশৰো ধৰণী,
মনবৰ ডেকাৰে মন
ভুলোৱা মধুৰ বেশ।

(৩১৯)

মই কামিনী পুৰুষ
বক্ষৰ কামনা,
মোৰ যে বুকুত আছে
প্ৰবল বাসনা।

মই নদীৰ দৰে
চিৰ প্ৰবাহমানা,
যাযাবৰী পুৰুষ
হৃদয়ৰ বাসনা।

জীৱন লালসা
মই ললিত ললনা,
কুসুম কোমল
মই প্ৰেমৰ প্ৰেৰণা।

প্ৰেম কৰুণ দৃষ্টি
মোক কিয় নিচিনা,
শাশ্বতা মই কামিনী
উচ্ছল যৌৱনা।

(৩২০)

বিয়াৰ নিশাতে শিৰৰ
সেন্দুৰ হেৰুৱাই,
হিয়াধুনি কান্দে হায়
দুখুনী বেউলাই।

মেৰঘৰ শিলৰ ঘৰ
শিলাকুটি কেশ কমাৰ,
শিল কাটি বান্ধিলে ঘৰ
তুলনা নাই যাৰ,
দেৱী নে দানৱী ঐ
ছল কৰি ছলিলে পদ্মাই।

দেৱী নহয় পদ্মা
হিংসাপৰায়ণা যেন দানৱী,
দেৱী নহয় বেউলা সাধনা
সিদ্ধা এক মানৱী,
নুমালে হিংসাৰ অগনি
সাধনা হোমাগ্নি জ্বলাই।

(৩২১)

নিয়ম শৃংখল ছিঙি
আমি নতুন নিয়ম ৰচিম,
পুৰণিক ভাঙি নতুন
সমাজ আমিয়ে গঢ়িম।

কালিৰ সূৰ্যক বিদায় দি
আজিৰ সূৰ্যক আদৰি আনিম,
ডাৱৰে আৱৰা আকাশৰ
বুকুত ৰ'দৰ হাঁহি ছটিয়াই দিম।

এন্ধাৰৰ ওৰণি আঁতৰাই
পোহৰক আদৰি আনিম,
শেঁতা পৰা হেজাৰ ওঁঠত
হাঁহিৰ জোঁৱাৰ তুলিম।

(৩২২)

আল্লাপাক তুমি বিশাল মহান
আকাশে বতাহে শুনো তোমাৰ জয়গান।

দীন দুনিয়াৰ মালিক আল্লা মেহেৰ বান,
পূত-পৱিত্ৰ তোমাৰ বাণী এক আল্ কোৰাণ।

আল্লা তুমি আকবৰ এক আচমান,
সামান্য এই জীৱন তোমাৰ দয়াৰ দান।

তুমিয়ে কৰিছা সৃজন তুমিয়ে কৰা পালন
বেইমান নহও আমি, এই দুনিয়া তোমাৰ দান।

(৩২৩)

চাহ বনুৱাৰ ছোৱালী
মই, নাম মোৰ লখিয়া
সেউজীয়া পাত যেন
মন, মোৰ কুঁহি কুমলীয়া।

কাজল সনা চকুযুৰি
হাঁহো হাঁহো কৰে
কুঁহি কোমল মন মোৰ
বতাহত উৰে,
ৰাধাচূড়াৰ ফুল গুজি
খোপা বান্ধো চকলীয়া।

ৰাধাচূড়াৰ ফুলৰ পাহি
কোমল লাহী,
কুঁহি কোমল মন মোৰ
জবাৰে পাহি,
মাদলৰ ছেৱে ছেৱে ঝুমুৰ
নাচি মই মতলীয়া।

(৩২৪)

এন্ধাৰ নিশাৰ শেষৰ তুমি
পূব আকাশৰ ৰবি,
মনৰ মাজত আঁকিছোঁ
প্ৰভু তোমাৰেই ছবি।

হে প্ৰভু মোৰ বাবে
মই নিবিচাৰোঁ সুখ,
তুমি সহায় হ'লে শিৰ
পাতি ল'ম যত দুখ,
মনৰ মাজত ৰাখিম
লুকুৱাই তোমাৰে ছবি।

তোমাৰ নাম পৰম ধন
হৃদয়ত কৰোঁ ধ্যান
তোমাৰ নামৰ মহিমা
বুজিবলৈ নাই মোৰ জ্ঞান,
এন্ধাৰ নিশাৰ শেষৰ তুমি
পূব আকাশৰ ৰবি।

(৩২৫)

ভয় নাই, ভয় নাই, নাই ভয়
নেকান্দিবি আই তই
কঁকালত টঙালি বান্ধি
যুঁজিব তোৰ সংগ্ৰামী পুত্ৰই।

ভয় নাই, ভয় নাই, নাই ভয়
তেজেৰে ৰাঙলী হয়
হ'লেও হ'ব, মৰিলে মৰিব
এজনৰ ঠাই হেজাৰে ল'ব
যুঁজিব তোৰ সংগ্ৰামী পুত্ৰই।

তোৰ আশিস পালে
কিহৰ সংকোচ, কিহৰ ভয়
তোৰ চৰণৰ ধূলি,
জয় আই বুলি
মুঠি মুঠি লয় তুলি
শ্বহীদৰ নাই ক্ষয়
শতৰু জিনিব তোৰ সংগ্ৰামী পুত্ৰই।

(৩২৬)

মচি দিয়া মোৰ
দুচকুৰে বাগৰি অহা
দুটি অশ্ৰুৰ নিজৰা,
আঁকি দিয়া মোৰ
কপালত তোমাৰ দুটি
ওঁঠৰ পৰশ ৰেখা।

লিখি দিয়া মোৰ
হৃদয়ত তোমাৰ প্ৰেমৰ
সেউজ সুন্দৰ ভাষা,
ঢাকি দিয়া মোৰ
হৃদয়ত বেদনাৰ ছবি
মনৰ নিৰাশা।

ঢালি দিয়া তুমি
কামনা সেউজী বোল
মোৰ উদং বুকুত,
আঁকি দিয়া তুমি
আশা ৰঙীন স্বপ্ন মোৰ
অশ্ৰু সজল চকুত।

(৩২৭)

আই তোৰ গা চুই
খাইছোঁ শপত
মিতিৰালি নেপাতোঁ
শনাহীৰ লগত।

আই তোক সজাম
আই তোক জগাম
আই তোৰ দেহতে
ৰ'দালি সোণালী
ৰহণ চৰাম
ভকতি প্ৰদীপ জ্বলাম
হৃদয় তুলসী তলত।

আই তোৰ চৰণৰ ধূলি
লৈছোঁ শিৰত তুলি
আই তোৰ গা চুই
খাইছোঁ শপত
আঁকি দিম বিজয়ৰ তিলক
তোৰ কপালত।

(৩২৮)

অ' হেৰ' অসমীয়া কিয়নো পাহৰিলি,
সাত ৰহণীয়া অতীত সোণোৱালী,
মিছা মৰীচিকা খেদি
চিক্‌মিক্ বালিচন্দা দেখি
সোণ বুলি বুটলিলি।

বৰঘৰৰ বেৰ ঢকুৱাৰে
ঢাকিলি, বাহিৰত বৰ
চুৰীয়াৰ ফেৰ মাৰিলি,
নিছলা ৰূপ প্ৰকাশ কৰিলি।

বহুৱা সাজিলি লোকক হঁহুৱালি
মুকুতা বুলি শোকোতাৰে
ভঁৰাল ভৰালি, লোকক হঁহুৱালি,
হেৰ' অসমীয়া অতীত পাহৰিলি।

(৩২৯)

হৰি মোৰ নয়নমণি,
হৰি মোৰ সোণৰ খনি।

হৰি নাম দুখ হৰণ,
হৰি নাম ৰিপু দমন,
হৰি মোৰ পৰশমণি।

হৰি নামৰ মধুৰ সুৰে
পাপ তাপ সকলো হৰে,
হৰি মোৰ শিৰৰ মণি।

হৰি মোৰ করুণা সাগৰ,
হৰি বিনে সকলো অসাৰ
হৰি নাম জীৱন তৰণি।

(৩৩০)

হে ঈশ্বৰ, তুমি মহামহিম
তুমি সত্য, তুমি নিত্য
অনন্ত অসীম।

তুমি সৃজন পালনকাৰী
তোমাক নমস্কাৰ হে দুখহাৰী,
অক্ষয়, অব্যয় তুমি
অনন্ত অসীম।

এই নিখিল বিশ্ব
ভুৱন তোমাৰ স্রজন
কল্পান্ত কালৰ
তুমি প্রলয় কাৰণ
অব্যক্ত অচিন্ত্য তুমি
অনন্ত অসীম।

(৩৩১)

সময় অশ্বৰ গতি
ছন্দে ছন্দে বাজে মহাবীণ
উৰি যাই মহাকাশ
আকাশলৈ বিৰামবিহীন।

খটখট্ খটখট্ গতিৰ ছন্দ
সময় শংখ বাজে, বাজে পাঞ্চজন্য
মহাকাশত বাজে মহাবীণ।

গতিৰ ছন্দত জাগে জীৱনৰ স্পন্দন
ৰক্তৰ প্রবাহে জগায় প্রাণৰ কম্পন
ছন্দে ছন্দে বাজে মহাবীণ।

(৩৩২)

দিয়া হেৰা
আজিয়ে দিয়া
কাইলৈ নেলাগে থ'ব,
নিয়া যদি আজিয়ে
নিয়া, কোনে জানে
কাইলৈ কি হ'ব।

আজিৰ এই সোণালী
পুৱা হেঙুলীয়া মন,
আজিৰ এই ৰূপালী
নিশাৰ নিবিড় ক্ষণ
কাইলৈ হয়তো হেৰাই যাব,
এন্ধাৰে সামৰি ল'ব।

ৰুব যদি খুজিছা
কঠীয়া, আজিয়ে ৰোৱা,
ক'ব যদি খুজিছা
কথা আজিয়ে কোৱা
নিশাৰ শেৱালি
সুবাস পুৱালৈ হেৰাব।

(৩৩৩)

এটি, দুটি তৰা জ্বলে
জ্বলে হাতীপটি,

থুপি, থুপি তৰা ফুল
ফুলে ৰাতি ৰাতি।

গুটি, গুটি তৰা ফুল
আকাশ শুৱনি
বুটা বছা ৰিহাখনি,
কৰিছে আমনি,
ৰাজকন্যা জোনবাই
আছে সভা পাতি।

সোণমণি জোনমণি
নকৰে আমনি,
ফুলে এটি তৰা ফুল
কোলাৰে শুৱনি,
থুপি তৰা আনি দিম
দুই হাতে দুটি।

(৩৩৪)

বিলাসী বিষ্ণু থাকে ক'ত,
ক'ত সেই গোলোক,
পণ্ডিত ব্ৰহ্মা থাকে ক'ত,
ক'ত সেই দেৱলোক।

কত কল্পকাল মই
বিচাৰি ঘূৰিলোঁ,
কত দেশ-দেশান্তৰ
চলাথ কৰিলোঁ,
কত যুগ-যুগান্তৰ
কতনা ভ্ৰমিলোঁ,
ক'তো নেপালোঁ ব্ৰহ্মাক
নেপালোঁ বিলাসী বিষ্ণুক।

গোলোক, দেৱলোক
মাথোন কল্পনা,
মাটিৰ এ ধৰাত আঁকো
আশাৰ আল্পনা,
দেৱতাক নহয় হেৰা
সেৱা যাচোঁ মাটিৰ মানুহক।

(৩৩৫)

থমকি ৰ'ব খোজে জীৱনৰ ৰথ
উজুটিত ভাঙে নখ
ওখোৰা-মোখোৰা পথ।

খোজে প্ৰতি বাধা, বিপদ-বিঘিনি,
একা-বেঁকা বাট নৰয় খোপনি,
জয়াল এন্ধাৰ ৰাতি হিংসুক শঠ।

যুঁজি যুঁজি মই পৰিছোঁ ভাগৰি
আকাশ ধুঁৱলি-কুঁৱলী
নিৰাশা ডাৱৰে ধৰিছে আৱৰি
থমকি ৰ'ব খোজে জীৱনৰ ৰথ।

(৩৩৬)

জীৱন মঞ্চৰ অভিনেতা
অভিনয় মোৰ ব্যৱসায়,
মুগ্ধ, মূৰ্খ যতনা দৰ্শক,
মোক অভিনন্দন জনায়।

অভিনয় কৰিলোঁ
ঘৰবাৰী সাজিলোঁ,
জনতাৰ নেতা হৈ
ফুলৰ মালা মই
ডিঙিত আঁৰিলোঁ
ৰজাঘৰ, প্ৰজাঘৰ
কোনোৱে নেজানিলে
মোৰ কি ব্যৱসায়।

কতজনৰ হৈ
কতবাৰ মই বহুৰূপী সাজিলোঁ

চকুত কাপোৰ বান্ধি
গান্ধাৰী সাজি, বিবেক বেচিলোঁ,
তুলাপাত চিকাৰূপ
দুহাতে চপালোঁ
অভিনয় মোৰ ব্যৱসায়।

(৩৩৭)

জুৰ জুৰ বলিছে বতাহ জুৰ,
সুৰ সুৰ বাজিছে মোহিনী সুৰ।

বাজে বাঁহী সুৰ ৰিণি ৰিণি
সাজে ৰাধা অভিসাৰিণী,
ৰুণু জুনু বজায় নূপুৰ।

এখনি হিয়া কঁপে দুৰু দুৰু
উগুল থুগুল মনে উৰোঁ উৰোঁ,
শুনি কি নুশুনি বাঁহীৰ সুৰ।

(৩৩৮)

শংকৰ, মাধৱ নামৰ
দুখনি চেলেং চাদৰ
গাতে মেৰিয়াই,
বিহুৰে, সবাহে পদূলি ওলাই
অসমীয়া বুলি চিনাকি দিওঁ আমি,
কুসুম্বৰ গৃহিণী সত্যসন্ধ্যা আয়ে
কৰি দীঘ-বাণি।

বৈছিল মুগাৰে চেলেংখনি,
খেৰসূতী বুঢ়ী আয়ে কাটি
উলিয়াই আমাক দিলে তাহানি
আজিও গাত
মেৰিয়াই লওঁ আমি।

মনোৰমা আয়ে তাঁত বাটি
কাঢ়ি বৈছিল এৰীয়া চাদৰ
হায়, হায় মাধৱ নামৰ
শংকৰ খনিকৰে দহি বাটি
উলিয়াইছিল কাটি,
সেইখননো চাদৰ
গাতে মেৰিয়াই
আজিও উমলৈ অসমীয়াই আমি।

(৩৩৯)

জ্যোতি, জ্যোতি এটি বোৱতী সুঁতি
সৃষ্টি, কৃষ্টি পাৰ দুটি
প্ৰবাহিত সুৰৰ গতি।

সুৰৰ অগনি জ্বলাই
অসম আকাশ তুলিছিল পোহৰাই,
সুৰৰ সাজেৰে সজাই
নিমাতী কইনাক দিছিল জগায়,
জ্যোতিৰ জ্যোতিৰে উজ্জ্বল
অসমীৰ কৃষ্টি।

সৰুদৈয়া জাপিটি
ফুলাম গামোচাখনি
সজালে পৰালে সতী জয়মতী,
ৰূপালীমে চৰালে
ৰূপৰ ৰহণ, চৰে অসমী
আইৰে ৰূপৰ জেউতি,
সুৰেৰে সজালা তুমি আই অসমীক
হে সুন্দৰ, হে শিল্পী
তোমাক জনাও প্ৰণতি।

(৩৪০)

তুমি যদিহে হোৱা সদয়,
কিয় ৰিক্ত হ'ব মোৰ হৃদয়।

তোমাৰ কৰুণাৰে সিক্ত
জীৱন কিয় হ'ব ৰিক্ত
এই জীৱন তুমিময়।

চুলি ছিঙি মাতিছোঁ কাতৰি
দেখা দিয়া নেযাবা আঁতৰি
জীৱন হ'ব মধুময়
তুমি যদি হোৱা সদয়।

(৩৪১)

অৰুণ আভাৰে বিয়পাই
উষাৰ হেঙুলী আকাশ,
মাটিৰ শিল্পী কলাকাৰ
হৈছিল বিষ্ণুৰ প্ৰকাশ।

সুৰৰ দেউল সজাবলৈ
মাটিৰ কৃষ্টিক জীয়াবলৈ
(মৃতপ্ৰায় দেশৰ
জনতাক জীয়াবলে)
বিষ্ণু সূৰ্যৰ হেঙুলী
আভাৰ প্ৰকাশ।

জনগণ মংগল কামনা
জীৱনৰ ব্ৰত যাৰ,
কণ্ঠত জাগে যাৰ,
বঞ্চিতৰ প্ৰাণৰ হাহাকাৰ,
দুচকুত জ্বলে দীপ্ত শিখা
দলিতৰ মুক্তিৰ অংগীকাৰ,
হে বিষ্ণু, তোমাক নমস্কাৰ, মূৰ্তিমান
বিপ্লৱ তুমি জীৱন্ত প্ৰকাশ।

(৩৪২)

সাঁচতীয়া ধনৰ টোপোলা দুটি,
এটি বিষ্ণু আনটো জ্যোতি,
আৰু তাকে লৈ আমি অসমীয়া জাতি।
সাঁচতীয়া ধনৰ টোপোলা দুটি
পদূলিত মেলি,
নেভাবি নুগুণি কৰিলে ভগন
উদং হ'ব যে তলি,
কি বুলি দিবা চিনাকি,
কিয় হোৱা আপোনঘাতী।

আমি অসমীয়া নহও দুখীয়া
সবাহ বলিয়া,
দুহাতে ধন ভাঙি নাম লওঁ
ধোৱাখুলীয়া,
সাঁচি ৰাখি নচলিলে কাতিতে
টেকেলী হ'ব কাতি।

(৩৪৩)

ইতিহাস প্ৰাচীনা চিৰনবীনা,
কৰুণাময়ী অনন্ত যৌৱনা,
কুসুম কোমলতাই
আবেগ প্ৰৱণা।

দয়াগুণে বিভূষিতা
ছন্দিতা সেউজী কবিতা
স্পন্দিতা হৃদয় নন্দিতা,
যুগে যুগে মানৱ বন্দিতা,
কল্যাণময়ী আই চিৰ যৌৱনা।

সভ্যতা দুহিতা, শান্তি
মৈত্ৰী, একতাৰ জননী
হৃদয়ৰ কোমল অনুভূতি
মানৱতা নাম তাইৰ
তাই চিৰ নবীনা।

(৩৪৪)

মই বিশ্বমানৱতা,
(মই) শান্তিৰ শান্ত দীপশিখা,

মই প্ৰগতি কবিতা,
শান্তি, মৈত্ৰীৰ জ্বলন্ত শলিতা।

মই দুৰন্ত, দুৰ্বাৰ
(মই) অনন্ত অপাৰ
মই বিপ্লৱ পাৰাবাৰ
যুগে যুগে জ্বলাওঁ
(মই) বিপ্লৱ শলিতা
মই ৰচোঁ সেউজী কবিতা।

মই প্ৰগতি,
মই হেঙুল সূৰ্য
মই বিদ্ৰোহী
মই বিপ্লৱী তূৰ্য
মই শৌৰ্য
(মই) অমিত বীৰ্য
মই মুক্তিৰ জ্বলন্ত সবিতা,
মই প্ৰগতি কবিতা
(মই) শান্তিৰ শলিতা
মই বিশ্বমানৱতা।

(৩৪৫)

আজি সংকুচিত চিত্ত
নাই আৱেগ কম্পন,
আজি কুণ্ঠিতযে কণ্ঠ
স্তব্ধ হৃদয় স্পন্দন।

আজি ক্ষুধিত বঞ্চিত
দেশৰ জনতা
আজি দলিত, শোষিত
গণদেৱতা,
কুণ্ঠিত কণ্ঠ, স্তব্ধ
প্ৰাণৰ স্পন্দন।

আজি বিক্ষুব্ধ জনগণ
পৱন গগন,
নসহে অন্যায় নীতিহীন
আচৰণ, বন্ধনমুক্ত নামে
আজি বিপ্লৱ প্লাৱন
জাগে প্ৰাণৰ স্পন্দন।

(৩৪৬)

মোৰ নাম, নাম বাৰু কি
কোনে বাৰু জানা
দুটি চকু পদুমৰে পাহি
কামনা অঞ্জন সনা।

দেহৰ ভাঁজত, মনৰ মাজত
জাগে কত হিল্লোল
বুকুৰ খাজত, ৰিহাৰ ভাঁজত
ক্ষণে উঠে কল্লোল,
ভাঙি হিলদোল
ক্ষণে মন উন্মনা।

নাৰী মই, জীয়াৰী বোৱাৰী
মই যুৱতী প্ৰেমিকা,
দয়িতা, দুহিতা যুগে
যুগে নন্দিতা নায়িকা
যি নামে নেমাতা মোক
মই সৃষ্টিৰে প্ৰেৰণা।

(৩৪৭)

কিনো কাল পৰিলে
হৰি কিনো কাল পৰিলে।
যোগ্যজনে নেপায় সন্মান
অযোগ্যৰ বৰপীৰা মানৰ তামোল পাণ।
হৰি মোৰ, হৰি মোৰ
কিনো লীলা কৰে অবোধ নৰে।
বিদ্যাহীন বুদ্ধিহীনজনে ৰাইজৰ
সেৱা চুৰি কৰে।

অচল সমাজৰ নাও
গুৰি বঠা ভাঙি পৰে।
নীতি-অনীতিৰ নকৰে বিচাৰ
দিনক ৰাতি কৰে।

(৩৪৮)

হৰি নাম সোঁত বয় নাম ঘৰে ঘৰে
গুণমালা নামে শাস্ত্ৰ লিখিলে শংকৰে।

বৰগীত, কীৰ্ত্তন লিখিলে, নাটো যে ৰচিলে
চিহ্ন যাত্ৰা ভাওনা কৰিলে, পটো যে আঁকিলে
অসুন্দৰ এন্ধাৰক নাশিলে শংকৰে।

দ্বৈত, অদ্বৈতৰ আমি নকৰোঁ বিচাৰ,
উচ্চ-নীচ ভেদা-ভেদ কৰোঁ পৰিহাৰ,
সাম্যৰ সুদৃঢ় ভেটি বান্ধিলে শংকৰে।

(৩৪৯)

আই অসমীৰ শিৰৰ
ভূষণ পাটকাই পাহাৰে,
পোহৰৰ পাগ মাৰি
একেথৰে চাই থাকে
কিহৰ আশাৰে।

ৰ'দ জিলমিল হেঙুল বৰণ
আই অসমীৰ দুখনি চৰণ,
মানাহে পখালে নিতে
মনৰ হেঁপাহেৰে।

সেউজ সজাল আইৰ দেহাটি
জীপাল ৰসাল আই অসমীৰ মাটি,
সোণ সোণালী কৰোঁ আহা আমাৰ
কপালৰ ঘামেৰে।

(৩৫০)

ভোকাতুৰ কত
জনতা আতুৰ বিহ্বল,
সৌৱা হাজাৰ
নাঙঠ শিশুৰ সমদল।

ভোকত লালকাল
কোঁচৰ কেঁচুৱাটি
উজাগৰী কত মাতৃ
কটাই নিশাটি
জনগণ কল্যাণ
এটি ধ্বনি হৈ ৰ'ল।

দেৱোপম কত
শিশু ধূলি ধূসৰিত,
প্ৰতিশ্ৰুতি পূৰ্ণ
কত যে অৱহেলিত
জনগণ কল্যাণ
এটি ধ্বনি হৈ ৰ'ল।

(৩৫১)

অনুতাপ অগনি জ্বলে উমি উমি
দগ্ধ হৃদয় প্ৰান্তৰ যায় যে চুমি।

বহ্নি শিখাৰ উত্তপ্ত পৰশ পাই
জীৱন অভিশাপ পুৰি হ'ব ছাই
অহংকাৰ অনলো নুমাবযে পমি।

বিনয় বিনীত বিবেক শান্ত সমাহিত
জীৱন হ'ব গ্লানিৰে কালিমা ৰহিত
পুবাৰ হেঙুলী পোহৰে যাব চুমি।

(৩৫২)

পীৰালিত উমলি থকা
পোনাটিৰ স'তে
ৰ'দালিয়ে কিনো কথা পাতে,
মিঠা মিঠা ৰ'দালি
মিঠা মৰমতে সোণালী ৰহণ
ছটিয়ায় পোনাটিৰ স'তে।

দুখনি অকণি হাতেৰে
পোনাটিয়ে ৰ'দালিক
আঁকোৱালি ধৰে,
ৰাঙলী ৰ'দালি সোণ জিলমিল্
পোনাটিক আলফুলে
মৰম কৰে,
মনৰ উলাহতে, অবুজ ভাষাৰে
দুয়ো দুয়োৰে লগতে
কিবা কথা পাতে।

অবুজ ভাষাৰে, অবুজ সুৰে
হিয়া মন কৰে জুৰ
দুয়ো মিলি ধেমালি কৰে,
তাকেই চাই চাই মন উৰি
যায় দূৰ অতীতলৈ
ল'ৰালিৰ কথা মনতে পৰে,
সোণ গলা ৰ'দালি
সোণালী ৰহণ
ছটিয়ায় গছে পাতে।

(৩৫৩)

বৰ বৰ ডাঙৰীয়াৰ পদূলি ঘূৰিলোঁ,
বাটচ'ৰা গচকি আহিলোঁ,
মৰকীয়া হালবাই দেহাটি
ঘুণীয়া কৰিলোঁ।

বৰ বৰ ডাঙৰীয়া
বৰ বৰ কথা
ক'লে লাগিব লেঠা, মৰকীয়া
হালোৱাৰ কোনে বুজে
মনৰ কথা হৃদয়ৰ ব্যথা,
লঘোণীয়া পেটেৰে
ডাঙৰীয়াৰ ভূঁইতলী
বোকাদি আহিলোঁ।

নিজৰ বুলিবলৈ যি আছে
ভূঁইতলী এহালিচা
এবিঘা সেয়ে হ'ল কাল,
নাঙল পৰা নাই আজিও
তাত, কাইলৈ ডাঙৰীয়াৰ পাল,
ঘুণীয়া দেহাৰে জীৱনৰ
তিনিকাল এনেকৈ কটালোঁ
যাতনা ভুগিলোঁ।

(৩৫৪)

গহীন গভীৰ অৰণ্যৰ
সীমাহীন ৰূপ,
দুচকুত জ্বলে মোৰ
অন্তহীন সাধনাৰ ধূপ।

জীৱন নহয় মাথোন
এটি সপোনৰ মায়া,
জীৱন বননি ঢাকি
নামে সেউজৰ ছায়া,
দুচকুত জ্বলে যুগান্তৰ
কামনাৰ ধূপ।

প্ৰতিশ্ৰুতি পালন
মোৰ জীৱনৰ সাধনা,
দুই হাতে আঁতৰাম
বাটৰ বাধা যতনা
পথ শেষ হ'লে দেখা
পাম ৰূপ অপৰূপ।

(৩৫৫)

এই ধৰণীৰ ফলেৰে
ফুলেৰে সুশোভিতা,
অনন্ত শক্তিৰ উৎস
জ্বলে সৌ সবিতা।

প্ৰাণ সঞ্চাৰিত কৰা
উত্তপ্ত প্ৰখৰ দৃষ্টি,
নিদাঘ দগ্ধ ধৰা
সেউজ কোমল সৃষ্টি,
অনন্ত শক্তিৰ উৎস
চিৰ প্ৰসবিতা।

স্নেহসিক্ত অনন্ত
অখণ্ড শলিতা প্ৰেমৰ
সূৰ্যস্নাতা বণিতা
ধৰিত্ৰী প্ৰেমিকা প্ৰাণৰ
অনন্ত শক্তিৰ উৎস
জ্বলে সৌ সবিতা।

(৩৫৬)

কথাত হেনো কটা যায়
কথাত হেনো বঁটা পায়,
কথাত কথা বাঢ়ি যায়।

ভাতৰ তিতা নহয় যিমান
মাতৰ তিতা কটুৰ সিমান
কথাৰ হুল চকুৰে নমনি
বুকু ভেদি যায়।

এতেকতে
ভাবি-গুণি মাতষাৰি দিবা,
তল-ওপৰ চাই বাট বুলিবা
খোজেপ্ৰতি বিপদ ঘটায়
কথা কৈ আপদ নল'বা চপায়।

(৩৫৭)

আঁহে আঁহে গাঁঠি
কথাৰ নোখোলে পাক,
আঁহফলা কথা ভিতৰ গুণীয়া
মাথোন শুনি থাক।

তিনিগুণীয়া পঘা
আঁকোৰা-পকোৰা
দুইতলীয়া কথা
আউল লগোৱা
গাঁঠিলগা কথাৰ
ভিতৰি ভিতৰি পাক।

পাকলগা কথাৰ
আঁহ ফালিব নোৱাৰি,
সন্ধিৰ বাহ বুধিৰেহে
কাটিব পাৰি
আউল ভাঙিব নোৱাৰ
যদি, মুখলৈ চাই থাক।

(৩৫৮)

আগতে আছিলোঁ খীৰতী
গৃহস্থই বুলিছিল আই,
ওহাৰো শুকাল গাখীৰো
লুকাল এতিয়া পালতো
নিদিয়ে ঠাই।

আগতে নেজানিলোঁ, নুবুজিলোঁ
এতিয়া বুজিছোঁ,
আহিছে দুখৰ নিশা নীৰৱে,
চকুলো টুকিছোঁ,
আগতে আছিলোঁ আই
এতিয়া হ'লোঁ যে তাই।

মৌজোল নাইকিয়া শুকান
সিটা যেন দেহা
ৰূপৰে এলাগী, মনৰে এলাগী
নচলে পীৰিতি বেহা
এলাগী, অভাগীৰ হায়
ক'তো যে আদৰ নাই।

(৩৫৯)

আৰতি, আৰতি
বিৰতিবিহীন
মোৰ আৰতি,
প্ৰাণৰ সুবাস
ছটিয়াই মই
কৰোঁ আৰতি।

হৃদয় মন্দিৰ
সজাই-পৰাই,
ভকতি থাপনা
ফুলেৰে সজাই
মই যাচিছোঁ
মোৰ প্ৰণতি।

হৃদয় তুলসী
তলত জ্বলাই
এগচি চাকি
ভকতি সুগন্ধি
আঁচলেৰে
মনৰ কালিমা ঢাকি
মাগিছোঁ মুকুতি
মই
যাচিছোঁ প্ৰণতি।

(৩৬০)

মই আঁকিছোঁ
মই মচিছোঁ,
আঁকি আঁকি
মচি মচি
ভাগৰি পাৰিছোঁ,
মই গাঁথিছোঁ
মই ছিঙিছোঁ,
গাঁথি গাঁথি
ছিঙি ছিঙি
চকুলো টুকিছোঁ।

মই দেখিছোঁ
মই শুনিছোঁ,
দেখি দেখি
শুনি শুনি
মাথোন কান্দিছোঁ,
মই কান্দিছোঁ
মই হাঁহিছোঁ,
কান্দি কান্দি
হাঁহি হাঁহি
তোমাক মাতিছোঁ।

মই নাচিছোঁ
মই হাঁহিছোঁ,
নাচি নাচি
হাঁহি হাঁহি
তোমাক মাতিছোঁ,
মই গণিছোঁ
মই লেখিছোঁ,
গণি গণি
লেখি লেখি
সপোন ৰচিছোঁ।

নিশা অকলে
বহি নিৰলে,
সপোনৰ কথা
মাথোন ভাবিছোঁ
মই ভাঙিছোঁ
মই গঢ়িছোঁ,
ভাঙি ভাঙি
গঢ়ি গঢ়ি
চকুলো টুকিছোঁ।

(৩৬১)
দৈত্যকুল শিৰোমণি
প্ৰহ্লাদ সুমতি,
দিবা নিশি চিন্তে হৰি
উত্তম যুগুতি।

বলিৰজা মহামতি,
ভুমিদান কৰি
লভিলে খ্যাতি।

ভক্তি পালে বান্ধিলে
হৰিক, ভকত বলিৰ নাতি,
দৈত্যকুলৰ প্ৰদীপ
প্ৰহ্লাদ সুমতি।

হাতে-ভৰি বান্ধি
পেলালে জালত
তাৰ পাছে দিলে
হাতীৰ পাৰত,
নুপুৰিলে অগনি
হৰিনাম অমৃত মুখত।

ৰাম বোল হৰি বোল
মনহে মূৰুখ মতি।

(৩৬২)
দক্ষ হোৱা, হোৱা দক্ষ,
দক্ষতা বঢ়োৱা,
সুদক্ষ সুনিপুণ
শ্ৰমিক হোৱা।

গুৰুৰ আদেশ
দেশ নিৰ্মাণৰ বাবে,
শিক্ষকৰো উপদেশ
প্ৰগতিৰ বাবে,
শ্ৰম কৰি নিজৰ
মৰ্যাদা বঢ়োৱা।

দক্ষ শ্ৰমিকৰ
মান জানা
য'তে ত'তে,
শ্ৰমৰ মৰ্যাদা
সমান সকলোতে,
প্ৰগতিৰ গুৰিয়াল
(তুমি) দক্ষ
শ্ৰমিক হোৱা।

(৩৬৩)
কুমাৰী মাতৃৰ বুকুৰ
বেদনা, চকুলো হয়,
বৈধনে অবৈধ নকৰে
বিচাৰ নীৰৱে বয়।

এনে মাতৃত্ব হেনো
নহয় বৈধ,
এনে সন্তান
সমাজত অবৈধ,
স্মৃতি, শ্ৰুতি সংহিতাই
হেনো তাকে কয়।

পিছে কুমাৰী মাতৃ
কুন্তী প্ৰাতঃস্মৰণীয়া হ'ল,
অবৈধ সন্তান কৰ্ণৰ
কীৰ্তি যুগমীয়া হৈ ৰ'ল,
দেশে দেশে
কালে কালে
নিয়ম সলনি হয়
সমাজ স্থবিৰ নহয়।

(৩৬৪)

গাভৰু মন এই জীৱন,
যৌৱন মোৰ, তোমাকে সপিম,
তোমাকে বৰিম, লাগিলে
সমাজ ভাঙি নকৈ গঢ়িম।

ই নহয় আৱেগ প্ৰসূত
কল্পনা বিলাসী মনৰ,
ই দুটি প্ৰাণ এক হোৱা
পৰিকল্পনা জীয়া জীৱনৰ,
সেই পৰিকল্পনা, আমাৰ
সাধনা, আমি সফল কৰিম।

আমাৰ মিলন হওক
সংগ্ৰামৰে প্ৰতীক প্ৰগতিৰ,
এই সংগ্ৰামেঁ আনিব পোহৰ
সৃষ্টিৰ নতুন গতিৰ,
আমাৰ জীৱনৰে, যৌৱনৰে
আমি নতুন সমাজ গঢ়িম।

(৩৬৫)

বিধবা ৰঙিলীয়ে হেনো
ডিঙিত চিপজৰী লৈ,
ধৰাৰ মায়া এৰি
নিশাতে গ'ল পাৰ হৈ।

ৰঙিলীৰ পেটত হেনো আছিলে
(কি আছিলে ?) এটি সন্তান
তাকেই কওতে ডাঙৰীয়াই
কৰিলে অপমান
লাজে অপমানে তাই আঁতৰি
গ'ল ৰিহাৰে ফাঁচ লৈ।

বিচাৰক যদি নিজে দোষী
হয়, পদকীয়া হয়
গুচৰীয়া কোন হ'ব বাৰু কোৱা,
সাক্ষী কোনে লয় ?
অনাথ ৰঙিলীহঁতে মৰে এনেকৈ
পঘা ডিঙিত লৈ।

(৩৬৬)

প্ৰেম নহয় মাথোন
দুটি দেহৰ মিলন
প্ৰেম নহয় যৌৱন
তৃষা মাথোন পূৰণ।

প্ৰেম শাশ্বত সত্য
এক চিৰ প্ৰৱাহমান,
পূত পৱিত্ৰ প্ৰদীপ শিখা
চিৰ জ্যোতিষ্মান,
ই নহয় অহৈতুক
উচ্ছ্বাস আৱেগ অকাৰণ।

প্ৰেমৰ নাম সাধনা
প্ৰেমৰ নাম কামনা
প্ৰেমৰ নাম সৃষ্টিৰ
কামনা, জীৱন প্ৰেৰণা,
ললিত মধুৰ সুৰ
চিৰসেউজ বৰণ।

(৩৬৭)

মই হেনো হৰিণী নয়না,
মই হেনো তোমাৰ প্ৰেৰণা।

সঁচা জানো চাৱনি চঞ্চল
মই জানো ইমান চপল
নে ই মাথোন তোমাৰ কল্পনা।

কল্পনা ইমান যে মধুৰ,
অণুক্ষণ বাজে মধুৰ সুৰ,
সুৰে সুৰে আঁকো যে আল্পনা
মই হেনো তোমাৰ প্ৰেৰণা।

(৩৬৮)

কোনে ৰুধিব
মোৰ গতি
কাৰ আছে
ইমান শকতি।

সৃষ্টিৰ আনন্দতে
আপোন পাহৰা
নানা ৰঙে, নানা ৰূপে
সজাও ধৰা
ময়ে সৃষ্টি ময়ে
কৃষ্টি গতি।

সময় পখীৰ স'তে
আহিছোঁ উৰি,
অনন্ত কালৰ যাত্ৰী
ফুৰিছোঁ ঘূৰি,
বিৰতি বিহীন
মোৰ গতি।

(৩৬৯)

এঠেঙীয়া বগলী
নিতে নাচে গধূলি,
ইচনি বিচনী
ল'ৰালিৰ ধেমালি।

আজি জোনৰ বুকুত
মানুহৰ পদধূলি,
জোনটিয়ে নোখোজে
'জোনবায়ে বেজী দিয়া' বুলি।

জোনৰ প্ৰভা হেৰালে,
আইতাজনী দুকালে,
কোনে শুনাব সাধু
আমাক বাৰু,
এঠেঙীয়া বগলী,
নেনাচে আৰু
ইচনি বিচনী
ল'ৰালিৰ ধেমালি।

(৩৭০)

নাৰী মই নৰ্তকী
নৃত্যৰ ছন্দ জাগে
দেহৰ ভাঁজত,
নাৰী মই নায়িকা
প্ৰেমৰ ছন্দ মোৰ
বুকুৰ মাজত।

ৰুণু জুনু ৰুণু জুনু
নূপুৰৰ ছন্দত
জাগে শিহৰণ,
তালে তালে নাচে
মন দুচকুত মোৰ
অনুৰাগ অঞ্জন,
কুলু কুলু সুৰে
বয় প্ৰেমৰ নিজৰা
বুকুৰ মাজত।

নাৰী মই প্ৰেয়সী
প্ৰাচীনা আধুনিকা
চিৰ নবীনা,
নাৰী মই কামিনী
মোৰ বুকুত জাগে
সৃষ্টিৰ কামনা
প্ৰণয় নূপুৰ ৰুণু
জুনু বাজে সুৰ
বুকুৰ মাজত।

(৩৭১)

কলিতে মৰহি যোৱা
এপাহি ফুল
তাকেই বিচাৰি হিয়া
মোৰ বিয়াকুল।

কিয় জানো মৰহি সৰিল
কামনা কলি,
আশালতা ডালি আজি
শুকাল লেৰেলি
হেৰোৱা সুৰভি বিচাৰি
মই বিয়াকুল।

জানো জানো হেৰোৱা দিন
নেপাওঁ ঘূৰাই
জাঁনো জানো মৰহা কলি
নুফুলে দুনাই,
তথাপিও আজি হেৰা
হিয়া বিয়াকুল।

(৩৭২)

ওৰেটি জীৱন মাথোন যুঁজিলো
অ' মোৰ বুকুৰে ৰাইজ,
দুখৰ উপৰি দুখকে সহিলোঁ।

আশাৰ শলিতা এগচি জ্বলাই
জীৱন কটালোঁ আশাই আশাই
আশাৰ ফুল ফুলাব নোৱাৰিলোঁ।

দোষে গুণে শেষ কৰি অভিনয়
এই দেশৰ মাটিতে যাওঁ লয়
আজি হেৰা মই বিদায় মাগিলোঁ।

কি দিলোঁ, কি পালোঁ হিচাপ নলওঁ
বিদায় পৰত একোকে নকওঁ
মনতে কতনা ভাঙিলোঁ পাতিলোঁ।

(৩৭৩)

মোৰ মন পদূলিত
সুহুৰি মাৰিলে কোনে?
টক্ টক্ টকা বাজে
পেঁপাটি বজাই কোনে?

গুণ গুণ ভোমোৰাই কিনো
কয় কাণে কাণে
মন কৰে ৰাইজাই হিয়া (মোৰ)
কঁপে ঘনে ঘনে,
মোৰ মন পদূলিত
পেঁপাটি বজাই কোনে?

আহিছে ঐ বিহুটি
দেহা ইচাটি বিচাটি,
মন বননিত বাজে
চেনাইৰেনো পেঁপাটি,
মোৰ পদূলিত ৰৈ
সুহুৰিয়ায় কোনে?

কি আহুদি কৰিলি মোকে,
মোৰে সোণ চেনাইটি,
বলিয়া কৰিলি কিয়
মোকে হেৰ ককাইটি,
টক্ টক্ টকা বাজে
পেঁপাটি বজাই কোনে?

(৩৭৪)

মোৰ ওঁঠৰ পৰশ লাগি
ডালিমৰঙা গাল দুখনি,
হয় যদি আৰু হেঙুলী
তুমি সোণ পাখা নেকি আমনি।

মোৰ হাতৰ পৰশ লাগি
কঁপে যদি যৌৱন বননি,

হয় যদি আৰু শুৱনি
নাহৰ, বকুলে মন ফুলনি,
যাবা নেকি বাৰু আঁতৰি
তুমি সোণ পাবা নেকি আমনি।

যোৰ পাতি উৰে এযুৰি
চৰাই, পাখিত পাখি লগাই
আমাৰ যুৰীয়া জীৱনৰে
কথা দিয়ে সোঁৱৰাই,
ময়ো যদি দিওঁ সোঁৱৰাই
তুমি সোণ নেপাবা আমনি।

(৩৭৫)

কোঁচত এটা, হাতত এটা
ইটোৰ কথা নকলোৱে বা,
সিজনক ক'লেও নুশুনে
একে কথাকে কিমান ক'বা।

হেনো ই ভগৱানৰ দান
মানুহৰ হাত নাই তাত
নেজানি নুবুজি কৰে কাম
তেনে লোকৰ কপালত হাত
কথা ক'লে ইকাণ সিকাণ,
পেন্, পেন্ কিমান শুনিবা।

মন কৰিলে কৰিব পাৰি,
বুজা জনক বুজাব পাৰি
নজনা কথা জানিব পাৰি
শিকো বুলিলে শিকিব পাৰি
বুজিও অবুজ নহ'বা
সময় বুজিহে শৰ মাৰিবা।

এজনতকৈ অধিক চাৰি
পাছে ডিঙিত লগাই ফাঁচ,
মুখৰ হাঁহি নিনিবা কাঢ়ি
নুবুজি নুগুণি সাতপাঁচ
লোভে মাৰে বৰশীৰ মাছ
আওমৰণে কিয় মৰিবা।

(৩৭৬)

মুক্তিৰ কামনা শকতি ৰূপিণী
বিমূৰ্ত কল্পনা তুমিহে জননী।

তুমি মূৰ্তিমতী মুক্তিৰ কামনা
জনগণ শক্তি মুকুতি কতনা,
শক্তি, মুক্তিৰূপা চিৰ বিদ্ৰোহিনী।

দলিত মনৰ তপন সোণালী
সোণালী উষাৰ ৰহণ হেঙুলী,
জনগণ শক্তি মুকুতি দায়িনী।

(প্ৰণামো, প্ৰণামো জননী তোমাক
মুক্তিৰ প্ৰেৰণা দিয়াহে আমাক
ধাত্ৰী তুমি মাতৃ চিৰ বিদ্ৰোহিনী।)

(৩৭৭)

তুমি শোষিতৰ প্ৰাণৰ প্ৰেৰণা
তুমি দলিতৰ মনৰ চেতনা,
নিৰাশা কলীয়া ডাৱৰে আবৰা
পীড়িত মনৰ আশাৰে বতৰা
যুগ যুগান্তৰ মুক্তিৰ প্ৰেৰণা।

অশান্ত বিশ্বৰ মানৱ মনত,
যাতনা কাতৰ বঞ্চিত প্ৰাণত
তুমিয়ে জগোৱা নতুন প্ৰেৰণা।

বিক্ষুব্ধ মনৰ বিদ্ৰোহ প্লাৱন,
তুমি হেৰা মাতৃ আশাৰ শ্ৰাৱণ
মুক্তিৰ প্ৰেৰণা কঢ়িয়াই আনা।

(৩৭৮)

জাগে মাতৃ ৰণ চণ্ডিকা
সৰ্বমংগলা, গণশক্তিৰূপা
জাগে মাতৃ, দেশমাতৃকা।

জাগে অজেয়া গণশক্তি স্বৰূপা
অসূয়া, অশুভ নাশিনী সুৰূপা
জাগে মাতৃ, দেশ মাতৃকা।

জাগে জনগণ সুপ্ত জনতা
জ্বলে বিদ্ৰোহৰ অগনি শিখা,
ক্ষুব্ধ প্ৰাণ দলিত গণ দেৱতা
জ্বলে মুক্তি প্ৰদীপ শিখা,
জাগে মাতৃ, দেশ মাতৃকা।

পীড়িত প্ৰাণৰ আকুল বিননি
শুনি প্ৰতিধ্বনি
অশুভ অসুৰ নাশিনী জননী
শকতি ৰূপিণী
জাগে মাতৃ, দেশ মাতৃকা।

(৩৭৯)

দিহিঙে দিপাঙে কতনা ঘূৰিলোঁ,
জীৱনৰ অৰ্থ একোকে নুবুজিলোঁ।

দেখিলোঁ শুনিলোঁ বহুত ঘূৰিলোঁ,
পুৰণি পৃথিৱী চিনিকে নেপালোঁ,
মুকুতা নেপাই শোকোতা চপালোঁ।

কি বা গালোঁ বাৰু একো নুবুজিলোঁ,
মই খোলাকুটিৰ তালহে বজালোঁ,
মুকুতা নেপাই শোকোতা চপালোঁ।

(৩৮০)

এই বাটে হেৰা বাটৰুৱা
কিয়নো আহিছিলা
আছেনে কিবা চাবলৈ কোৱা।

এই বাটৰ দাঁতিত ফুলা
যত নাহৰ তগৰ,
ৰঙিয়াল ডেকা গাভৰুৰ
হাঁহি ৰঙীন ওঁঠৰ,
নাই আজি হেৰা বাটৰুৱা।

মাউৰী তেজীমলাৰ এই ঘাট
শুকান বালিৰে সজা এই বাট
চাবা কিনো বাৰু বাটৰুৱা।

নিষ্ঠুৰ নিয়তিৰ মৰণৰ খেলা
শেষ হ'ল অতীত জীৱনৰ মেলা
ৰিঙা, ৰিঙা লাগে বাটৰুৱা।

(৩৮১)

কামনা গধুৰ এহালি চকুৰ,
এলাহ চাৱনি ইমান মধুৰ,
গাভৰু দেহাৰে সুবাহ মধুৰ।

চাওঁকি নেচাওঁ, চাই যে চমকি
যাওঁ কি নেযাওঁ, ৰয় যে থমকি
লাজতে ৰাঙলী চাৱনি মধুৰ।

মৰমী দৰদী হিয়াতে পীৰিতি
বুকুৰে মাজতে চেনেহ জুৰিটি
গাভৰু দেহাৰে সুবাস মধুৰ।
পদুম কোমল হাত পৰশ মধুৰ
চেনেহ কোমল মাত মিলন বিধুৰ,
এলাহ চাৱনি কামনা মধুৰ।

(৩৮২)

এন্ধাৰ ঘৰতে মোৰ জ্বলাই চাকিটি
দেহা মন সজাই পৰাই
আছোঁ বাট চাই অ' মোৰে চেনাইটি।

এধানি বুকুখনি কঁপে ঘনে ঘনে
আহা নে নাহা তুমি ভাবি মনে মনে
শেষ হ'লে নিশাটি নুমাব চাকিটি।

বাটচ'ৰা পদুলি সজাই পৰাই
ৰৈ আছোঁ, আছোঁ ৰৈ অথনিৰে পৰাই
তুমি আহিবা বুলি অ' মোৰে চেনাইটি।

ৰাখা, ৰাখা মোৰ কাকুতি এবাৰ
নকৰা নিৰাশ মোক বাৰে বাৰ
আঁচল পাতি মই কৰিছোঁ কাকুতি।

(৩৮৩)

ৰ'দ জিল্ মিল্ সোণালী
দিনৰ শেষত,
মন জুৰ মলয়া বা বয়
আমাৰ গাঁৱত।

বাঁহজাৰৰ সিপাৰে সৌ
হেঙুলী বেলি
হেঙুলী ৰহণ সানে
গাঁৱতে আবেলি
গৰুৱে উৰাই গোধূলি
গাঁৱৰ বাটত।

জীয়ৰী বোৱাৰী যায়
কাষত কলহ লৈ
খোজত পদুম ফুলাই
পানী আনেগৈ
মৰম নিজৰা একোটি
মনৰ মাজত।

গধূলিতে বাজে তাত
দবা, কাঁহ নাগাৰা,
নিশা দুপৰলৈ কৰে
ভাওনাৰ আখৰা
ভকতিৰ শলিতা জ্বলে
তুলসী তলত।

(৩৮৪)

জীৱনৰ উপহাস সহিব নোৱাৰি
আজি মই যুঁজি যুঁজি পৰিছোঁ ভাগৰি।

সংসাৰ সাগৰ হায় অথাই আকুল
ডকা চাকেনৈয়া আৰু নমনি সিকুল,
ইপাৰত ৰৈ ৰৈ মই পৰিছোঁ ভাগৰি।

ক্লান্ত অকলশৰীয়া মই নাৱৰীয়া
নিজে গুৰিয়াল মই নাই লগৰীয়া,
বঠা মাৰি মাৰি মই পৰিছোঁ ভাগৰি
সংসাৰ সাগৰ পাৰ হওঁ কেনে কৰি।

(৩৮৫)

চিফুঙৰ সুৰত উতলা
বয় পাহাৰী নিজৰা,
লুইতৰ পাৰে পাৰে ছন্দ
গীত নৃত্যৰে আখৰা।

নৃত্য গীত সাধনাৰ জ্বলালা
তুমি হোমাগ্নি শিখা,
পূৰ্ণাহুতি দিলা তুমিয়ে
ইতিহাস হ'ল যে লিখা,
কামৰূপী নৃত্যৰ ছন্দেৰে
অসম আকাশ মুখৰা।

সাধনাৰ অগনি জ্বলালা তুমি
মহামন্ত্ৰ কৰিলা উচ্চাৰণ,

মহান তপস্বী মহাদেৱ তুমি
কৃষ্টি, সৃষ্টিৰ সাধনাত মগন।

নিতে নৱভংগীৰে কৰিব
কোনে নৃত্যৰে আখৰা,
বৰনৈ লুইতৰ পাৰ
কোনেনো কৰিব মুখৰা?
শেষ ৰাগিণী শুনি
থমকি ৰয় পাহাৰী নিজৰা।

(৩৮৬)

তপোবন ধন্যা প্রসিদ্ধা জননী তুমি,
জগত মোহিনী আই অ' জনমভূমি,
সেউজী সপোন ফুলে তোমাৰ বুকুত।

কত যুগ যুগান্তৰ পীঠ সাধনাৰ,
কত মুনি তাপসৰ তীর্থ কামনাৰ,
জ্ঞানৰ পতাকা উৰে তোমাৰ বুকুত।

অসুৰ নাশিনী শক্তিৰূপিণী প্রেমদা,
দানৱ দলনী আই অভয়া বৰদা,
মৈত্রীৰ অলকানন্দা বয় হৃদয়ত।

বিহগী কণ্ঠেৰে গায় তোমাৰ বন্দনা,
পাহাৰে পর্বতে শুনো সুৰৰে মূর্চ্ছনা
শান্তি শীতল ছায়া তোমাৰ দুচকুত।

(৩৮৭)

দুৰন্ত দুর্বাৰ মোৰ গতি
মই আগুৱাই যাম,
দুবাহুৰ শক্তিৰে মোৰ
শত বিঘিনি আঁতৰাম।

সংগ্রামী মই, পুৰণিক ভাঙি
কৰিম নতুন সৃষ্টি,
বিপ্লবী মই, তীক্ষ্ণ সন্ধানী
মোৰ দুচকুৰ দৃষ্টি,
এন্ধাৰৰ বুকু ফালি মই
যাম, আগুৱাই যাম।

অনির্বাণ মই অনন্ত, এটি
অগ্নি শিখা জ্বলন্ত
অজেয় মই যুগান্তৰ, প্রাণ
শক্তি মোৰ অফুৰন্ত,
শত বিঘিনি আঁতৰাই থৈ
মই আগুৱাই যাম।

(৩৮৮)

স্মৃতিৰ বননি সেউজ শুৱনি,
মোৰ মন যমুনা পাৰত বাজে
কলীয়াৰ মোহন মুৰুলী ধ্বনি।

ৰুনু জুনু চৰণ নূপুৰৰ সুৰে
আজি মোৰ যৌৱন উতলা কৰে
স্মৃতি সেউজীয়া মন বননি।

যমুনাৰে পাৰ জোনাক উজ্জ্বল
মোৰ মন নাচে যৌৱন উচ্ছল
বৈ, বৈ বাজে মোহন মুৰুলী ধ্বনি।

(৩৮৯)

পুৰণি কলীয়া এই ঘৰ
এলান্ধু লাগিছে তাত,
উঁৱলা চালৰে ওপৰত
অলক্ষ্মী ফেঁচাৰে মাত।

গোহালিৰ বেৰত অঁৰা
ঢেকৰ দিয়া দোলাখনি,
মকৰা জালে ধৰিছে ছাটি
খিতাপো আওপুৰণি,

আজি কোনো নুঠে তাত,
বৰঘৰ নিতাল নিমাত।

বৰজাপি ভমকা ফুলীয়া
সৰুদৈয়া পাতে সঁজা
বাটচ'ৰা মন মোহনীয়া
কোন কাহানিতে সজা
বৰজাপি পিন্ধিব কোনে?
কোন বহে বাটচ'ৰাত?

যুঁতি জাঁই নাহৰে শুৱনি
বাটচ'ৰা পদুলি
এৰাবাৰী হ'ল ঘৰখনি
ৰুৱা কামী গৈছে খুলি
এলান্ধু লাগিছে যে তাত
তিতা লাউ গজিছে তাত।

(৩৯০)

জীৱন নামৰ এই নদী
কোনেনো বোৱালে ধৰাত,
কোনেনো দিলে উচ্ছল
গতি, সৃষ্টি ৰঙীন বসুধাত।

আহিছে, গৈছে, নাই যে যতি
অনন্ত সলিলা নদীটি,
ইকুল ভাঙি, সিকুল গঢ়ি
কৰে নিতে নতুন সৃষ্টি,
শাশ্বত গতি বসুধাত।

এই নদীৰ বুকুত ভাঁহে
আশা নিৰাশাৰ পানচৈ
এই নদী চঞ্চল অতিকে
বয় আপোন পাহৰা হৈ
উচ্ছল গতিৰে ধৰাত।

অনন্ত যৌৱনা এই নদী
কামনা চঞ্চল উচ্ছল
যতিহীন গতি অবিৰাম
চিৰ চঞ্চল টল্ মল্
কোনেনো বোৱালে ধৰাত।

(৩৯১)

কিয় বাৰু আহিছিলোঁ
আমি দুয়ো সহোদৰ ভাই,
ক'ৰ পৰা আহিছিলোঁ
আমি, তাৰ ঠিকনা যে নাই।

দুদিনৰ এই চিনাকি
তোৰে মোৰে হ'ল ভেটা ভেটি
দুদিনতে হ'ম এৰা এৰি
সোঁতে সোঁতে যাওঁ উটি,
তেজ ধুলে হেনো উটি যায়।

আমি দুয়ো সহোদৰ ভাই
একেসুৰে বজাইছো বাঁহী
জাঁজী হৈ আহিছো উটি
জাঁজী হৈ যামগৈ আমি ভাঁহি
মায়াৰ বান্ধোন ছিঙি যায়।

পলকৰ এই হাঁহি, এই
জীৱন ল'ৰা ধেমালি,
যাম এই ধৰা এৰি,
ভাই সময় গ'লে উকলি
নহও কোনো কাৰো যে ভাই।

(৩৯২)

থক্ থক্ হাতুৰীৰে কোবত
ফিৰিঙতি উৰিছিল কমাৰৰ শালত,
কমাৰ, কঁহাৰ আছিল কতনা
বাঢ়ৈ, সূতাৰ শিপিনী অসম দেশত।

অতীত গৌৰৱ কাজুৰা
আঙুলি মোলান পৰিছে
শিপিনী শালতো আজি এলান্ধু লাগিছে,
নিৰাশা ডাৱৰ উৰে
মন আকাশত।

হেৰা, অসমীয়া জাগিবৰ হ'ল,
এলাহ নিহালী এৰিবৰ হ'ল,
নিবনুৱা লাজ আজি মচিবৰ হ'ল,
অতীত গৌৰৱ কথা
সুঁৱৰি মনত।

ধোদ নহয় অসমৰ বনুৱা,
লাচিতৰ নাতি ল'ৰা
সকলোঁ ৰণুৱা
ৰণুৱা, বনুৱা সাজেৰে সাজি
উৰুৱা গৌৰৱ ধ্বজা
অসম দেশত।

(৩৯৩)

এৰি দিয়া শৰ নাহে উলটি
সময় নৰয় থমকি,
অনন্ত সময় বোৱতী সুঁতি।
চেনেহ নিজৰা অবিৰল বয়
কাহানি থমকি নৰয়
যতিহীন চেনেহ প্ৰেম-পীৰিতি।

ফাগুন আহিব, পদূলিতে ৰ'ব
দুটি মন চিনাকি হ'ব,
মন বননিত জগাব পীৰিতি।

পীৰিতি বান্ধোন নেযাই সুলকি
আমাৰ মনৰ চিনাকি,
সময়ৰ সোঁতে সোঁতে যাওঁ উটি।

(৩৯৪)

হেৰ বনৰ চৰাই
বনে বনে ঘূৰি ফুৰ তই
বিভুগীত গাই,
নিতউ পুৱাতে আহি
চৰাচৰ এই বিশ্বকো যে
দিয়হি জগায়।

উৰণীয়া পখী তই
মুকলি মূৰীয়া, মন তোৰ
স্বাধীন চিতীয়া,
আমিও অকণি শিশু
মুকলি মূৰীয়া কুমলীয়া
তোৰে লগৰীয়া,
বিভুগীত মোহনীয়া
গাওঁ বুলি আমি হেৰ' আজি
আহিছোঁ ওলাই।

আহ পখী আহ তই
মিলিজুলি সৰে গাম গীত
মুকলি মনেৰে,
হাঁহিৰ নিজৰা
বোৱাম বিশ্বত আমি আমাৰ
মিঠা, মিঠা মাতেৰে
দেশে দেশে ঘূৰি ফুৰি
গীত গাওঁ বুলি, আমি হেৰ
আহিছোঁ ওলাই।

(৩৯৫)

ওৰে নিশা কান্দিলে আকাশে
কিনো বেজাৰত,
ওৰে নিশা সৰিছে নিয়ৰ
মন পথাৰত।

আকাশৰ চকুলো কাৰ বাবে
কোনে বাৰু জানে?
হিমশীতল নিশাৰ পৰশ
মনলৈ বেজাৰ আনে,
মৌন আকাশে টোকে চকুলো
কাৰ বেজাৰত।

ধৰ্ষিতা ধৰণীৰ বুকুৰ বিননি
শুনোতা যে নাই,
বতাহত কঁপি কঁপি দূৰ
নীলিমাত হেৰাই যায়,
উচুপি উচুপি কান্দে আকাশে
সেই বেজাৰত।

(৩৯৬)

নেলাগে নেগাঁথিবা মালাধাৰ
প্ৰীতিৰ মিছা উপহাৰ,
বিৰহ বিধুৰ মন বিচ্ছেদৰ
চকুলো সৰে ধাৰাসাৰ।

প্ৰণয় কুকুহা উৰে স্মৃতিৰ
বননিত জ্বলে বন জুই
নেলাগে জগাব অতীত সোঁৱৰণী
মাথোন আমনি কৰে,
মইতো নহওঁ যক্ষ হেৰা
তাহানি অলকাৰ।

নেলাগে নেগেবা প্ৰণয় গীতি
অতীত মধুৰ ভাষা,
নেলাগে শুনাব মোক হেৰা
নেলাগে জগাব আশা,
সৰাফুল বুটলি নেগাঁথিবা
হেৰা শুকান মালাধাৰ।

(৩৯৭)

আবেগৰ সোঁতত আজি
নেজাবা উটি,
তীক্ষ্ণ সন্ধানী কৰা হেৰা
চকুৰ দৃষ্টি।

থমকি নৰ'বা হেৰা
শুনি কোলাহল,
সাময়িক অনুভূতিত
নহ'বা বিহ্বল,
প্ৰাণতকৈও আপোন
এই দেশৰ মাটি।

অসমৰ অসমীয়া
সকলো সমান,
সকলোৰে মিলি ৰাখা
অসমীৰ মান
বুকুৰ তেজ দি ৰাখা
শতৰু ভেটি।

(৩৯৮)

আজি এই নিশাতে
ৰভাৰে তলতে
জ্বলিছে হোমৰে শিখাটি,
হোমৰে গুৰিতে
ৰাইজৰ আগতে
বান্ধিলোঁ মনৰে গাঁথিটি।

তুমি মোৰ, মই যে
তোমাৰ দুটি হৃদয়ৰ
মিলন আমাৰ
আমাৰ এই জীৱন
কৰিম সুন্দৰ আমি
কৰিলোঁ অংগীকাৰ,

যুৰীয়া জীৱনৰে সাক্ষী
কপালতে জ্বলে
সেন্দূৰৰে ফোঁটটি।

দুহাতে সাবটি
আইতাই বৰিলে
লখিমী আহিছে বুলি,
আদৰি সাদৰি
বহুৱাই পাটীতে
আয়তীয়ে দিলে উৰুলি,
যুৰীয়া জীৱনৰে সাক্ষী
কপালত জ্বলে
সেন্দূৰৰে ফোঁটটি।

(৩৯৯)

অশান্ত মনেৰে তোমাকেই
বিচাৰি বিচাৰি
ওৰে জীৱন ঘূৰিলোঁ মই
খাই হাবাথুৰি।

ইমান ওচৰতে আছা
তুমি মোৰ কাষতে,
অতীত যৌৱন জোনাকতে
স্মৃতিৰ সঁফুৰাতে,
অশান্ত মনেৰে ঘূৰিলোঁ
মই তোমাকে বিচাৰি।

শ্ৰান্ত ক্লান্ত এ' মন মোৰ
আজি শান্ত সুশীল,
পোৱাৰ আনন্দত লভিছোঁ
শান্তি অনাবিল,
বুকুতে থাকা তুমি
দূৰলৈ নেযাবা আঁতৰি।

(৪০০)

আঁহতৰ তল চাই আহিলোঁ
কাকো যে নেদেখিলোঁ তাত,
কিনো হ'ল দিন কাল বোলোঁ
কাৰো যে নাই মুখৰে মাত।

এনেহেন দিনতে নাহৰৰ পাততে
ৰ'দে জিলেমিলাই
মনে চাটি ফুটি আৰু দেহা
ৰাইজাই জানো কৰা নাই,
তেনে কিয় গাওঁ কাঁহপৰি জীণ
যোৱা নিতাল নিমাত।

মঙহা বজাৰৰে সূতা, বিহুৱান
ববলৈ নাই শিপিনী,
বিহুতলী হ'ল বকৰাণি, চনপৰা
মন পথাৰ খনি,
চনপৰা মন, সৃষ্টিৰ বাসনা
আজি তাত জগা নাই।

(৪০১)

অতীত ঘাঁহনি গচকি গচকি
উভতি অহা সেই কিশোৰটি
মোৰ অতিকে চিনাকি।

অতীত স্মৃতিৰ ছবি উঠে ভাঁহি
দেখি তাৰ মুখৰ মধুৰ হাঁহি
তাৰ সেই মুখ অতিকে চিনাকি।

উজ্জ্বল তাৰ দৃষ্টিয়ে সকীয়াই
বোৱতী সময়ে উভতি নেচায়,
তাৰ সেই দৃষ্টি অতিকে চিনাকি।

সেই কিশোৰটি অতীতৰ মই
আজি মই চিনিছোঁ নিজকে মই
মৌন মুখৰ ভাষা মোৰ চিনাকি।

(৪০২)

বিষে জৰ জৰ খোটে বিষধৰ
ভুগিলোঁ কতনা যাতনা নিকাৰ।

লাহে লাহে সৌ বেলিটি লহিয়াই,
এই পিনে কতজন আহে যায়,
চকুৰ আগত নামে অন্ধকাৰ।

নিউ নিউ মাতে নিয়তি
পৰি ৰয় দেহা সজাটি
কাল নাগিনী নিশা গভীৰ হয়,
জানিলোঁ এই সংসাৰ মায়াময়,
চকুৰ আগত দেখোঁ অন্ধকাৰ।

(৪০৩)

নগৰ নটী লক্ষ্যহীৰা
চকুত কামনাৰ বোল সনা,
গণ বধূ নায়িকা চঞ্চলা
কালিদাস কবিৰ প্ৰেৰণা।

কণ্বমুনি পালিতা যুৱতী
শকুন্তলা আশ্ৰম কন্যা,
চক্ৰৱৰ্তী দুষ্যন্তৰ প্ৰেয়সী
নায়িকা তুমি অনন্যা,
গণবধূ নে নায়িকা তুমি
কালিদাস কবিৰ প্ৰেৰণা।

তন্বীশ্যামা কান্ত বিৰহিনী
দূৰণি অলকাৰ তৰুণী,
মালবিকা অগ্নিমিত্ৰমৰ
মোহময়ী নায়িকা কামিনী,
হীৰা নে তৰা নে লক্ষ্যহীৰা
তুমি, কবি কাব্যৰ প্ৰেৰণা।

তুমি নোহোঁৱা এটি নাম মাথোন
গণবধূ গণ আশ্ৰিতা,
তুমি নাৰী, যুগান্তৰ নায়িকা
নায়কৰ বক্ষ আশ্ৰিতা,
মোহনীয় তুমি নাৰী চিৰন্তনী
কবি কাব্যৰ প্ৰেৰণা।

(৪০৪)

চেনেহ শিকলি ছিঙি
মৰমৰ পখীজনী
উৰি গুচি গ'ল,
মৰম নিজৰাটি
থমকি যে ৰ'ল, তাহানি
ফল্গুধাৰা হ'ল।

ছলনা ভৰা মানৱী
প্ৰেমৰ বন্ধন খুলি
উন্মুক্ত হৃদয়,
প্ৰকৃতি ৰূপেৰে মুগ্ধ
মন, বিহগী প্ৰেমত
হ'ল যে তন্ময়,
উতলা যৌৱন মলয়
পৰশ পাই তাহানি
শান্ত যে হ'ল।

জিকাফুল মোহনীয়া
সিও হায় দুদিনতে
লেৰেলি শুকাই,
দহিকতৰা, কুলি মাথোঁ
ফুলি ৰ'ল কবিতা
কানন শুৱাই,
বিৰহ কৰুণ সুৰ
মানৱী প্ৰেমৰ সৰগী
মাধুৰী হ'ল।

(৪০৫)

প্ৰিয়তমাষু, বাৰিষাৰ মেঘে
অনাই বনাই ফুৰে যিদৰে,
ময়ো ভাবিছোঁ মনতে আজি
পাখি মেলি মই উৰি যাম তেনেদৰে।

মইতো নহও যক্ষ অলকাৰ
মেঘৰ মুখে বাতৰি পঠাবলৈ
মইতো নহও উৰণীয়া পাখি লগা
পখী উৰি যাবলৈ,
সেয়েহে জনালোঁ মোৰ মনৰ কথা
ডাকত দিয়া এই চিঠিৰে।

বিহুলৈ যাম বুলি ভাবিছোঁ,
বিহুবান নিম বুলি পাঙিছোঁ,
উৎসৱৰ আগধন পাম বুলি
মই অপেক্ষা কৰিছোঁ
যোৱাৰ কথা ভাবি মই
গণিছোঁ ক্ষণ উৰুঙা মনেৰে।

(৪০৬)

নিষ্ঠুৰ নিয়তি ব্যাধৰূপ ধৰি
মৃত্যুশৰ মাৰি লগৰটি নিলে হৰি।

বুকুৰ কামনা বুকুতে ৰ'ল মোৰ
যুৱীয়া জীৱনৰো পৰিল যে ওৰ,
কি হ'ব নিঃসংগ এই জীৱন ধৰি।

শাশ্বত হ'ল মোৰ হিয়াৰ ক্ৰন্দন
'মা নিষাদ' কবিৰ অমৰ লিখন
নিয়তিয়ে নুশুনে হিয়াৰ বাতৰি।

(৪০৭)

খৰালিৰ তৰাং নদী শীৰ্ণ জলধাৰা,
মুক্ত দুই কূল নাই তৰুতৃণ,
পখী কুল নীড়হাৰা।
পাহাৰৰ আজলী হৰিণী,
আহিছে নামি, ক্ষণে চমকে চাবনি
নিজৰাৰ পাৰ আশ্ৰয়বিহীন
হ'ল পথহাৰা।

লগৰ লগৰী নাই
ক্ষণে উভতি চাই,
শিলনিত মূৰ থৈ
বিনাই অকলে
দুগাল বাগৰি বয় অশ্ৰুধাৰা।

(৪০৮)

কুমাৰী মনৰ কামনা ৰূপে জন্ম তোৰ
বীৰশ্ৰেষ্ঠ কৰ্ণ তই
হেৰ জ্যেষ্ঠ পুত্ৰ মোৰ।

যৌৱন কামনাৰ মূৰ্ত প্ৰতীক,
তই হেৰ মোৰ প্ৰাণৰ অধিক,
জননীৰ অধিকাৰ বঞ্চিত
তথাপিও পুত্ৰ তই মোৰ।

জননীৰ গৌৰৱ তই দেৱতাৰ দান,
কুলশীল হীন বুলি সহিছ অপমান,
আজি দূৰ হওক অতীত গ্লানি
আহ তই বুকুলৈ মোৰ।

(৪০৯)

তোমাৰ কৰুণাময় হাতৰ
পৰশ পোৱা যে নাই,
কেতিয়াবা জীৱনত পাম
বুলি ভবা নাই।

তোমাৰ কৰুণা পালে
শূন্য হৃদয় পূৰ্ণ হয়

তোমাৰ হাতেৰে কৰিলে
দান ধন, ধান উপচি বয়
শোকে দুখে ভৰা জীৱনত, তোমাৰ
কৰুণা বাৰু পামনে নাই।

মই মাথোঁ ভাবিছোঁ
কিয়নো বঞ্চিত মই
অন্তৰত গঢ়িছোঁ তোমাৰ মূৰুতি
হে কৰুণাময়, জানো,
জানো হেৰা নিষ্ঠুৰ দিয়া নিয়া
তোমাৰ খেলাৰ শেষ নাই।

(৪১০)

শূন্য হৃদয় মন্দিৰ, নেবাজে
শংখ, ঘণ্টা, কাঁহ
শূন্য পূজাৰ বেদী দেৱতা নাই তাত,
অশুচি পূজাৰীৰ মন
কোনে বজাব শংখ, ঘণ্টা, কাঁহ।

দেহা শুচি হ'লেও মন শুচি নহয়
যদিহে অনুতাপ অনলত
পাপ নহয় ক্ষয়,
শীৰ্ণ নদীৰে বোকাপানী নেযায় উটি
ঠাইতে থাকে লাগি,
অশুচি মনৰ তলিত কামনাৰ বাহ।

শুদ্ধ চিন্তাৰ অনল জ্বলোৱা হে
পৱিত্ৰভাৱে জনোৱা প্ৰণাম
হৃদয় দেৱতাক
মানৱতা বহল বাৰিধিত
নাও উটুৱাই দিয়াহে
মুক্ত আকাশৰ তলত বজোৱা
পূজাৰ শংখ, ঘণ্টা, কাঁহ।

(৪১১)

গভীৰ নিশা নীৰৱ ধৰা
নীৰৱ ছন্দেৰে ভৰা,
মন গহনত বাজে বীণা
সুনীল গগন জুৰি জ্বলে
অলেখ তৰা।

জিলিৰ মাতত ভাঙে
নিশাৰ নিৰ্জনতা,
তিমিৰ বুকুত জ্বলে প্ৰদীপ শিখা
হৃদয়ত জ্বলে সুন্দৰৰে
প্ৰেমৰ শলিতা
তনুমন পোহৰ কৰা।

নিশাৰ বুকুত আছে লুকাই
ঊষাৰ হেঙুলী আভা
নিশাৰ শেষত পুব আকাশত
সূৰুযে পাতে আলোকৰ সভা,
গভীৰ নিশাৰ নীৰৱতা ভাঙি
জাগে শব্দৰ ছন্দ
জীৱন উজ্জ্বল কৰা।

(৪১২)

তোমাৰ চৰণত জনালোঁ প্ৰণাম
হে সুন্দৰ
তোমাতে সপিলোঁ সকলো,
শূন্য কৰি মোৰ হৃদয় ঘৰ।

পূৰ্ণ আজি মোৰ মন কৰণি
দেখিছোঁ তোমাৰ ক্ষমা সুন্দৰ চাৱনি
জ্বলিছে পোহৰৰ শিখা
নিবিড় এন্ধাৰ জিনি
পলকতে বুজি পালোঁ মহিমা
তোমাৰ হে সুন্দৰ।

সত্য তুমি সদানন্দ চিৰ ভাস্কৰ,
মিছা এই মাটিৰ ঘৰ, দেহা নশ্বৰ
এন্ধাৰ পথৰ যাত্ৰী তমসা নিবিড় ৰাত্ৰি
দিয়া পথ পোহৰাই,
হে চিৰ সুন্দৰ।

(৪১৩)

কণ্ঠ সুধা ঢালি তোমাৰেই নাম গাওঁ
হে মোৰ দেৱতা প্ৰাণৰ,
হৃদয় দুৱাৰ মেলি তোমাৰেই ৰূপ চাওঁ
হে মোৰ দেৱতা জীৱনৰ।

অনিন্দ্য সুন্দৰ কান্তি
শত সূৰ্য সম জ্বলে,
নদী গিৰি পৰ্বত মালা
তুমি অৰূপ মালাকাৰ,
ফল ফুল তোমাৰ দান
ধৰণীৰ সেউজৰ সম্ভাৰ
তোমাৰ পৰশত শতদল ফুলে
হে মোৰ দেৱতা প্ৰাণৰ।

(৪১৪)

সুৰৰ সাধনা মোৰ
তোমাৰ অপৰূপ ৰূপৰ বন্দনা,
মই গাথোঁ কথাৰ মালা
সিযে তোমাৰ ৰূপৰ বৰ্ণনা।

সুৰৰ অগনিৰে মই জ্বলাও
নয়নৰ চাকি
আজি মোৰ দৃষ্টিৰে দেখিছোঁ
তোমাৰ (অপৰূপ) ৰূপৰ মহিমা সৃষ্টিৰ,
অসুন্দৰ এন্ধাৰে নোৱাৰে ৰাখিব ঢাকি
সাৰ্থক আজি মোৰ সুৰৰ ৰচনা।

সপ্তসুৰ জাগে আজি
জাগে অন্তৰ বীণা মোৰ,
নামে অলকানন্দা, নামে সুৰৰ প্লাৱন
সিক্ত হৃদয় চাহাৰা মোৰ
মুক্ত হৃদয় আকাশতে বাজে সুৰৰ মূৰ্চ্ছনা।

(৪১৫)

কোনে বাৰু বজায় বাঁহী
ক'ত ক'ত বাৰু বাজে বাঁহী
ফুলনিত ফুলাই ফুল
কোনে হাঁহে মধুৰ হাঁহি।

গছে, গছে, পাতে, পাতে,
সেউজৰ বোল লাগে
বিহগী কণ্ঠত জাগে
সুধাময় সুৰ সমলয়,
ফুলৰ পাহি কাৰ হাঁহি
কোনে বজায় বাঁহী।

ছন্দে ছন্দে মুখৰ
আকাশত বাজে নাগাৰা,
গীতে গীতে সুৰে সুৰে
কোনে কৰে কিহৰ আখৰা,
এ' ধৰা পুলক ভৰা
সমীৰে বজায় মধুৰ বাঁহী।

(৪১৬)

পুৱতিৰ কপালৰ হেঙুলী
সূৰুযে বিলালে আভা,
ধৰণী বুকুৰ দূবৰি দলিচাত
বহিছে ৰঙৰে সভা।

চোতালত ফুলা এপাহি সূৰুযমুখীৰ
ওঁঠত বিৰিঙিল হাঁহি

পাতৰ ওৰণি গুচাই এটি-দুটি
কৰি মেলিলে পাহি,
সুনীল গগন যেন বৰ
সবাহৰে ৰভা।

বিয়লি বেলিয়ে বিয়লি
ছটিয়ায় হেঙুল ৰহণ
নিশা আকাশৰ ৰূপালী জোনে
ৰূপালী ৰঙে সজাই ভূষণ,
তৰা জিলমিল আকাশে বিলাই
জিলমিল ৰঙীন আভা।

(৪১৭)

তোমাৰ চৰণ ৰেণু শিৰত লৈ
দুখৰ বোজাটি মূৰ পাতি ল'লোঁ
জীৱন সাগৰত
নাও মোৰ মেলি দিলোঁ,
তোমাৰ কৰুণা
সাহস বুকুত বান্ধি লৈ।

জীৱনৰ সুখ, দুখ সকলো সমান
হে মোৰ, দেৱতা প্ৰাণৰ
সিযে তোমাৰে দান
তোমাৰ কৰুণাৰে অকুতোভয়
মোৰ প্ৰাণ
অভয় কৰা দান
দুখৰ বোজাটি ববলৈ।

(৪১৮)

তৰংগৰ বুকুত আছে
মাটিৰ কামনা
গছৰো মনত জাগে ফুল হৈ
ফুলাৰ বাসনা।

নৱনীত কোমল কান্তি
বিধাতাৰ সৃষ্টি
ৰমণীৰ ৰমণীয় দীপ্তি
দুচকুৰ দৃষ্টি
তৰংগিত পুৰুষ বক্ষত
জগায় কামনা।

নাৰী এক ছন্দিত ছন্দ শাশ্বত
ৰূপৰ প্ৰকাশ
যুগে যুগে পুৰুষ কামনাই তাত
লভে যে বিকাশ
পুৰুষ তৰংগৰ বুকুত জাগে
নাৰীৰ প্ৰেমৰ কামনা।

(৪১৯)

দুৰ্গম দূৰ পথ অতিক্ৰম কৰি
মই যাব পাৰোঁ আগুৱাই,
গভীৰ নিশাৰ এন্ধাৰ কৰিম জয়,
যদি হোৱা তুমি মোৰ সহায়।

মইতো নহও শকতিহীন দুৰ্বল
অক্ষম আশ্ৰয়বিহীন,
ভকতিৰ শকতিৰে মই চিৰ
বলিয়ান তোমাতে বিলীন,
পথৰ দুৰ্গতি বাধাৰ হেঙাৰ অপাৰ
নিজ হাতে দিওঁ আঁতৰাই।

কত ধুমুহা, শিলাবৃষ্টি দুখৰ সাগৰ
হেলাৰঙে হ'লোঁ যে পাৰ
কাঁইটীয়া বন আঁতৰাই দূৰ
পথ পাৰ হ'লোঁ দুৰ্গম পাহাৰ
পথৰ দুৰ্গতি বাধাৰ হেঙাৰ
কৰিলোঁ জয় তোমাৰ কৰুণা পাই।

(৪২০)

ওৰণি তলত মচি চকুপানী
বুকুৰ মাজত কোনে ৰচে
সপোন শুৱনি ?

আইজনী মোৰে আইজনী
সাজে ন কইনাজনী,
নকইনা সাজি লোকৰ বোৱাৰী
হ'ব আজি আইজনী,
আনন্দৰ চকুলো মচে ঘনে ঘনে
ৰচে মিলন সপোন শুৱনি।

কপালত জ্বলিছে সেন্দূৰৰ ফোঁট এটি,
সোণ ৰূপ গহনা, কিংখাপ
মেখেলা গাতে আছে জিলিকি
ৰভাৰে তলতে হোমৰে গুৰিতে
দৰা আছে বৈ
ওলাই আহ আইজনী।

(৪২১)

অ' হেৰ নাৱৰীয়া
এই ঘাটে চপাই দে তোৰ নাও,
সাত ৰজাৰ ধন
সোণৰ সোলেং কি আনিছ চাওঁ।

পানী নিয়া মোৰ
এই ঘাট, তোৰ যে চিনাকি ঘাট
চপাই দে তোৰ
নাওখনি, জিৰাই ল' গছৰে ছাঁত;
বৰগছ আঁহতৰ
তলতে বান্ধ হেৰ তোৰ নাও।

আৰু বেলি আহিছিলি
ঘাট এৰি ভটিয়াই গৈছিলি,
এই বেলি আহোঁতে
কাম সেন্দূৰ আনিবি যে কৈছিলি,
চপাই দে নাও
কাম সেন্দূৰ আনিছ নে নাই চাও।

(৪২২)

(বৃন্দগান)

এই পথ কাঁইটীয়া বনে ঢকা পথ
এই পথ অতিদূৰ দুৰ্গম পথ
এই পথ বিপ্লৱীজনৰ,
এই পথ বিদ্ৰোহীমনৰ।

এই পথে গুচি গ'ল
কত বিপ্লৱী বীৰ
এই পথে অহাজন
উন্নত উচ্চ শিৰ
এই পথ সংগ্ৰামী জীৱনৰ।

এই পথত নাই বিলাসৰ অৱসৰ
এই পথ ৰক্তেৰে ৰক্তিম জীৱনৰ
এই পথ নতুন দিনৰ
এই পথ নতুন যুগৰ।

এই পথৰ শেষত জ্বলে
চাকি পোহৰৰ
নতুন দিনৰ নতুন যুগৰ
ৰাঙলী সূৰুযৰ
সংগ্ৰামী জীৱনৰ।

(৪২৩)

গিৰ্ গিৰ্ গিৰ্ গিৰ্
মেঘৰ মাদল বাজে
গিৰ্ গিৰ্ কৰে,

সৰ্ সৰ্ সৰ্ সৰ্,
ডাবৰৰ চকুলো
সৰ্ সৰ্ সৰে।

ৰিব্ ৰিব্ বয় জুৰ
মলয়া বা এছাটি কৰেনো,
বাৰে বাৰে পিছলি
পৰে বুকুৰে আঁচল মোৰেনো
ওৰে নিশাটি চকুত নাই টোপনি
আছোঁ উজাগৰে।

খিৰ্ খিৰ্ খিৰিক্
কৰিলে, কি জানো
কোন যেন আহিলে
আহোঁ বুলি নাহিলে
কিয় জানো নাহিলে
মোকে এ' ঠগিলে,
জৰ্ জৰ্ কৰে
চালৰে পানী সৰে
মন ধৰফৰ ধৰফৰ কৰে।

(৪২৪)

সুৰৰ পখীজনী
পাখি মেলি উৰি যায়
দূৰ সুদূৰৰ
সুনীল গগন ধিয়াই।

প্ৰবাহিত গতিৰ ছন্দে
আকাশ মুখৰা
পাখীৰ কঁপনিত জাগে
ছন্দৰে লহৰা,
ছন্দৰ লহৰে লহৰে
পুলক জগায়।

এয়া যেন এক
অনুপম অনুভূতি
অন্তৰত জাগে
সুন্দৰৰ প্ৰতিশ্ৰুতি
সুৰৰ পখী উৰি যায়
আকাশ ধিয়াই।

(৪২৫)

নিতে দন্ খৰিয়াল কত মান অভিমান,
ক্ষণে ৰোহ ঠেহ মানিনীৰ কত মান।

ক্ষণে ৰ'দ বৰষুণ ক্ষণে ফৰকাল
কতনা ওফোন্দ নিতে দন্ খৰিয়াল,
দাম্পত্য জীৱনৰ ৰোহ ঠেহ কত অভিমান।

জায়া আৰু পতি দুয়ো মিলি দম্পতী
পুৱাতে মেঘে গাজিলে নহয় বৃষ্টি,
ছাগলীৰ যুদ্ধ আৰু ঋষিৰ শ্ৰাদ্ধ
আৰম্ভণিতে হুলস্থূল, লঘু কিন্তু ক্ৰিয়াটি
দাম্পত্য জীৱনত কতনা কলহ
কত অভিমান।

(৪২৬)

দিয়া, দিয়া, ঢালি দিয়া, দিয়া ওপচাই
দিয়াতে মনৰ আনন্দ লোৱাত সিমান নাই।

আজি ভঁৰালৰ তলি উদং কৰি দিয়া,
মুকলি হাতেৰে মুকলি মনেৰে দিয়া
কলহৰ কাণেৰে দিয়া উবুৰিয়াই।

মনৰ মৰম ফেৰি নথ'বা সাঁচি,
হিয়া উদঙাই চেনেহ দিয়া যাচি
চেনেহ, ডিঙাখনি দিয়া উটুৱাই।

(৪২৭)

ৰংপুৰ নগৰ এৰি ভটিয়াই ভটিয়াই
সতী ৰাধিকাৰ ঘাট, বৰদোৱা পালোঁ মই।

বৰদোবা দেখিলোঁ, শুনিলোঁ সতীৰ কাহিনী
জুলুকিৰে হেনো আনিছিল পানী সেই তাহানি,
সতীৰ মহিমা বুকুত বান্ধি কলং আজিও বয়।

লুইতৰ বুকুৰেদি ভটিয়াই গৈ পালোঁগৈ
বৰনৈৰ জীয়ৰী চাউল খোৱা নামৰে নৈ
পাৰতে বাজে দবা, ভোৰতাল শুনিলোঁ মই।

(৪২৮)

জিল্‌মিল্, জিল্‌মিল্
জ্বলে সন্ধ্যা তৰা,
চিল্‌মিল্, চিল্‌মিল্
চিল্লমিল নয়নৰ তৰা।

অ' মোৰ সোণ তই বাৰু
কিয়নো কৰিছ আমনি,
আজি বাৰু তোৰ ঐ
দুচকুত নাই নেকি টোপনি?
তোক বাৰু লাগে নেকি
দূৰণিৰ আকাশৰ তৰা।

আকাশৰ তৰা লাগিলে কাইলৈ
আনি দিম বাৰু তোক
সোণ টোপনি যাব, আজি আমনি
নকৰে আৰু মোক
সোণৰ চকুত জ্বলে দুটি তৰা
তিৰ্ বিৰ্ কৰা।

(৪২৯)

অ' বোলো ৰূপেই
তই বিচাৰিছনো কাকে,
তোৰ মন ফুলনিত
ভোমোৰা উৰে জাকে জাকে।

ভোমোৰাৰ গুণ গুণ, যঁতৰৰ ভুন-ভুন
মাকো সৰি পৰে বাৰে বাৰে
মৰম নিবিচাৰিবি যাৰে তাৰে
উঘা ঘূৰাদি মন ঘূৰে পাকে পাকে।

চেনাই তোৰ নহয় চেঙেলীয়া,
হেৰ পীৰিতি নহয় এদিনীয়া,
বৈ থোৱা বিহুৱান দিবি টিপতে
দিও বোলা মন দিবি চেনাইকে।

(৪৩০)

গাঁৱৰ এমূৰৰ
এৰা বাৰী খনি
নিশা কঁপে বুকুখনি
জাগে অতীত সোঁৱৰণী।

দুপৰীয়া জাক গৰখীয়াই
গৰু চৰায় তাত,
ৰিণি ৰিণি ভাঁহি আহে
ম'হ শিং পেঁপাৰে মাত,
পানী অনা বোৱাৰীৰ
মূৰতে, দীঘল ওৰণি।

ওৰণি তলৰে মুখ
এখন চিনাকি
এৰাবাৰী মনৰে
তলিত উঠে জিলিকি
এইজনী বোৱাৰী
মোৰ যৌৱনৰ সোঁৱৰণী।

(৪৩১)

বৈধব্যৰ সাজে সজ্জিতা
তুমিতো নোহোৱা অনাদৃতা,

কাৰ ৰজনী গন্ধা তুমিতো
নোহোৱা অনাঘ্ৰাতা।

নিবিড় ঘন বননিৰ
ছায়াত নিমাতে নীৰৱে
নিবিড় নিশাৰ এন্ধাৰত
নিভৃতে নিৰলে
ক্ৰন্দনৰতা কিহৰ
ব্যথাত ব্যথিতা।

(৪৩২)
(বৃন্দগান)

আমাৰ আই অসমী
আমাৰে আই লাৱনি
আমাৰ আই মৰমী
আমাৰে আই শুৱনি।

অনুপম এই অসমভূমি অপৰূপা
আই আমাৰ অসমী,
শুৱনি, লাৱনি
আমাৰে জননী।

গছে পাতে সেউজীয়া
ফুল বাৰে বৰণীয়া,
বৰনৈ লুইতৰ পাৰৰে
কৃষ্টি কত ৰহণীয়া,
উষাৰ হেঙুলী ফোঁট
জ্বলে কপালত,
(আইকে শুৱাই) অতিকে
শুৱনি আমাৰ আই অসমী।

(৪৩৩)

সখী ঐ সখী যমুনালে
পানী আনিবলৈ
যাবি কেনেকৈ,
বাটৰ মাজত কদম
তলত নিলাজ কানাই
আছে বৈ।

আগতো নেযাবি
পিছতো নেযাবি নিদিবি
মুখৰে মাত
পানী আনোতে
যমুনালৈ যাওঁতে হেৰাই
মনৰে আঁত,
বাঁহীৰে মাততে
বাউলী নহ'বি হেৰ ঐ
নিদিবি আঁসে।

বুকুৰে আঁচল
পৰে যদি পিছলি
যদি কঁপে বুকু
সোঁৱে বাঁৱে নেচাবি
ৰাধে কিজানি চকুত
পৰে চকু
লগৰীৰ লগতে
যাবি ঐ, অকলে
নেযাবি যমুনালৈ।

(৪৩৪)

অশান্ত মন আজি বাৰু
হ'লনে প্ৰশান্ত?
জীৱন জোৰা সন্ধানৰ
হ'ল নেকি অন্ত?

তোমাৰ সৃষ্টিৰ প্ৰয়াস
যদিহে সফল,
মন বাৰিধিত কিহৰ
উখল-মাখল

আজিও আঁতৰি যায় কিয়
আশাৰ দিগন্ত।

উদাৰ মনৰ পৰিধি
বহল যিমান
দৃষ্টিৰ দিগন্ত নহয়
বহল সিমান
বিস্তীৰ্ণ জীৱন দৰ্শন
নাই আদি অন্ত।

(৪৩৫)

যা নাও মেলি যা অ' নাৱৰীয়া
এই ঘাটে নেলাগে চপাব নাও
নেলাগে হ'ব এদিনৰ জিৰণীয়া।

খৰালি নদীৰ তৰাং তলি
খৰধৰ কৰি যাগৈ নাও মেলি
যাব লগা আছে বহু দূৰ
বাট, অ' নাৱৰীয়া।

বেলি দিলে ভাটি আকাশ হেঙুলি বেলি
বয়সে দিলে ভাটি সময় গধূলি
নেলাগে হ'ব হেৰ' বাটৰ জিৰণীয়া।

(৪৩৬)

(দ্বৈত সংগীত)

না— মোৰ নাম বাৰু কি জানা
পু— নাজানো, তুমিয়ে কোৱানা
না— মোৰ নাম
মোৰ নাম কামনা,
পু— সেয়ে নেকি
দিছা ইমান যাতনা,
না— যাতনা নহয় জানা
নাৰী মন পাবলৈ
ইযে এক সাধনা
পু— তাকে ভাবি মনত
লভিছোঁ সান্ত্বনা
না— মই কামনা
তুমি মোৰ প্ৰেৰণা।
উভয়— মনৰ প্ৰেৰণা
সৃষ্টিৰ বাসনা
ইযে এক সাধনা।

(৪৩৭)

মোৰ এই দেশৰ প্ৰতি জুপুৰিত ভাই,
আছে অৱহেলিত একোজনী আই।

অৱহেলাৰ অপমান সহিছে কতনা,
অভিশাপ দিয়া নাই ভুগিছে যাতনা,
বুকুৰ ব্যথা বুকুতে ৰাখিছে লুকাই।

মাতৃৰ বেদনা লাঘবৰ বাবে
মাতৃৰ চকুলো মচিবৰ বাবে
(আইৰ) চৰণৰ ধূলি শিৰত লৈ
আহিছোঁ ওলাই।

(৪৩৮)

বিধৱাৰ অশ্ৰুপাত আজি অৰণ্যৰোদন,
অৰ্থহীন আজি পুত্ৰহাৰা মাতৃৰ ক্ৰন্দন।

বিভ্ৰান্ত বিবেকৰ কুচক্ৰী পথৰ নিৰ্দেশ,
লাঞ্ছিত কত জনগণ দেৱতা গণেশ,
অনুশাসনৰ নামত চলিছে প্ৰহসন।

মানুহৰ মুখা পিন্ধা উন্মত্ত দানৱবোৰে
হিংস্ৰ শ্বাপদৰ দৰে দুষ্ট অনুচৰবোৰে
ক্ষমতা খড়্গেৰে মানুহক কৰিছে শাসন।

(৪৩৯)

পীৰ দৰবেশ নহওঁ মই
আচল নহয় মোৰ এই বেশ
নাই মোৰ বিবেকৰ অৱশেষ।

বিদেশী বিজাতিৰ স'তে চিনাকি
লোকে কয় মই হেনো অজীণপাতকী
মোৰ বাবে আগতে স্বাৰ্থ
পিছতহে দেশ।

পীৰৰ বেশেৰে মই এজন প্ৰৱঞ্চক,
এই বেশেৰে ঠগিলোঁ মই বহুতক
ধৰ্মৰ নামত মই ঠগিলোঁ কত জনক
স্বাৰ্থৰ বেদীত নিজকে কৰিছোঁ নিঃশেষ।

(৪৪০)

কুসুম কোমল কান্তি
সৃষ্টিৰ প্ৰেৰণা,
মোহময়ী কামিনী দুচকুত
জ্বলে কামনা।

পদুম কোমল দেহা
কিযে মধুৰ চাৱনি
পলাশৰ পাহি যেন
দুটি নয়নৰ মণি,
মন হৰে প্ৰাণ হৰে হৃদয়ত
জগাই প্ৰেৰণা।

ক্ষণে মান ক্ষণে অভিমান
কৌতুক সঘন
পৰশ কোমল পুলকিত
বৰ তনু মন
চেনেহ নিজৰা অনুভূতি প্ৰৱণ
জীৱনৰ প্ৰেৰণা।

(৪৪১)

অনাগত দিনৰ কত মধুৰ কল্পনা,
সময়ৰ বুকুত আঁকা ই এক আল্পনা।
ভৱিষ্যৎ জীৱনৰ সপোনৰ ৰঙীন আঁচনি
ভৱিষ্যৎ জীৱন যাপনৰ কৰ্তব্য বাছনি,
হেঙুল ৰহণ সনা মধুৰ এক কল্পনা।

জীৱন সংগ্ৰামৰে কল্পনাৰ ৰূপায়ণ,
ন সমাজৰ ছবিৰে ইযে প্ৰতিফলন,
অভিজ্ঞতা কষটি শিলত আঁকা আল্পনা।

(৪৪২)

ৰিণি ৰিণি বাজে কিংকিনী
কিযে মধুৰতা
চুচুক চামাক চাৱনি
লজ্জাৱতী লতা।

পুখুৰীৰ পৰা পানী আনে
নিতৌ আবেলি,
কাষৰ কলচীৰ পানী
পৰে যে উচলি,
খোজত হালে জালে
কুমলীয়া লতা।

ৰঙা সেন্দূৰৰ ফোঁট
কপালত ৰাংঢালী,
এহাতে ওৰণি টানে
লাজতে ৰাঙলী
লাৱনি মুখখনিত
মধুৰ কোমলতা।

(৪৪৩)

মন হেনো আত্মাৰ পুত্ৰ
প্ৰবৃত্তি, নিবৃত্তি মনৰ সংগিনী,
কৰ্তব্য সাধন জীৱনৰ মূলমন্ত্ৰ
শ্ৰদ্ধা ভক্তি গুণ মনৰ সংগিনী।

কাম, ক্ৰোধ, অহংকাৰ
তিনি সহোদৰ, মাতৃ যে প্ৰবৃত্তি,

বিবেকৰ মাতৃ নাম যে নিবৃত্তি,
অহংকাৰ জায়া, লোভ
মাতৃ লালসাৰ
বৈৰাগ্যই বিনাশে মনৰ বিকাৰ
বিবেক সংগিনী সুমতি কামিনী।

শান্তি, কৰুণা শ্ৰদ্ধাৰ আত্মজা,
অহংকাৰে বঢ়াই লোভৰ বোজা
ক্ৰোধত জনম হিংসাৰ
মাৰণাস্ত্ৰ ধাৰিণী,
শান্তিৰ জীয়ৰী মৈত্ৰী
কৰুণা ক্ষমাৰ জননী।

(৪৪৪)

বৰষুণ দে, বৰষুণ দে
চাউল তিয়াই খাওঁ
কুহিলাৰ হাতীত উঠি
বাঘ মাৰিবলৈ যাওঁ।

কুঁহিলাৰ সঁজা হাতীত
উঠিব পাৰি কি নোৱাৰি
পিৰালিত বহি বনৰ বাঘ
মাৰিব পাৰি কি নোৱাৰি
বাঘৰ মাহী মেকুৰীজনী
কৰে মেওঁ মেওঁ।

মাহী মেকুৰীৰ মেওঁ মেওঁ
ভতুৱাৰ ভেউ ভেউ,
বাৰীৰ চুকত শিয়াল পণ্ডিতে
কৰে ফেউ ফেউ,
জেওৰা ভাঙি লৈ ভতুৱা
ঢেকুৰাক কোবাওঁ।

(৪৪৫)

মানৱতা হেনো এক ধ্ৰুপদী সংগীত
শান্তি, মৈত্ৰী, ভ্ৰাতৃত্ব স্বৰ সমন্বিত।

মুক্তমন তানপুৰাত আলাপ হিয়াৰ
বিশ্ব বিয়পা সুৰৰ সঞ্চাৰ বিস্তাৰ
তন্দ্ৰিত হৃদয়ত হয় প্ৰবাহিত।

মানৱতা সংগীতৰ বাণী প্ৰেমৰ বাণী
উদাৰতা স্থায়ী ধাতু ললিত ৰাগিণী,
'বসুধৈৱ কুটুম্বকম্' ধ্ৰুপদী সংগীত।

বাদী স্বৰ শান্তি মৈত্ৰীয়ে সম্বাদী
তালমান লয় সুৰৰ গমক
ভ্ৰাতৃত্বত আৰোহণ,
বিবেকে কৰে নিয়ন্ত্ৰণ,
(উদাৰ গায়ক কণ্ঠত হয় সঞ্চাৰিত)
বিশ্বৰ সবাৰো কণ্ঠত হওক সঞ্চাৰিত।

(৪৪৬)

যোৱা বাটে মই আকৌ নাহোঁ উভতি
সৰাফুল বুটলি মালা নেগাঁথো
এই বাটে নাহোঁ উভতি।

অতীত সুঁৱৰি চকুলো নোটোকো,
বুকু ফাটি গ'লেও মুখেৰে নেমাতোঁ
মৰহা ফুলৰ সুৰভি বিচাৰি
নাহো উভতি।

সৰা চুলিৰে মই নেবান্ধো খোপা,
ঢাকি থৈছোঁ মোৰ স্মৃতিৰ জপা
হেৰোৱা দিনৰ স্মৃতি বিচাৰি
নাহোঁ উভতি।

(৪৪৭)

দেখা নাই তোমাৰ ৰূপ অপৰূপ।
বুজা নাই নিৰাকাৰ তোমাৰ স্বৰূপ।।

সত্য তুমি সুন্দৰ তুমি কল্যাণময়।
জীৱে প্ৰতি শিৱ এ জগত তুমিময়।।

কামিনী কাঞ্চনতে অন্ধ দৃষ্টি মোৰ।
সাকাৰ নে নিৰাকাৰ ভাবি নেপাওঁ ওৰ।।

দিয়া দৃষ্টি অজ্ঞান এন্ধাৰ কৰি দূৰ।
দগ্ধ হিয়া মোৰ নয়ন পৰক জুৰ।।

(৪৪৮)

শুনিও শুনা নাই, লোৱা নাই তোমাৰ নাম।
বুজিও বুজা নাই কৰা নাই তোমাক প্ৰণাম।।

চিনিও চিনা নাই, দেখা নাই তোমাক শ্যাম।
দেখিও দেখা নাই কৰা নাই তোমাক প্ৰণাম।।

জপতপ্ ধ্যান মই নেজানোঁ প্ৰভু একোকে।
দয়াময় হৰি তুমি কৰা দয়া প্ৰভু মোকে।।

জানিও নেজানিলোঁ তুমি বিনে নাই যে গতি।
তথাপিও কোনোদিনে নহ'ল মোৰ সুমতি।।

(৪৪৯)

হেৰ ৰূপহী চকুলোৰে
আঁচল তিয়াই কোৱাচোন
কাৰ বাবে আছা বাট চাই।

কাৰ সোঁৱৰণী বুকুত লৈ
কাৰ বাবে বাৰু আছা ৰৈ
কাৰ বাবে বিনায় দৰদী হিয়াই।

দৰদী হিয়াৰ গোপন বাতৰি লৈ
কোন বাৰু গ'ল আঁতৰি দূৰণিলৈ,
কাৰ বাবে বাৰু আছা বাট চাই।

(৪৫০)

সপ্তুতাঁৰ ঝংকাৰি
তোলা ৰব
তোমাৰ বীণত,
শুনোৱা শান্তি
মৈত্ৰীৰ বাণী
এ অমৃত ক্ষণত ।

মুক্ত জন মন সফল
আজি কৰ্ণৰ কামনা
যুগৰ সপোন
মুক্ত যে গগন গুহকৰোঁ
মানত আজি এই
দেশ আপোন,
ত্ৰিবৰ্ণ পতাকা
উৰে সৌ
হিমালয় শিখৰত।

উচ্চ শিৰ আমাৰ
দেশৰ সুউচ্চ
কৰিম আমি,
সুপ্ৰাচীন আমাৰ
দেশ, সুমহান
কৰিম আমি,
মহান ঐতিহ্যৰ
সোঁত প্ৰবাহিত
আমাৰ হৃদয়ত।

(৪৫১)

দূৰ দূৰ বহু দূৰ
এই দেশ বহু দূৰ,
বাজে গীত সুমধুৰ।

নহয় বিদেশ
হেৰা নহয় স্বদেশ,

সবাৰো সমান বেশ,
সপোনৰ দেশ
ৰুণু জুনু বাজে
নূপুৰ সুমধুৰ।

দূৰ এই দেশ
চকুৰ আঁৰত,
দূৰ দিগন্তৰ
সাগৰ পাৰত,
দূৰ আকাশৰ
নীলাৰ শেষত,
বাজে হেঁপাহৰ সুৰ।

নাই তাত মাটিৰ কামনা,
নাই তাত মনৰ বেদনা
অন্ত হয় জীৱন যাতনা
এই দেশ বহু দূৰ
বাজে গীত সুমধুৰ।

(৪৫২)

সন্ধিয়াৰ এন্ধাৰৰ মাজত হায়
বিচাৰিলে পাম জানো
তাহানিৰ জীৱন ঘূৰাই।

কিবা এক বেদনাত
সুৰহীন বীণখনি,
নোপোৱাৰ বেদনাত
জ্বলে হিয়াত অগনি,
মনৰ শান্তি পামনে ঘূৰাই?

ৰাখা মোৰ অনুৰোধ এটিবাৰ,
কৰিছোঁ মিনতি চৰণত তোমাৰ
নেলাগে মোক অতীত ঘূৰাই?

(৪৫৩)

হে প্ৰিয়তমা, তুমি নাই, তুমি নাই
তাৰ ছিগা বীণখনি সুৰ ভাঁহি ৰয়
স্মৃতিয়ে সিঞাৰি যায়।

আমৰ ডালত পৰি নেমাতে কুলি,
ৰুণ দিয়া পাৰ যুৰি আছে ৰ লাগি,
প্ৰণয় পদুম কলি
অকালতে মৰহি যায়।

তুলসী তলত আজি নজ্বলে চাকি,
তৰাৰ মুখত আজি নাই যে হাঁহি,
মন পদূলিত নেবাজে বাঁহী
হিয়া ক'লা পৰি যায়।

(৪৫৪)

আকাশৰ পদূলি উজলাই জোনে,
জোনাক জিলেমিলাই ৰাতি
মোৰ মন পদূলি জলাব কোনে?

গধূলিৰ আকাশ তৰা জিল্‌মিল্
ৰ'দ পৰি জিলিকে লুইতৰ বালি
মনৰ গধূলি মোৰ উজলাব কোনে?

মন দুৰু দুৰু হিয়া উৰো উৰো
ফাগুন বনত জ্বলে পলাশৰ জুই,
খোজ ভীৰু ভীৰু কোন আহে বাৰু
মনৰ বনত জ্বলাই কামনাৰ জুই
মন আকাশ উজলাব কোন জোনে?

কাজল সনা আকুল নয়ন যুৰি
চাৱনিত চেনেহ পৰে যে নিজৰি,
আহে কোন চুচুক চামাক কৰি
মোৰ মন সৰসীত পদুম ফুলায় কোনে?

(৪৫৫)

অ'প্ৰিয়া দিবানে মোক উপহাৰ বাৰু
তাহানি গঁথা মালাধাৰ
মধু যৌৱন এটি ক্ষণ পামনে আৰু।

আহিবনে হেৰা উভতি মাধৱী ৰাতি,
হ'ব জানো আকউ মিলন আৰতি,
ফুলিবনে ফুল মন ফুলনিত আৰু।

বজাবনে বাঁহীটি তোমাৰ
মোৰ যৌৱন যমুনা তীৰত
বাজিবনে আকউ এবাৰ
মিলন সুৰ মনৰ বীণত।

নুফুলে আৰু জানো ফুল যৌৱনৰ
বিফল কামনা আজি মোৰ জীৱনৰ,
সপোন ৰঙীন আশা গাভৰু মনৰ
হে প্ৰিয়া, নকৰোঁ মই অভিমান আৰু।

(৪৫৬)

শালিতলী এইখন দ পথাৰত
ধান দাই থকা দেখিছিলোঁ
এজনী দাৰুনীক
আৰু বেলি আঘোণত।

গীতে মাতে ৰাংঢালী ৰূপহী এজনী
ৰঙিলী পখিলী যে পথাৰ শুৱনি
দেখিছিলোঁ মই আৰু বেলি আঘোণত।

কতেনো হেৰাল ধাননি সোণালী
কতেনো লুকাল ৰূপহী দাৰুনী
বিধাতাৰ কিনো এই বিধি-পথালি
শুদা শুদা লাগে মোৰ বুকুৰ মাজত।

লেৰেলি শুকান মাণিকী-মধুৰিৰ কঠীয়া,
কতেনো হেৰাল মনৰে আশা সেউজ বুলীয়া
ক্ষণে উঠে পকনীয়া ডকা চাকেনৈয়া
মনতলী দ পথাৰত।

(৪৫৭)

তই জাননে নেজান কথা এটি অ' ব'হাগী
মনৰে মানুহ আহিব আজি,
যাঃ নকওঁ বুলি ক'লোঁ কথাটি অ' ব'হাগী
মোৰে শপত কাকো নক'বি দেই
লোকে শুনিলে বাৰু ভাবিব কি অ' ব'হাগী

সাজি কাছি অথনিতে অ' ব'হাগী
আছোঁ বাটলৈকে চাই অ' ব'হাগী
উগুল থুগুল মনতে অ' ব'হাগী
লগ পাই আমনি অ' ব'হাগী.

অথনিতে পানী আনি
এলোটা থৈছোঁ যতনাই অ' ব'হাগী
ফুলাম গামোচাখনি
ৰাখিছোঁ কাষতে সজাই অ' ব'হাগী,
তোৰনো হ'ল কি ইমান যে হাঁহি
সুধিছ আকউ কেতিয়া পাবহি অ' ব'হাগী
ভাগৰি জুগৰি এতিয়া পাবহি
আনি দেচোন কপৌ ফুল এপাহি অ' ব'হাগী।

(৪৫৮)

ব'হাগ আহিছে শুনি
কঁপে মোৰ বুকুখনি,
অ' লগৰী আহে কি নাহে
তাকে ভাবি গুনি।

ফাগুন ফাগুন খবৰ
চেনেহ ফুলীয়া,

মনৰে বাতৰি মোৰ
সেউজ বুলীয়া,
পালে নে নাই তাকে
মই আছোঁ ভাবি-গুণি।

তাঁত থৈছোঁ সামৰি
হাতো যে আহৰি
মই চ'তৰে পৰাই
আছোঁ বাট চাই
অবুজ মনে উচপিচ
কৰে অ' লগৰী,
মনৰে পদূলি

মই ৰাখিছোঁ অতাই।
চতৰে চটিয়ানা বাই
আঁচল উৰুৱাই,
মৰম জপাটি
ৰাখিছোঁ উদঙাই,
নিলাজী ফাগুনী
বাতৰি দিলেনে নাই,
আহে কি নাহে ভাবি
গুনি কঁপে বুকুখনি।

(৪৫৯)

প্ৰণাম হে মোৰ দেশৰ পতাকা,
প্ৰণাম হে মোৰ দেশৰ জনতা,
উচ্চ শিৰ হিমাদ্ৰীৰ শোভে গৈৰিক
শোভে শুভ্ৰ সেউজ বুলীয়া
ত্ৰিৰংগ দেশৰ পতাকা।

আসমুদ্ৰ হিমাচল আজি জাগে
জাগে দেশৰ মূক মৌন জনতা
প্ৰণাম হে মোৰ দেশৰ পতাকা।

হিমালয়ৰ শিখৰে শিখৰে উষাৰ
হেঙুলী ৰহণ জ্বলে,
দিগন্ত উজলাই জ্বলে নবীন সূৰ্য
দিকে দিকে বাজে বিপ্লৱী তূৰ্য
এই দেশ কৰ্মৰ কুৰুক্ষেত্ৰ
মোহ মুক্ত গাণ্ডীৱধাৰী দেশৰ জনতা।

মহাসাগৰৰ পাৰে পাৰে
হীৰা কি মাণিক মুকুতা জ্বলে,
আশাৰ বন্তি জ্বলে
জয়হিন্দ ধ্বনিৰে আকাশ কঁপে
জাগে, জাগিছে আজি দেশৰ জনতা
প্ৰণাম হে মোৰ দেশৰ পতাকা।

(৪৬০)

ঘোৰ অন্ধকাৰে কংস কাৰাগাৰে
উপজিলা জগতৰ পতি শ্ৰীহৰি,
এই ভৱ সংসাৰ তৰিবলে
নাজানিলে মাতৃ দৈৱকী সুন্দৰী।

যমুনাৰ সিপাৰে
নন্দগোপ যশোদাৰ ঘৰে,
ওপজে যোগমায়া
মায়া নিদ্ৰাত আচ্ছন্ন সবে,
যশোদা সুন্দৰী কিনো ভাগ্য কৰি
পালে ৰাখোৱাল বালক শ্ৰীহৰি।

মই অধম পামৰ
নাজানো মহিমা তোমাৰ
তথাপি চৰণত ধৰোঁ
কৰুণা সাগৰ অপাৰ
পাৰ কৰা এই সংসাৰ
সাগৰ তুমি শ্ৰীহৰি।

(৪৬১)

শেৱালি তগৰ গোলাপ নাৰ্জি
মোৰ হৃদয় ফুলনি ভৰি,

কত যে ফুল ফুলিছে আজি
শূন্য কিয় তোমাৰ কবৰী।

(৪৬২)

সিপাৰত অশ্বক্লান্ত, ক্লান্ত ৰথ চক্ৰ,
ইপাৰত আধুনিকা মহানগৰী,
ব্যস্ত এ' গোধূলি কতনা নৰ-নাৰী
কৰ্মব্যস্ত, উৎকণ্ঠাত গতি যে ক্ষিপ্ৰ,
মাজত উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

কাণপাতি শুনো মই শত পদধ্বনি,
স্মৃতি সজাগ মোৰ অতীত সোঁৱৰণী,
ৰুণু জুনু নৃত্যৰ ছন্দেৰে
মুখৰ ইপাৰৰ মন্দিৰে মন্দিৰে
কত জন নতশিৰ নম্ৰ
মাজত উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

এয়ে নে তাহানিৰ প্ৰাগজ্যোতিষপুৰ
আজিৰ নগৰী আধুনিকা দিশপুৰ
প্ৰাণহীন বিদ্যুৎ মালাৰে সজ্জিত
দ্বিপ্ৰহৰ নিশাটি শুইছে ক্লান্তিত
মূক-মৌন ধৰ্ষিতা নগৰী যেন স্তব্ধ
যুগান্তৰ কান্তিত ক্লান্ত
আজি নীৰৱ ব্ৰহ্মপুত্ৰ।

মই যেন কায়া বিহীন এটি ছায়া
ক্লান্ত চকুত মোৰ অতীতৰ মায়া
যুগান্তৰ ক্লান্তিত ক্লান্ত মই
দৃষ্টিহীন মই স্তব্ধ, সাক্ষী ব্ৰহ্মপুত্ৰ।

(৪৬৩)

অস্থিৰ এই বিশ্ব, আকাশ কম্পমান,
প্ৰচণ্ড গতিৰ গ্ৰহতৰা ধাৱমান,
শক্তিৰ উৎস সৌৰা জ্বলে সৱিতা
বণিতা ধৰিত্ৰী হয় যে প্ৰসৱিতা
'তৎসৱিতুৰ' সূৰ্য শক্তিৰ আধান
অস্থিৰ এই বিশ্ব আকাশ কম্পমান।

সন্ত্ৰাস-ৰাজত্ব চলে বিশ্বৰ বুকুত
ধ্বংসৰ বিভীষিকা মানৱৰ চকুত
জ্বলন্ত আগ্নেয়গিৰি আগ্নোৎপাত
আকাশ কম্পমান,
পৰমাণু বিভাজন চলে অভিযান।

সূৰ্যৰ তাপ হেনো কিছু কমি আহিছে
হিমপ্ৰবাহ ধল ক্ৰমে নামি আহিছে
আজি পৃথিৱী নহয় নিৰাপদ।
মংগলত পাতিব নৱ জনপদ
শূন্য যান ধাৱমান
অস্থিৰ এই বিশ্ব, আকাশ কম্পমান।

ভীতি গ্ৰস্ত আজি হায় বিশ্বৰ মানৱ,
শুদ্ধ জ্ঞানৰ কিযে কৰুণ পৰাভৱ,
অৰ্থহীন আজি আদি ধ্বনি ওংকাৰ
অস্ত্ৰ ঝন্ ঝন্ প্ৰলয় হুঙ্কাৰ
বিংশ শতিকাৰ অভিমান,
অতীতৰ গৌৰৱ,
শূন্যত বিলীয়মান, বিশ্ব কম্পমান।

(৪৬৪)

মানুহৰে ভৰা এই ধৰাত
মানুহ এজনো নাই
মানুহৰ মাজত কতনা শ্বাপদ
আছে যে লুকাই।

'সকলোৰে ওপৰত হেনো
মানুহ সত্য' বুলি কোৱা,
অহিংসা পৰম ধৰ্ম আৰু
সত্যৰ জয় গান গোৱা,

মানুহেই আজি পৃথিৱীত
হিংসাৰ অগনি জ্বলায়।

বুৰঞ্জীৰ পাতে পাতে কতনা
কৰুণ কাহিনী লেখা,
পৃথিৱীৰ দেশে দেশে কত যে
কলুষ কালিমা ৰেখা,
এন্ধাৰে আৱৰা এ' পৃথিৱীত
মানুহ এজনো নাই।

(৪৬৫)

মাঘৰ ভোগালী কোনে পাতে
কোনে খায় উৰুকাৰ ভোজ,
মন পথাৰ জুৰি চিপাহী
চন্তৰী বিদেশীৰ খোজ।

মেজিতলী আজি হ'ল ৰণথলী
কোনে সাজে মেজি তাত,
সপ্তাৰ নিৰোধ
আইনে হৰে মুখৰে মাত,
মেজিতলীত সৌবোৰ শিয়ান
বিদেশী শিয়ালৰ খোজ।

এইবেলি মেজি নেসাজিলে হ'ব
জুই নজ্বলালে হ'ব,
এইবেলি ফিৰিঙতি হৈ আকাশত
জুই জ্বলাব লাগিব,
বুকুৰ তেজেৰে ধুই মচিব
লাগিব বিদেশীৰ খোজ।

(৪৬৬)

মনৰ মাজত মোৰ
তোমাৰ স্মৃতি
বক্ষ অমৃতেৰে মোৰ
তৃষ্ণাৰ তৃপ্তি।

হে মাতৃভূমি (মোৰ) তুমি
চিৰজ্যোতিষ্মান
ৰূপে-গুণে অনুপম
স্বৰ্গৰ সমান,
পূত-পুণ্য মোৰ এই
দেশৰ মাটি
অন্তৰত জ্বলাওঁ
তোমাৰ আৰতি।

ধন্য মই, জন্ম মোৰ
এই দেশত
শত জন্মৰ স্মৃতি
সজাগ প্ৰাণত
পৱিত্ৰ এই দেশ, মোৰ
পৱিত্ৰ স্মৃতি।

(৪৬৭)

এয়া লখাইতৰাৰ
পাৰৰ কাহিনী,
নাৰীমাংস লোলুপ
ৰক্ষক ভক্ষকৰ
মনুষ্যত্বহীন কাপুৰুষ জোৱানৰ
নাৰী নিৰ্যাতনৰ কাহিনী,
এয়া নয়নতৰাৰ
লাজৰ কাহিনী।

নিশাৰ এন্ধাৰ ভেদি
শুনো ক্ৰন্দন ধ্বনি
কৃষক পত্নীৰ, অসমীৰ জীয়ৰী,
বোৱাৰী লজ্জিতা
কতশত ৰমণীৰ,
উন্মত্ত জোৱানৰ দল
শ্বাপদ বাহিনী এয়া পাগলাদিয়াৰ
পাৰৰ কাহিনী।

এয়া বাহিনী নহয়
অতন্দ্ৰ প্ৰহৰী সীমান্তৰ
সংযত বীৰ্য আৰু চিৰ
জাগ্ৰত সৎ জোৱানৰ
ইচাম কামান্ধ কাপুৰুষ
শ্বাপদ বাহিনী
ই নাৰী নিৰ্যাতনৰ
কৰুণ কাহিনী।

আজি নিৰাপদ নহয়
নাগৰিক জীৱন
আজি পদে পদে লাঞ্ছনা
চলে নাৰী নিৰ্যাতন,
এই অত্যাচাৰ
প্ৰতিকাৰ কৰিবলে
শতসহস্ৰ বিক্ষুব্ধ
জনতা জাগে
লুইতৰ দুয়োপাৰে
ক্ৰুদ্ধ জনগণ
বিচাৰিছে আত্মৰক্ষী
এটি সজাগ বাহিনী।

(৪৬৮)

বিশ্বই জানে অসমীয়া
নাছিল কাৰো দুৰ্বলীয়া,
ওঠৰশ ছাব্বিশৰ হীন ষড়যন্ত্ৰ
অসমীয়াক বহতীয়া কৰাৰ মন্ত্ৰ
এশ চৌৱন্ন বছৰীয়া
অসমীয়াই আৰু নেথাকে সহি
বিশ্বক সোঁৱৰাই দিয়া।

তাহানি ৰাজপুত সেনাপতি
ৰামৰ শোচনীয় পৰাজয়
শৰাইঘাট ৰণাংগন অসমীয়াৰ
বিজয় গৌৰৱময়,
লুইত পৰীয়া নহয় হেৰা
কাৰো দুৰ্বলীয়া,
পাহৰিছে যদি কোনোবাই
হেৰা সোঁৱৰাই দিয়া।

আজি সংগ্ৰামী অসমীয়া
জাগিছে, আহিছে ওলাই,
স্বাধিকাৰ প্ৰতিষ্ঠাৰ মুক্তিৰ
পতাকা উৰুৱাই।

লাচিত, মণিৰাম, পিয়লীৰ
উত্তৰাধিকাৰী
অসমীয়া হেংদানধাৰী
বিশ্বই চিনি পায়,
লুইত পৰীয়া নাছিলে,
নহয় কাৰো দুৰ্বলীয়া।

এইবেলি অসমীয়াৰ এই পণ
জীৱন পণ,
স্বাধিকাৰ প্ৰতিষ্ঠাৰ এইখন
হ'ব শেষ ৰণ,
নহ'লে বিশ্বৰ বুকুত হেৰাই যাবা
হেৰা অসমীয়া
এই বেলি হাৰিলে চিৰদিনলৈ
হ'বা দুৰ্বলীয়া।

(৪৬৯)

নিঃসংগ মই
কোনেনো শুনিব
মোৰ জীৱনৰ কাহিনী,
বিষণ্ণ গধূলি
মন চেতাৰত
বাজে ব্যথাৰ ৰাগিণী।

মোৰ মন গগন খনি
কলীয়া ডাৱৰে
ৰাখিছে আৱৰি
মৌন মোৰ মন পদূলি
লেৰেলি শুকাই
সেউজী দুবৰি
কোনে শুনিব মোৰ নিঃসংগ
জীৱনৰ কৰুণ কাহিনী।

বিষণ্ণ এই গধূলি নিঃসংগ
মোৰ জীৱনৰে গধূলি
নীৰৱ আজি যৌৱনৰ গধূলি
নাই উদুলি মুদুলি
বিদায় বিয়লি মন চেতাৰত
বাজে ব্যথাৰ ৰাগিণী।

(৪৭০)

শৰতৰ জোনালী ইমান স্নিগ্ধকৰ
শুকুলা শেৱালি ফুলে সুৰভি উৰে,
কমোৱা তুলাৰে মন আকাশ ভৰে
শাৰদীয় ৰূপ অতি মনোমুগ্ধকৰ।

সৌ আকাশত, জোনৰে কাষত
তৰা জিলিমিলি
বিলৰে বুকুত হাঁহে ভেটকলি
কৰে ধেমালি,
জোনৰ জোনালী
কোমল কোমল,
শাৰদীয় ৰূপ অতি মনোমুগ্ধকৰ।

মুকলিমূৰীয়া সৌৱা চোৱা
শৰালিজনী
উৰি আহি বিলৰ পাৰ
কৰিছে শুৱনি
ডেউকা দুখনি ৰ'দ ৰূপোৱালী
ইটিয়ে সিটিয়ে কৰিছে ধেমালি
কঁহুৱাই ঢুলাই চোঁৱৰ
মিলনৰে চিত্ৰখনি মনোমুগ্ধকৰ।

শুধ বগা শেৱালিজনী শৰৎ সুৱাগী,
পখিলী যেন লচ্‌পচী নহয় ৰচকী
মদাৰৰ ফুল যেন নহয় এলাগী,
সংযত কামনাৰ সুস্থ প্ৰকাশ
পৰশ কোমল স্নিগ্ধকৰ।

(৪৭১)

শিশু সূৰ্যৰ হাঁহিৰে
উজ্জ্বল পাহাৰৰ
বুকুৰ উমেৰে ঘন,
অকণি প্ৰীতিৰ
পৰশ কোমল সূৰ্য
কৰোঁজ্জ্বল এই জীৱন।

সেউজী সপোন ভৰা
হৃদয় উতলা কৰা
আমাৰ এ'ধৰা
দুকূল উপচি পৰা
আপোন পাহৰা
ৰয় হাঁহিৰ নিজৰা
হৃদয় পৰশ কোমল
কোমল স্নিগ্ধকৰ
আমাৰ জীৱন।

কত যুগ যুগান্তৰ
কতনা লহৰ কত
ঢৌ উঠি মাৰ গ'ল,
তথাপিও এই বসুন্ধৰা
অনন্ত মাধুৰীভৰা
হৈয়ে ৰ'ল,

আশা আৰু আনন্দ মুখৰ
ঘন ৰসোচ্ছল অনন্ত
যৌৱনা এ' জীৱন।

(৪৭২)
নিয়ৰ সেমেকা মোৰ
মনৰে পদূলি,
আজি নুফুলে তাত
শৰতৰ শেৱালি।

ৰিণ্ডা ৰিণ্ডা সুৰ বাজে
দূৰ দূৰণিত,
লেৰেলি শুকাই ফুল
মন কৰণিত,
মনৰ মাজত মোৰ
স্মৃতিৰ কুঁৱলী।

মোৰ জীৱন কাহিনী
করুণ বিননি
ভগা বীণখনি মোৰ
নেবাজে ৰাগিণী,
নীৰৱ নিমাত আজি
যৌৱন পদূলি।

(৪৭৩)
এটি সুৰ মাৰ গ'ল
কলং থমকি ৰ'ল
জীৱন শলিতা গছি
হঠাতে নুমাই গ'ল।

আজি বাৰু সুৰে সুৰে
টোলোঠা ঘূৰাব কোনে
অসম আকাশখনি সুৰেৰে
ভৰাব কোনে

ৰামধেনু বুলীয়া সপোন যে
হেৰাই গ'ল।

জীৱন মঞ্চৰ ভাৱৰীয়া
কি পালা কি দিলা,
আধা মেলা নাট এৰি
কিয়নো গুচি গ'লা
শিল্পী সুৰকাৰ ৰুদ্ৰ
কণ্ঠযে নীৰৱ হ'ল।

মৃত্যুহীন তুমি
অভিনেতা সুৰকাৰ
লোৱা আমাৰ অশ্রুসিক্ত
এই নমস্কাৰ
তোমাৰ স্মৃতি ছন্দোময়
এটি সুৰ হ'ল।

(৪৭৪)
অতীত উজ্জ্বল ছবি দেখা নাই
স্মৃতিৰ সঁফুৰা মেলি
মন সৰসীত লেৰেলি শুকায়
প্রণয় পদুম কলি।

মন আকাশখনি নিৰাশা
ডাৱৰে ৰাখিছে আৱৰি
মন তুলিৰে আঁকা মিলনৰ ছবি
আজি যায় আঁতৰি,
মন সৰসীত লেৰেলি শুকায়
প্রণয় পদুম কলি।

আজি এ বিয়লি নীৰবে ৰচিছোঁ
মই আশাৰ সমাধি,
আজি আৰু নেলাগে আহিব
তুমি যোৱাগৈ উভতি,

নিৰলা জীৱন মোৰ নেলাগে
লগাব আৰু খেলি মেলি।

(৪৭৫)

দল বাগৰি ফুৰা ডলাৰ বগৰী
উতনুৱাসকল
আজি সাৱধান হ'বৰে হ'ল
অ' কিছু ভাবিবৰ হ'ল।

গণতন্ত্ৰৰ অৰ্থ নহয় জানা
মাথোঁ মুৰৰ গণনা
মগজুবিহীন শাসনযন্ত্ৰ
উন্মাদ মনৰ কল্পনা,
জানানে নেজানা হে ডলাৰ
বগৰী উতনুৱাসকল।

সংখ্যাৰ আধিক্যই জানো
সূচায় গৰিষ্ঠৰ সমৰ্থন,
আজি শাসনৰ নামত চলে
জানা মাথোন প্ৰহসন,
মূৰ এৰি মগজুৰ কথা
হেৰা, কিছু ভাবিবৰ হ'ল।

আজি সাৱধান হ'বৰে হ'ল
হেৰা উতনুৱাসকল
ক্ষমতাৰ লোভ পৰিহৰি
নীতি মানি চলিবৰ হ'ল
আজি ডলাৰ বগৰী
হোৱাৰ সময় উকলি গ'ল।

(৪৭৬)

মোৰ সৃষ্টিক খেনোৱে
যদি কৰে উপহাস
কুৎসা শুনি মই জানো
হ'ম নিৰুৎসাহ।

সৃষ্টিৰ কামনা মোৰ
সত্য, শিৱ সুন্দৰৰ
বিভ্ৰান্ত নহ'ও মই
নহ'ও যে নিশাচৰ
সেউজ সুন্দৰ ই যে
মোৰ সৃষ্টিৰ প্ৰয়াস।

ব্যক্তিত্বৰ অহংকাৰ মোৰ
হিমালয় সদৃশ
নেলাগে মোক কোনো
বিশেষৰ আশিস
সেউজ সুন্দৰ ইযে মোৰ
সৃষ্টিৰ প্ৰয়াস।

(৪৭৭)

মই কলৰৱ, প্ৰচণ্ড উন্মাদ
কণ্ঠত বাজে মোৰ বজ্ৰ নিনাদ।

মই যে উল্কা নেজাল ধূমকেতু
জন্ম মোৰ বিশ্বৰ ধ্বংসৰ হেতু
মই ওংকাৰ, মই বজ্ৰ নিনাদ।

মই ত্ৰিনয়ন, বিদ্ৰোহী বিপ্লৱ,
জ্বলন্ত অগনি, জ্বলাও খাণ্ডৱ
সৃষ্টি ধ্বংসকাৰী মই যে নিনাদ।

মূক মৌন জনতাৰ কণ্ঠ মই
দৃষ্টিহীন জনৰ দৃষ্টি যে মই
মই অন্যায়ৰ মূৰ্ত প্ৰতিবাদ।

(৪৭৮)

সৌখন ফুলনি
বাটচ'ৰা পদূলি শুৱনি
গাভৰুৰ ডিঙি শুৱনি
সৌৱা জাংফাই মণি।

ফুলনিৰ মাজতে হাঁহে
জুতি, জাই শেৱালি,
গাভৰুৰ চকুতে সৌৱা
কিহৰনো বিজুলী,
তিৰবিৰ তিৰবিৰ দুটি
চকুৰেনো মণি।

ফুল দেখি বোপাইদেউৰ
কি জানো কি হ'ল,
পীৰিতি পৰশ পাই
নিজকে পাহৰি গ'ল,
বোপাইৰেনো চকুৰে মণি
ঐ গাভৰুজনী।

গাভৰুৰে ওঁঠ যেন ফুলাম
গোলাপৰে পাহি,
বোপাই কলীয়া ভোমোৰা
হাঁহে মধুৰ হাঁহি,
চকুৰেনো মণি গাভৰু
নেপায়যে আমনি।

(৪৭৯)

ঢোলৰ মাতে, পেঁপাৰ মাতে
বিহুতলী ৰজনজনাই
মন যে চাটি ফুটি, অ' চেনিমাই
দেহা কৰে ৰাইজাই।

মাহ-হালধি সনা দেহাটি
কপৌ ফুলে শুৱনি দেহাটি
কি জুই জ্বলালি চেনিমাই
বন জুই মলয়াৰে চাটি
ইচাটি বিচাটি মন চেনিমাই
.দেহা কৰে ৰাইজাই।

বুকু চমেচমাই অ' চেনিমাই
মন উৰে ঘনে ঘনে,
কি সুৰে ভুলালি মোকে
চেনিমাই উচপিচ কৰে মনে,
তোকে চাই চাই, তোৰে সতে
নাচিবৰ মন চেনিমাই।

(৪৮০)

কত যুগ-যুগান্তৰ
স্মৃতি মোৰ
অতলান্ত চিন্তাৰ
নেপাওঁ ওৰ।

মন জলধিত
কতনা লহৰ
নীৰৱে নিৰলে
গণিছোঁ প্ৰহৰ
দিগন্ত জুৰি নামে
এন্ধাৰ ঘোৰ।

দিগবলয় আৰু
সৌৱা দিগন্ত
দৃষ্টিৰ সীমাৰেখা
স্মৃতি অনন্ত
শ্ৰান্ত ক্লান্ত অশান্ত
মনযে মোৰ।

(৪৮১)

মই ওলাই আহিছিলোঁ
দুৰন্ত দুৰ্বাৰ গতিৰে,
সময় বলুকাত পদচিহ্ন
ৰখাৰ বাসনাৰে।

জলধি টৌথিচৰ পাৰত
তাহানি ঘূৰিলোঁ কতনা,

অনামিকা কত প্ৰেয়সীয়ে
মোক জোগাইছিল প্ৰেৰণা,
মই যাচিছিলোঁ প্ৰতিদান
আলিংগন বন্ধনেৰে।

লুপ্ত জলধি টেথিচ্
লুপ্ত মোৰ দুৰন্ত বাসনা,
মৃত সময়, স্তব্ধ গতি
মোৰ, নাই কোনো কামনা
উদ্দেশ্যবিহীন মই
ফুৰিছোঁ ঘূৰি চহৰে-নগৰে।

(৪৮২)

শিব আশুতোষ অলপতে হয় সন্তোষ।
আই পাৰ্বতী তুমি নকৰা অসন্তোষ।।

মূৰতে জটাজাল পিন্ধিছে বাঘৰ ছাল।
শ্মশানে, শ্মশানে ফুৰে কিনো মোৰ কপাল।।

ডম্ ডম্ ডম্বৰু বাজে, নাচে ভাঙুৰাই।
ছাল ছিঙালে কিয় বিয়া দিলি অ' পিতাই।।

ধতুৰাৰ গুটি ভাৰে ভাৰে খুন্দিব লাগে।
বুঢ়া ভাঙুৰা চকু পকাই মাৰিব আহে।।

ত্ৰিকাল টল্ মল্ ইহকাল পৰকাল।
নটৰাজ শিব নাচে অস্থিৰ মহাকাল।।

(৪৮৩)

বিদেশীৰ পদানত
দেশৰ মাটিত
ছটিয়াইছিলা শান্তি
স্বৰ্গৰ ধূলিত।

জাগ্ৰত বিবেক তুমি
নিদ্ৰিত জনতা
জ্বলন্ত প্ৰদীপ শিখা
মুক্তিৰ বাৰতা
উদ্বুদ্ধ কৰা তুমি
জনতাৰ চিত।

বিক্ষুব্ধ গণ মানসৰ
ক্ৰোধাগ্নি শিখা,
তুমি এন্ধাৰ আকাশৰ
বিজুলীৰ ৰেখা,
মুক্তিৰ জ্বলন্ত শিখা
দেশৰ মাটিত।

(৪৮৪)

জাতীয় চেতনাৰ প্ৰহৰী
অসম কেশৰী,
অসমীয়াক জগাবলৈ
নাই অম্বিকাগিৰী।

লুইতৰ পাৰত আজি
জ্বলিছে অগনি
লাখুটি জোকাৰি কোনে
শুনাব সতৰ্কবাণী,
অসমীৰ অগ্নি সন্তান
নাই অম্বিকাগিৰী।

ধোদৰ পচলা অসমীয়াক
আজি জগাব কোনে
ভাষা, কৃষ্টিৰ কথা আজিনো
সোঁৱৰাই দিব কোনে,
দেশ গ'ল বুলি ক'বলৈ
নাই অম্বিকাগিৰী।

(৪৮৫)

কোন কিমান আগ্ৰহী
আমাক কিয়নো লাগিছে,

অনুভূতি, অনুকম্পা
কম্পন কোনে বিচাৰিছে।

অনুকম্পাৰ কম্পন
কিমান কিহেৰে জুখিবা,
আগ্ৰহৰ আতিশয্য
জানো সহিব পাৰিবা,
নীতিহীন নেতাৰ ভণ্ডামি
জানো বুজিব পাৰিবা,
এই অনুভূতি, অনুকম্পা
কোনেনো বিচাৰিছে।

অনুভূতি, অনুকম্পা আমাক
একোকে নেলাগে,
স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ
অধিকাৰহে লাগে,
ঘৰে ঘৰে গাঁৱে গাঁৱে আজি
অসমীয়া জাগিছে।

(৪৮৬)
উভতি উভতি, চমকি
থমকি তোমাকে চাওঁ,
গধূলি মন আকাশত
মেঘৰ ডিঙা বাওঁ।

আবেলি গধূলি নঙলা
মেলি ওলাই, ওলাই
উগুল থুগুল মনে
তোমালৈ থাকোঁ বাট চাই,
তুমি গোৱা পুৰণি গীত
গাই আমনি নেপাওঁ।

তোমালৈ বাট চাই চাই
হেৰা, ভাগৰি পৰিলে,
তোমাৰ স্মৃতিকে সুঁৱৰি
মই অকলে অকলে
তোমাৰ সুৰেৰে তুমি
গোৱা গীত এটিকে গাওঁ।

(৪৮৭)
যুগান্ত প্ৰসাৰী মোৰ
দৃষ্টিৰ সীমাৰেখা,
আকাশ বিয়পা দৃষ্টিত
কামনাৰ অগ্নিশিখা।

অশান্ত বসন্ত, অক্লান্ত
সৃষ্টিৰ বাসনা,
সৃষ্টিকামী মনত মোৰ
জ্বলন্ত কামনা,
যুগে যুগে ময়ে জ্বলাও
কামনাৰ শিখা।

যুগান্তৰ পুৰুষ মই
ময়ে প্ৰজাপতি
গোত্ৰ দাতা মই এ' জগৎ
মোৰেই সৃষ্টি,
কলা, কৃষ্টি সৃষ্টিৰ জ্বলাও
জ্বলন্ত শিখা।

(৪৮৮)
গেৰুৱা বসন পিন্ধা পাহাৰী জুৰিটি,
বৈ আহি সাৰুৱা কৰে ভৈয়ামৰ মাটি,
বৰুৱা, বৰাইঁতে তাতে কৰে শালিখেতি।

ভৈয়ামৰ গদাপাণি ডালিমী নাগিনীৰে
মধুৰ মিলন কাহিনী দৰদী হিয়াৰে
ৰচিলে লক্ষ্মীনাথে নহয় কল্পনা সিটি।

দিন বাগৰি যায়, ইতিহাসে কথা কয়,
পাহাৰে ভৈয়ামে মিলি ৰচে প্ৰীতি মধুময়,
যুগমীয়া ঢৌ তুলি বয় পাহাৰী জুৰিটি।

(৪৮৯)

নেতৃত্বহীন জনতাৰ
বিক্ষুব্ধ মনৰ
প্ৰকাশ,
দুৰ্গতি বিনাশী শক্তি
জনগণ ঐক্যৰ
প্ৰয়াস।

আক্ৰান্ত দেশৰ শকতি
মুক্তি প্ৰহৰণ
ধাৰিণী
বিভ্ৰান্ত জনতাৰ মনৰ
স্থিৰ লক্ষ্য
ৰূপিণী,
পদানত যত জনতাৰ
শক্তি, মুক্তিৰ
প্ৰয়াস।

প্ৰণামো প্ৰণামো তোমাক
অভয়া, অজেয়া
শকতি
শৰতৰ অকাল বোধন
স্বশকতিৰ
প্ৰণতি,
দুৰ্গতি নাশিনী শক্তি
জগণৰ ঐক্যৰ
প্ৰয়াস।

(৪৯০)

আমি দুয়ো ককাই-ভাই
মই থাকোঁ ভৈয়ামত
তুমি থাকা পাহাৰত
সেউজী বননিৰ মাজত।

কোন বৰ কোন সৰু,
সেই কথা কিয় বাৰু,
চেনেহৰ বননিত গজে
প্ৰীতিৰ দেৱদাৰু
আমি দুয়ো ককাই-ভাই
জিৰাও শীতল ছায়াত।

ভাগুাৰ বৰুৱা, তিৰথ সিং
আমাৰ গৌৰৱ,
ৰাণী গাইডলুৰে বিলায়
প্ৰীতিৰ সৌৰভ
প্ৰীতি যুগমীয়া সেতু
ৰচোঁ আমাৰ মাজত।

(৪৯১)

পলাশ ৰঙীন দুটি মন
মিলন আকুল,
সেউজী সপোন ভৰা দুটি
মনৰ দুকূল।

যৌৱন চঞ্চল দুটি দেহ
কামনা উচ্ছল,
ক্ষণে বাজে মিলনৰ শংখ
প্ৰাণ যে চঞ্চল,
কামনা উন্মুখ দুটি মন
আজি বিয়াকুল।

উদুলি-মুদুলি আজি মন
আকাশ পদূলি
সপোন মাধুৰী সনা এই
লগন গধূলি
দুটি দেহ, দুটি মন আজি
মিলন আকুল।

(৪৯২)

বেদনা বিধুৰ আমাৰ
জীৱন ইতিহাস,
মৰি মৰি জীয়াই থকাৰ
কি যে কৰুণ প্ৰয়াস।

তেজীমলা জীৱনৰ
যাতনাৰ শেষ যে নহয়,
জীৱিকাৰ খুবলিত খুন্দা
খাই মাথোঁ পংগু হয়,
মাহী আই সমাজৰ
সহিম কতনা উপহাস।

জীৱিকাৰ যুৱলি টানি
টানি অৱশ দেহাটি,
এলাগী এই জীৱন
সমাজৰ কুটিল ভ্ৰূকুটি,
বেদনা বিধুৰ ইযে
আমাৰ লাঞ্ছনাৰ ইতিহাস।

(৪৯৩)

বাৰমাহী বছৰ উকলি যায়
ডালে-পাতে গছে বৰণ সলায়।

গাভৰু মন হিয়া উচাটন
কমোৱা তুলা হৈ উৰে ঘনে ঘন
দেহা ৰাইজাই কৰে অ' চেনাই।

টকা, পৈঁপা, গগনা মাতে উৰুলি
উদুলি মুদুলি মন বিহুতলী
দেহা ৰাইজাই কৰে অ' চেনাই।

(৪৯৪)

মই ৰচোঁ গীত মোৰ
মনৰ ভাষাৰে,
দলিতৰ, শোষিতৰ
মনৰ আশাৰে।

মই বহুজনৰ
মই জনগণৰ
মই গীতিকাৰ
বঙহৰ ৰাইজৰ
ধন্য হওঁ মই
ৰাইজৰ আশিসেৰে।

অ' বোলোঁ ৰাইজ
আশিস একণ দিয়া
ৰাইজৰে আছে
মৰমী দৰদী হিয়া
মই ৰচোঁ গীত
ৰাইজৰ প্ৰেৰণাৰে।
*(মনৰ আশাৰে)*

(৪৯৫)

উঁৱলা অতীত স্মৃতি,
মন মোৰ পৰিছে ভাগৰি
এটি দুটি কৰি গোলাপৰ
পাহিও পৰিছে সৰি।

মৌন ভাষাৰে তাহানি
আমি যে দিছিলোঁ প্ৰতিশ্ৰুতি,
ৰাখিম সেউজীয়া কৰি
আমাৰ তাহানিৰ স্মৃতি,
মৌন এ' গধূলি টুকিছোঁ
চকুলো তাকেই সুঁৱৰি।

মিছা সেই অৰ্থহীন আৱেগ
আমাৰ প্ৰতিশ্ৰুতি
ৰিক্ত মন, অতীত উঁৱলা
স্মৃতি, সিক্ত নয়ন দুটি,

মৌন এ' গধূলি টুকিছোঁ
চকুলো তাকেই সুঁৱৰি।

(৪৯৬)

আজি উগুল-থুগুল
কৰে মোৰ মন,
ফাগুনী পচোৱাই
আঁচল উৰুৱাই
উগুল থুগুল মন
অ' চেনাই ধন।

কাণে কাণে মলয়াই
বাঁহীটি বজায়,
মনে মনে কি গোপন
কথাটি শুনায়
দেহা চাটি ফুটি মোৰ
অ' চেনাই ধন।

তিহিতি তিহিতি পেঁপাৰ
মাত তিহিতি,
ইচাটি বিচাটি মোৰে
গাভৰু দেহাটি
উগুল থুগুল মন
অ' চেনাই ধন।

(৪৯৭)

সীমাহীন মনৰ সীমাৰেখা
ইমান যে একা-বেঁকা
কেঁকুৰিৰো নাই লেখা জোখা
কোনে জানে কিমান বেঁকা।

দূৰৈৰ পৰ্বত দেখাতে ধুনীয়া
কত যে খলা বমা,
আৱৰণে আবৰা হৃদয়
অশান্ত, কত উঠা নমা,
মনৰ মানচিত্ৰ, কত ভগা-ছিগা
আৰু একা-বেঁকা।

সমান্তৰাল মনৰ দূৰত্ব
বাৰু কিহেৰে জুখিবা,
মনৰ পৰিধিনো বহল
কিমান, কেনেকৈ বুজিবা
সীমাহীন মনৰ সীমাৰেখা
কিমান যে একা বেঁকা।

জীৱন নদীৰ পাৰ নহয় সমান
জানা নে নেজানা,
সীমাহীন মনৰ গতি ক্ষিপ্ৰ
অতি, চকুৰে নমনা,
কেনেকৈ বুজিবা ক্ষিপ্ৰ সেই গতি,
পোন ঋজু নে একা-বেঁকা।

(৪৯৮)

লাচিতৰ স্মৃতি সজাগ
অসমীয়াৰ মন
আজিৰ অসমীয়াই যুঁজে
স্বাধীনতা ৰণ।

দশসপ্তবাৰ তাহানি
মোগলৰ আক্ৰমণ,
কিন্তু ব্যৰ্থ প্ৰতিবাৰ
লোহিত্যৰ পাৰৰে
শৰাইঘাট ৰণাংগন,
জাগ্ৰত স্মৃতি আমাৰ
লাচিতৰ স্মৃতি সজাগ
অসমীয়াৰ মন।

সংহত এই সংগ্ৰাম
আজিৰ অসমীয়াৰ

স্বকীয় বৈশিষ্ট্য আৰু
নিজ অস্তিত্ব ৰক্ষাৰ
জীৱন মৰণ পণ আজি
এই সন্ধিক্ষণ।

নীতিহীন ৰাজনীতি
শকুনিৰ পাশা খেল,
ভুচুং পন্থ নেতাসকলে
সাজে কলৰ ভেল
বদন, বিভীষণ দ্ৰোহীয়া
আছে কত জন।

দশসপ্তবাৰ তাহানি
মোগলৰ আক্ৰমণ,
তিনিবাৰ আহিছিল মান
এ' বেলি, এ' ৰণ অষ্টাদশ
স্বাধীনতা ৰণ
লক্ষ্য মাথোঁ জননীৰ মান
মৰণ পণ আজি
অসমীয়াৰ দৃঢ় পণ।

(৪৯৯)

সৰগতকৈ শুৱনি আই
মোৰ অসমী
চিৰ চেনেহী তোৰ মান
নাই যে মৰমী।

তাহানি সেনাপতি লাচিতে
মোমাইকে কাটিলে
শতৰু নাশিলে আই তোৰ
মান যে ৰাখিলে,
প্ৰাণতকৈও আপোন আই
তই মৰমী।

বলাম বলিয়া হাতী, আমি
লাচিতৰ নাতি,
তোৰ মান ৰাখিবলৈ আমি
যাম বুকু পাতি,
চেনেহী জননী
অ' মোৰ আই অসমী।

(৫০০)

পৰাণত জাগে কাৰ
প্ৰণয় জোঁৱাৰ
উন্মুক্ত কোন উষাৰ
হৃদয় দুৱাৰ।

কোন সখী চিত্ৰলেখী
আঁকে কাৰ ছবি,
আহে কোন কোঁৱৰ,
কাৰ যৌৱন ৰবি,
অনিৰুদ্ধ আজি উতলা
যৌৱন কাৰ।

কঁহুৱা বনৰ ঢুলে
শুকুলা চোঁৱৰ
শৰতৰ আকাশ জুৰি
চপৰা ডাৱৰ
মোৰো যে প্ৰাণত জাগে
প্ৰণয় জোঁৱাৰ।

(৫০১)

এইখন বিপণী
অসমীয়া ডেকাৰ
হেনো প্ৰচেষ্টা এক
স্বাৱলম্বী হোৱাৰ।

দেখি শুনি
মই সুধিছিলোঁ,

কিয় এই প্ৰচেষ্টা
জানিব খুজিছিলোঁ।

"বোলো পঢ়ি-শুনি
ভাগৰি পৰিলা নেকি?
ব্যৱসায় কৰি
হ'ব খুজিছা চহকী?"
হাঁহি মুখে ডেকাজনে
দিছিল উত্তৰ,
এয়া হেনো প্ৰচেষ্টা
স্বাৱলম্বী হোৱাৰ।

মৌ-মিঠা মাতষাৰ
ইমান যে সুৱদি,
নিজকে নকৰিলোঁ
হেয়, ধন্যবাদ দি।

শ্ৰমৰ বিকল্প আৰু
নাই আন একো,
শ্ৰমত বাঢ়ে মৰ্যাদা
হাতে কামে শিকো;
এয়া সংকল্প আজি
অসমীয়া ডেকাৰ।

এইখন বিপণী
অসমীয়া ডেকাৰ
শ্ৰম নহয় ৰণৰ কৌশল
অস্তিত্ব ৰক্ষাৰ।

ইযে প্ৰচেষ্টা এক
স্বাৱলম্বী হোৱাৰ
এই চাম ডেকা
অসমীয়া ৰণুৱাৰ।

(৫০২)

নিতে নৱ ছন্দ জাগে
পৃথিৱীৰ বুকুত
নিতে নৱ সুৰ বাজে
প্ৰকৃতিৰ বুকুত।

নতুন ছন্দত দোলে
জীৱনৰ নাও,
সুৰৰ পানচৈ মেলি
আমি উটি যাওঁ,
নতুনৰ ন আঁচনি
আমাৰ চকুত।

জীৱনৰ নদীৰ
সুঁতি চিৰ উচ্ছল,
চিৰ নবীন এ জীৱন
চিৰ চঞ্চল,
নিতে নৱ শিহৰণ
যৌৱন উচ্ছল
অবাৰিত গতি এই
ধৰাৰ বুকুত।

(৫০৩)

ভাল পাওঁ মই মোৰ
ক্লান্ত কপালত,
মৰমী হাতৰ স্পৰ্শ
আবেলি পৰত।

ভাল লাগে মোৰ স্নিগ্ধ
শৰৎ ঋতুক,
তৰা ফুলে সজাব
পাৰে যে আকাশক,
মুকলি মুকলি
ফৰকাল বতৰত।

ভাল লাগে প্ৰদীপৰ
উজ্জ্বল শিখাটি
স্নিগ্ধ পবিত্ৰ কৰি
উজলাই মনটি,
নিতৌ গধূলি জ্বলে
তুলসী তলত।

(৫০৪)
লুইতৰ পাৰৰে শুৱনি
সৰু গাঁৱেখনি,
আইতাই কোৱা শুনিছিলোঁ
অতীত কাহিনী।

হেনো তাহানি গাঁওখনি
আছিল মোহনীয়া,
ধানে, পাণে জাকত জিলিকা
অতিকে ধুনীয়া,
আইতাই কোৱা শুনিছিলোঁ
অতীত কাহিনী।

পঞ্চাশৰ ভুঁইকঁপত
ঘটিল অঘটন,
থানবান এৰাবাৰী
হ'ল যে গাঁওখন,
আইতাই কোৱা শুনিছিলোঁ
অতীত কাহিনী।

(৫০৫)
কোন তেওঁ প্ৰতিভাধৰ প্ৰতিভা
যাৰ লোকোত্তীৰ্ণ হয়,
কোন সেইজন গীতিকাৰ
গীত যাৰ কালোত্তীৰ্ণ হয়।

সংগ্ৰামী জনতা, অপৰাজেয়
সংগ্ৰামৰ সঁচা কাহিনী,
দানৱৰ পৰাজয়ৰ ইতিহাস
অযুত শব্দৰ কাহিনী,
সেই কাহিনী কাৰনো লেখনীত
চিৰস্মৰণীয় হয়।

সেইজনা কবি প্ৰতিভাধৰ
সংগ্ৰামী জনতাৰ কবি,
তুমি লোৱা নমস্কাৰ আমাৰ
হে অনাগত দীপ্ত ৰবি,
তীক্ষ্ণ যাৰ লেখনী অন্ধকাৰ
ভৱিষ্যৎ কৰিব জয়।

(৫০৬)
মাটিৰ মানুহ মই মাটিকে ভালপাওঁ
মাটিতে জনমি মাটিতে ওৰে জীৱন কটাওঁ।

মাটিৰ এই পৃথিৱী অতিকে আপোন,
মাটিৰ বুকুতে ফলে সোণালী সপোন,
সেউজীয়া ফল ফুল দুহাতে চপাওঁ।

ধৰণীৰ চুকে-কোণে কতনা ভ্ৰমিলোঁ
কতবাৰ ধৰা এৰি উভতি যে গ'লোঁ,
অহা-যোৱা কৰি মই আমনি নেপাওঁ।

মায়া ভৰা এই ধৰা মই ভাল পাওঁ
মাটিকে সাবটি মই জীৱন কটাওঁ,
মাটিৰ বুকুতে জীৱনৰ সপোন ফলাওঁ।

(৫০৭)
নিজকে উন্নত বুলি
মই মিছা অভিমান
কৰা নাই নিজ
ব্যক্তিত্ব হেয়
কৰি মিছা অপমান
পোৱা নাই।

উচ্চ বৃক্ষৰ ডালত বহি কি
পাইছোঁ, কি হৈছোঁনো বাৰু,
মাটিৰ বুকুত থাকি
তুমিও বা কি
হেৰুৱাইছা বাৰু
মোৰো যে আখলত
আজি তিনি দিনে
জুই জ্বলোৱা নাই।

মোৰো যে একেদৰে কাতিৰ
শেষত টেকেলী কাতি,
বলিয়া বানত পৰি
ভাই মোৰো যে
হেৰাই থানথিতি,
কৌলিন্যৰ মিছা
অহংকাৰ ভাই
আমাক নুশুৱায়।

একেখন দেশৰে
সন্তান আমি, আমি
দুয়ো সমগোত্ৰীয়
কল্যাণকামী ৰাষ্ট্ৰৰ
নাগৰিক সৰ্বহাৰা সহযাত্ৰী,
মানুহৰ অধিকাৰ .
বিচাৰি আজি
যাওঁগে বলা ভাই।

(৫০৮)

জাগে ৰাধা হৃদয় কমল বননি,
ৰুণু জুনু নূপুৰৰ মধুৰ ধ্বনি।

কোনে বজায় মোহন মুৰুলী বেণু,
পুলকিত হৃদয় কঁপে বৰ তনু,
মন বননিত লাগে মৃদু কঁপনি।

ভুবন মোহন কানু নাচে নটবৰ
মুখত মোহন বেণু বজায় নূপুৰ,
অনুৰাগ উতলা মনতে কঁপনি।

উন্মনা ৰাধা মন আকুলি বিকুলি
পুলকিত হৃদয় উদুলি মুদুলি
অনুৰাগ উতলা মনতে কঁপনি।

(৫০৯)

কিয় জানো তুমি আহিছিলা
হেৰা, কি জানো কৈছিলা
মনত নপৰে আজি আৰু,
অভিমান কিয় কৰিছিলা,
কিয় বাৰু আঁতৰি গৈছিলা
উভতি নেচালা কিয় বাৰু।

বুজিওঁ নুবুজিলোঁ যে মই
কিয় তোমাৰ এই অভিনয়
জানানে নেজানা তুমি বাৰু,
মন দিয়া নিয়াৰ এ' খেলা
মিছাতে কিয়নো খেলিছিলা
সেই কথা নেভাবোঁ আৰু।

(৫১০)

অ' ব'হাগী সাজিলি
ৰচকী পখিলী, তই নাচনী
লাহী পাখি পখিলী তোৰো যে
লাহী কঁকাল শুৱনি।

লাহী কঁকাল ভাঙি
নাচি তই, দেখুৱালিনো কাক,
সুৰীয়া গীতেৰে ভুলাবি
কোন পাহুৱাল ডেকাক,
অ' ব'হাগী জেতুকাৰ
বোলেৰে বোলালি মুখখনি।

ৰামধনু আঁকা পথ
তোৰ সেউজী পাতৰ সাজ
গাভৰু দেহা তোৰ
হেৰ ৰচকী নাইনে লাজ
লচ্‌পচী ৰচকী জনী
অ' মোৰে বহাগী নাচনী।

(৫১১)

গজদন্ত মিনাৰবাসী
শুনা হেৰা আমাৰ কথা,
তুমি জানো বুজি পোৱা
মানুহৰ অন্তৰৰ ব্যথা ?

বিলাসী মনে নেপাই
বুজি দুখীয়াৰ দুখ ব্যথা
বিজুলী পোহৰেৰে উজ্জ্বল
তোমাৰ শোৱনি-কোঠা।

তুমি কি বুজিবা, হে বন্ধু
এন্ধাৰ জুপুৰিৰ ব্যথা
কোনেও নুবুজে দলিত
হৃদয়ৰ গোপন কথা।

(৫১২)

মই নিবিচাৰোঁ, বিচৰা নাই
কাৰো সহানুভূতি,
দুখৰ বোজাটি মোৰ নিজে
লম মূৰপাতি।

এই ভৱ জলধিত, জানো
মই অকলশৰীয়া,
সহায় সাৰথিহীন মই
নাই কোনো লগৰীয়া,
তথাপি নহও আকুল
নিবিচাৰোঁ সহানুভূতি।

এই সংসাৰ যুঁজৰ ঠাই
অকলে যুঁজিম মই
বিপদ আহিলে পুত্ৰ
পৰিজন সবে পৰ হয়
নেলাগে সহায় নিবিচাৰোঁ
লোকৰ সহানুভূতি।

(৫১৩)

মনৰে কৰণি মোৰ
দিছোঁ উদণ্ডাই,
স্মৃতিৰ ফুলনি আজি
লেৰেলি শুকায়।

উদুলি মুদুলি তাহানিৰ
সেই গধূলি
সজাই ৰখা মোৰ
মনৰেনো পদূলি,
পখিলাৰ পাখি
তিৰ্ বিৰ্ কৰা নাই।

ব'হাগ আহিছে হেনো
নাহৰ পাতত,
কুলিয়ে মাতিছে হেনো
আমৰ ডালত,
মোৰহে মনত অনুভূতি
জগা নাই।

মনৰ মাজত মোৰ
ৰচিছোঁ সমাধি,
শুকান উদং তলি
যৌৱন জলধি
মনে মোৰ আজি
উচপিচ কৰা নাই।

(৫১৪)

তুমি বাৰু কিয় নেমানা বুজনি
চকুত কিয় অভিমান চাৱনি,
শুনা হেৰা, মোৰ মৰমী লাৱণি।

মইতো তোমাৰেই হেৰা গৰবিনী
মৰম ওপচা মনৰে কৰণি,
শুনা, হেৰা মোৰ মৰমী লাৱণি।

কমোৱা তুলা মন যে উৰণীয়া,
মোৰ যে পীৰিতি এক শৰণীয়া
মৰম তৰুৰ তল জিৰণীয়া
শুনা হেৰা, মোৰ মৰমী লাৱণি।

(৫১৫)

কি সাজে আজি সাজে কুঁহিপাতে
মন মোৰ উতলা কৰে
কুলিৰ কোমল কোমল মাতে।

আজি ঐ মোৰ মন বিহুতলী
উদুলি মুদুলি ৰঙে ৰাঙলী
বনজুই জ্বলিছে মোৰে ঐ গাতে।

ফুলিছে ভেবেলি জকেমকাই
দেহা মোৰ কৰিছে ৰাইজাই,
কি সাজে সাজে কুঁহিপাতে
বনজুই জ্বলিছে মোৰে ঐ গাতে।

(৫১৬)

মই অভিসাৰিকা মোহিনী নায়িকা,
মই অনুৰাগিণী দৰদী প্ৰেমিকা,
অনন্ত যৌৱনা মই কামিনী অনন্যা।

মই ৰাধিকা, মই মল্লিকা, মালৱিকা
মই হেনো বাৰবনিতা, গণবধূ গণিকা,
মোহিনী কামিনী তন্বী তৰুণী অনন্যা।

হাতৰ পৰশ মোৰ মৰম কোমল
কামনা চঞ্চল মোৰ যৌৱন উচ্ছল,
নবীনা, প্ৰবীণা মই কামিনী অনন্যা।

সুশীতল জলধাৰা নাচনী নিজৰা,
মোৰ প্ৰেমেৰে ধন্যা মৰুভূ এই ধৰা
মাতৃ মই, ধাত্ৰী মই, প্ৰেমিকা অনন্যা।

(৫১৭)

দেউতাই পতা এইখন বাৰী
শুকাই মৰহি গ'ল,
দেউতাই সজা এইখন ঘৰ
আজি জহি খহি গ'ল।

পুৰণি কলীয়া জপা পুৰণি
খনীয়া এই কাপোৰখনি,
আইতাই বৈছিলে তাহানি
নিজহাতে কৰি দীঘ-বাণি,
পোকে কুটি কৰিলে আহৰি
বৰপেৰা,জপা শুদা হ'ল।

ঢাপ মৰা বাৰীখনি ভাঙিলে
কৰেনো বলিয়া হাতীয়ে,
দেউতাই সজা ঘৰ কৰিলে
উছন এলাহ কানিয়ে
ঢাপ মাৰি বাৰী পাতি নকৈ
ঘৰখন সজাবৰ হ'ল।

(৫১৮)

নীতিহীন উক্তি কিমাননো শুনিবা,
বাৰে বাৰে কিয়নো প্ৰৱঞ্চিত হ'বা।

সৰুতে সাপে খুঁটিলে লেজুলৈ ভয়
মূৰ্খ হৈ বাৰ বাৰ প্ৰৱঞ্চিত হয়
মন ভুলোৱা কথা কিমান শুনিবা।

অন্তৰত গৰল মুখত সৰল
মনুৰ সন্তান নহয় বিৰল,
অজীণ পাতকীক এৰাই চলিবা।

(৫১৯)
ধূৰ্জটিৰ জটা জাল ফালি
মকৰ বাহিনী গংগা নামে,
হৰহৰ কলকল স্বৰে
কৈলাস বাহিনী গংগা নামে।

মৃত কত জনতাৰ অতৃপ্ত
আত্মাৰ তৃপ্তিৰ বাণীলৈ
ভগীৰথ সাধনাৰ ধন
সৰগী গংগা নামে ধৰালৈ।

আজি সুপ্ত জনতা জাগে
শীতল সুৰধুনী গংগা নামে।

(৫২০)
এইখন কুঁহিয়াৰতলী
বতাহত নাচে হালি জালি
সাত ভাইক মাতে ৰিঙিয়াই,
আই নাই, বোপাইও নাই
সাত ভাই মোৰ নাই, নাই
কাঢ়ি নিলে অন্ধ বিধাতাই।

আই গ'ল, বোপাই গ'ল
সহোদৰ সাত ভাই গ'ল
মনৰে আশা লেৰেলি শুকাই,
মাগুৰ বৰণ দেহা মোৰ
বিভৱভৰা যৌৱন মোৰ
মৰহি শুকাই বিফলে যায়।

(৫২১)
মই মাইকী গাঁৱৰে
মনাই ৰাম বৰা
পাহুৱাল ডেকাটি,
টিপামৰে ভাদৈজনী
ৰূপহী গাভৰু দেহা তাইৰ
কৰে চাটি ফুটি।

মনাইৰ মনে ক'লে হেনো
ভাদৈকে আনিব লাগে,
আঘোণী পেহীক আনিলে মাতি,
পাহুৱাল ডেকা, মনাই ৰাম বৰা,
বাছি থোৱা দৰা
ভাদৈৰ মন ইচাটি-বিচাটি।

অ' মন আয়তীৰ উৰুলি
ৰভাতল উদুলি মুদুলি
(বিয়াৰে ব'হাগী বতৰ
পালে যে মনৰে খবৰ)
বৰ ঘৰ শুৱনি
ভাদৈ আহি পাই
মনাইৰে ঘৰৰে পদূলি,
কইনা আদৰে কোনে আইটি।

তামোল পাণৰ শৰাই
এবুকু শ্ৰদ্ধাৰ
ৰাইজলৈ বুলি
যুৰীয়া সেৱা এটি
অন্তৰৰ ভকতিৰ
ৰাইজলৈ বুলি
গঞাই দিলে আশীৰ্বাদ
হৰগৌৰীৰ হওক বসতি।

(৫২২)
ওলাই আহা আইদেউ
লগে ভাগে যাওঁ,
আমি ৰাইজৰ দেশৰ
ৰহণ চৰাও।

ওলাই আহা আইদেউ
মৰম বিলাওঁ,
মাটিৰ বুকুতে আমি
সৰগ সজাওঁ,
লগে ভাগে যাওঁ
পোহৰৰে বন্তি জ্বলাওঁ।

দেশৰ কামতে
ৰাইজৰ লগতে
দেহাৰে শকতি যোগাওঁ,
লগে ভাগে যাওঁ
আমি পোহৰৰে
বন্তি জ্বলাওঁ।

(৫২৩)

গোপাল, গোবিন্দ মুকুন্দ ৰাম।
মধুৰ মূৰুতি মধুৰ নাম।।

সুন্দৰ সুৰেশ নৱ ঘনশ্যাম।
নৱ জলধৰ নয়নাভিৰাম।।

ধ্বজ, ব্ৰজ, অংকুশ শোভিত অংগ।
ত্ৰিবলি বলিত দলিত ভুজঙ্গ।।

অগতিৰ গতি দেৱ নাৰায়ণ।
কৰাহে উদ্ধাৰ পতিত পাৱন।।

(৫২৪)

তুমি কোৱা কথাবোৰ
ইমান সুৱদি,
চেনেহ নিজৰি পৰে
দুচকুৰেদি।

বাৰে বাৰে শুনি থাকি
আমনি নলগা
মিঠা মিঠা সুৰ প্ৰীতিৰ
সুৰভি সনা,
তুমি কোৱা কথাবোৰ
ইমান সুৱদি।

কুমলীয়া ওঁঠযুৰি
ঔ ফুলীয়া হাঁহি,
তোমাৰে দেহাটি যেন
পদুমৰে পাঁহি,
চেনেহ নিজৰা বয়
তোমাৰ বুকুৰেদি।

(৫২৫)

হেৰা বাটৰুৱা
ভাবিছানো কি?
দুৱাৰডলিত ভৰি দি
ভাবিলেনো হ'ব কি?

আহিব খুজিছা যদি
আহা আগুৱাই,
যাব খুজিছা যদি
যোৱা পিছুৱাই,
হেৰা গুণা গঁথা
কৰিছানো কি?

অগা-ডেৱা কৰি হেৰা
কি লাভ কোৱা,
দোমোজা মন এৰি
আগুৱাই যোৱা,
সময় নেথাকে বৈ
নেজানা নেকি?

বৈ যোৱা পানী সোঁতা
নাহে উভতি,

বৈ নেথাকে সময়
বোৱতী সুঁতি,
হেৰা বাটৰুৱা তুমি
নৰ'বা থমকি।

(৫২৬)

নেলাগে ৰচিব হেৰা
শোকৰ গীতি
মোৰ স্মৃতিত,
নেলাগে জ্বলাব
শুনা ধূপদীপ
মোৰ সমাধিত।

মোৰ জীৱন যদি
মাথোঁ এখিলা
উকা তুলাপাত
তোমাৰ মনত
যদি নকৰিলে
কোনো ৰেখাপাত
কি হ'ব অশ্ৰুপাত
কৰি, সেই
জীৱনৰ স্মৃতিত।

উকা হৈয়ে থাকক
মোৰ উকা
জীৱনৰ সমাধি
প্ৰকৃতি মাতৃয়ে
দিব সেউজীয়া
দলিচা পাতি,
জোনাকী পৰুৱাই
জ্বলাব বন্তি
মোৰ সমাধিত।

(৫২৭)

ক্লান্ত মানুহৰ চকুত ভাঁহে
নিৰাশাৰ কলীয়া ডাৱৰ
দৃপ্ত কত যে কণ্ঠ নীৰৱ
নিথৰ, তৃপ্ত হিয়া দানবৰ।

তপত চকুলো সৰে, হায়
ৰুধিৰ ধাৰা বয় অবিৰল,
অশান্ত পৃথিৱীৰ ভ্ৰান্ত
মানুহে হেৰুৱালে মনৰে বল,
ক্লান্ত মানুহৰ চকুত ভাঁহে
নিৰাশাৰ কলীয়া ডাৱৰ।

আশাৰ বলাকা আৰু দিগন্তৰ
সীমাৰেখা আঁতৰি যায়,
আকাশত জ্বলে জুই, কেন্দ্ৰচ্যুত
বৃত্তৰ পৰিধি যে নাই,
মুক্তিৰ প্ৰচেষ্টা আজি ৰুদ্ধ যে
হয় স্তব্ধ কণ্ঠ মানুহৰ।

(৫২৮)

কোনে কান্দে
আজি পুত্ৰ পৰিবাৰ
হেৰুৱাই কোনে কান্দে,
আকাশৰ
বুকুত কাৰ হুমুনিয়াহ
ভাঁহে কোনে কান্দে।

ফুলৰ সুৰভিৰে ভৰা মলয়াৰ
বোকোচা চকুৰ পানীৰে
কোনেনো তিয়ায়,
মুক্তিকামী কতজনৰ
আত্মাৰ বিননি আকাশৰ
বুকুত মাৰ যায়,

ক্ৰোধ জাগে
আজি কোন চালাজাৰ,
কপিলৰ ক্ৰোধ জাগে।

মুক্তিৰ সাধনা যদিও স্ৰোতস্বিনী
সুৰধুনী, কান্দে কিয়
হাজাৰ জনতাই,
কিনো দোষত বাৰু পুলিন-লু
মুম্বাই চকুৰ পানীৰে
কিয় আঁচল তিয়াই,
আকাশৰ বুকুত
কত হুমুনিয়াহ ভাঁহে
কোনে কান্দে।

(৫২৯)

নিশাৰ এন্ধাৰৰ আঁৰে আঁৰে
কোন বাৰু আহে
বাৰীৰ চুকেৰে সোমাই
পীৰালিত কোন বহে।

আলহী বুলি (সিদিনা) আদৰিলোঁ,
দুহাত মেলি (বুকুলৈ) চপাই ল'লোঁ,
খাবলৈ দিলোঁ (মই) উলাহে মালহে,
শীতল পাটী পাৰি শুবলৈ দিলোঁ,
নিচিনি নেজানি ফেঁটীসাপ চপাই ল'লোঁ
শৰীৰ ক'লা কৰে ফেঁটীসাপৰ বিহে।

ফেঁটী সাপ মাৰিব লাগে,
বাৰীৰ চুক বাটিব লাগে,
পদূলিত জপনা দিব যে লাগে,
ওলাই আহিছোঁ লগে ভাগে
মায়ঙৰ বেজক কি কৰিব (পাৰে)
ফেঁটী সাপৰ বিহে।

(৫৩০)

গুপুত মনৰ গুপুত কথা
তোমাক কম বুলি ভাবিছোঁ,
এই দেহা, এই মন ইবাৰ
তোমাকে সপিম বুলি আহিছোঁ।

ন যুগৰ, ন বতাহ বলিছে
ন পানীৰ ঢল আহিছে
নাৰী পুৰুষ মিলি আজি
ন সমাজৰ আঁচনি কৰিছে,
সেই গতিৰ সোঁতত উটি
যাম বুলি ভাবিছোঁ।

আশাৰ পখী সোণালী ডেউকা
মেলি আকাশ ধিয়াই উৰিছে,
স্থবিৰ সমাজ ভাঙি
গতিৰ প্ৰবাহ আহিছে,
জাতি কুল নেওচি মুকলি মনেৰে
তোমাক বৰিবলৈ আহিছোঁ।

(৫৩১)

বাকলি বসন পিন্ধা
যোগসিদ্ধা ঋষিৰ পত্নী মই অহল্যা,
যৌৱনৰ সুপ্ত
কামনা মোৰ মনত কিয়নো জগালা।

পতিব্ৰতা নাৰী মই তাপসিনী,
খ্যাতি মোৰ কিয়নো নাশিলা,
আশ্ৰম বাসিনী মোৰ জীৱনৰ
পুণ্য হায় কিয়নো হৰিলা,
আশ্ৰম পালিতা, আশ্ৰম গৃহিণীৰ
মনৰ শান্তি কিয়নো নাশিলা।

অবলা, দুৰ্বলা নাৰীৰ যৌৱন
জগালা তুমি, কি খিয়াতি ৰাখিলা,

খিয়াতি নহয়, হে ইন্দ্র কলংক তোমাৰ
ধুই তুমি মুকুতি লভিলা,
ক্ষণিক ভুলৰ গ্লানি দেহত সানি
মই হ'লোঁ পাষাণী অহল্যা।

(৫৩২)

মৰম বাৰিষাৰ
এজাক বৰষুণে
মন পথাৰখনি সজাল
জীপাল কৰে,
জীয়া জীৱনৰ
কেঁচা গোন্ধে
মন বননি
উপচি পৰে।

আশাৰ কঠীয়াতলী
কামনা সেউজ সঁজাল,
বৰহমঠুৰী বুলীয়া
ওঁঠৰ ভাষা চেনেহ ৰসাল,
হৃদয় নিজৰা উপচি পৰা
বয় কুলু কুলু সুৰে।

চেনেহৰ ছঁৈ দিয়া
মৰম হেঙুলীয়া
যৌৱনৰ পানচৈ,
টৌৱে টৌৱে উটি গৈ
যুৰীয়া জীৱনৰ
মোহনা ৰচিমগৈ,
অনুৰাগ জীপাল মনৰ পথাৰ
পীৰিতি সজাল কৰে।

(৫৩৩)

দেহৰ ব্যৱসায় কৰা
নহও গণিকা মই,
বিবেক বেচোতা নতুন
গণিকা সাজিছোঁ মই।

গণিকাৰ যৌৱন হেনো
লোকৰ ভোগৰ বাবে,
মোৰ কিন্তু বিবেক বেচো
লোকৰ লাভৰ বাবে,
গণিকাৰ দৰে লাজ
মই কৰিছোঁ জয়।

বিবেকহীন অন্ধৰ
জীৱন কৰিছোঁ যাপন,
সমাজত লোভৰ বীজ
মই কৰিছোঁ ৰোপণ,
লোকৰ লাভৰ বাবে
গণিকা সাজিছোঁ মই।

(৫৩৪)

এখোজ-দুখোজকৈ
ওলাই আহিলোঁ,
ওলাই আহি পদুলি পালোঁ,
পদুলি পাই
ইফালে-সিফালে চালোঁ,
মই কেনিনো যাওঁ ভাবিলোঁ।

পদুলি মুখৰ ঠেক
আলিটি নহয় সুচল
ভৰিও নচলে,
বাটৰ হেঙাৰ মনৰ নঙলা
কোনেনো বাৰু
আঁতৰাই দিলে,
সুচল বাটপথ,
কুঁৱলী আঁতৰি গ'ল
পিছলৈ উভতি নেচালোঁ।

ঠেক আলিৰ শেষত
এয়া ৰাজবাট
সমাজৰ বৰ আলি,
সমাজৰ বল আলি,
আহল-বহল
সোণবৰণীয়া বালি,
মোৰ এই দেশ
অপৰূপ বেশ
মই দেখা পালোঁ।

(৫৩৫)

কিশোৰ ছৱাল যদিও
তুমি নোহোৱা চপল,
বহুতৰ দৰে দেশপ্ৰেম
তোমাৰ নহয় নকল।

ধিঙত মাৰিলা ৰিং
অসমে শুনিলে
গোনা ম'হে খুঁচিলে
জগতে জানিলে,
কলঙৰ বুকুত নামিলে
তেজৰে ধল।

'ধ্ৰুৱ' তুমি,লক্ষ্য
তোমাৰ স্থিৰ,
মাতৃ পূজাৰ বলি
যাচিলা শিৰ
স্থিৰ জ্যোতিৰে হ'লা
চিৰ উজ্জ্বল।

(৫৩৬)

কেঁচাই খাইতী গোসাঁনীৰ কথা
জানো শুনিছা,
জাগ্ৰতা গোসাঁনী জনাক তুমি
জানো দেখিছা।

শদিয়াৰ গোসাঁনী, শিলৰ গোসাঁনী,
এইজনা গোসাঁনী জীয়া গোসাঁনী,
কালিকা লগা, মানৱী নে দানৱী,
তুমি জানো চিনিছা?

চিনিলে নহ'ব, দেখিলে নহ'ব,
বলি বিধান লাগিব,
নৰ মাংস কলিজাৰ তেজেৰে
গোসাঁনী পূজিব লাগিব
শিলৰ গোসাঁনী আজি
দানৱী সাজিছে, বুজিছা।

(৫৩৭)

শীতৰ শেষত ফাগুন আহিব
পলাশ ফুলিব বননি শুৱাই,
কুলিয়ে মাতিব ভোমোৰা উৰিব
গাভৰু ধৰাক দিবহি জগায়।

পলাশ ফুলিলে কামনা ফুলিব
সপোন মেলিব কুমলীয়া পাহি,
ফাগুন আহিলে কুলিয়ে মাতিব
বাউলী পচোৱাই বজাব বাঁহী,
ভোমোৰা উৰিলে মন যে উৰিব
গোপন বাতৰি দিব যে বিলায়।

ফাগুন আহিলে বাঁহীটি বাজিব
আহিব মিলনৰে সুমধুৰ ক্ষণ,
ফাগুন আহিলে হেৰা, তুমিও আহিবা
জগাবা মোৰ গাভৰু মন,

শুনাবা গীত সুৰদি, দিবাহি
মধুৰ পৰশ বুলায়।

(৫৩৮)

কৃষ্টি ৰহণীয়া জীৱন
মোৰ হেঙুল বৰণ,
সৃষ্টি যুগমীয়া প্ৰাণত
মোৰ সেউজ ৰহণ।

ঐতিহ্যৰে চহকী মন
ধনাঢ্য মোৰ জীৱন,
বাৰে বৰণীয়া ৰঙে
বৰ্ণাঢ্য কৰিছে তনুমন,
জীৱনৰ লক্ষ্য মোৰ
পূজিম আইৰ চৰণ।

ৰহণীয়া কৃষ্টিৰ ৰূপ
মই দেখিছোঁ ইয়াত,
যুগ যুগে কত ৰূপে
জন্মিছোঁ আইৰ কোলাত,
আইৰে দেহত চৰাম
মই সেউজীয়া ৰহণ।

(৫৩৯)

শ্বহীদ জননী উপমা
তুলনাবিহীনা তুমি আই,
তোমাক বুজাম কেনেকৈ
আমাৰ ভাষা যে নাই আই।

নত শিৰ শ্ৰদ্ধাৰে
সন্মান জনাওঁ তোমাক হে আই,
শ্বহীদৰ দাম দিবলৈ
আই আমাৰ একো যে নাই।

এটুপি চকুলো সান্ত্বনা বাণীৰ
কি দাম আছে আই,
চকুলো দেখিলে সিহঁতে
হাঁহিব, বদনে পাব লাই।

(৫৪০)

(বৃন্দগান)

আমি হাঁহিম, আমি নাচিম,
আমাৰ হাঁহিৰে,
আমাৰ নাচোনেৰে,
আমাৰ নাচোনেৰে
ধৰণী উতলা কৰিম,
আমি হাঁহিম, আমি নাচিম।

আমি ফুল হৈ ফুলিম
আমি হাঁহি হৈ ভাঁহিম
পৰাণ উতলা কৰিম
আমি পখিলা হৈ
পাখি মেলি উৰিম
আমি হাঁহিম, আমি নাচিম।

নাচোনৰ ছেৱে ছেৱে
আমি ফুল বুটলিম
হাঁহি হাঁহি পাখি মেলি
আমি ফুল হৈ ফুলিম,
ধৰণী শুৱাই ফুলি
আমি হাঁহিম আমি নাচিম।

(৫৪১)

(বৃন্দগান)

ৰুদ্ধ দুৱাৰ আমিয়ে মেলিম,
পুৱতিৰ পোহৰৰ সতে
আমিয়ে খেলিম।

ক্ৰুদ্ধমন আমাৰ শান্ত কৰিম
ৰুদ্ধ ফল্গু আমি মুক্ত কৰিম

ৰচকী পখিলীৰ সতে
আমিও উৰিম।

অকণি যদিও আমাৰ হৃদয়
নাই ভয়, নাই সংশয়
মৃত্যু ভয় কৰিম জয়
হাঁহিভৰা ধুনীয়া ধৰা
আমিয়ে গঢ়িম।

(৫৪২)

মনৰ ডেউকা মেলি
উৰি উৰি গৈ
উদাৰ নীল আকাশ
দিগন্ত বিহীন,
হংস বলাকাৰ সতে
উৰি গৈ, পাৰ হৈ
নীলিম সাগৰ, মন হয়
বিকাৰ বিহীন।

ভবা নাই কোনো দিনে
নিজৰ কথা,
নীড়হাৰা হৈও হোৱা নাই
কোনো দিনে ক্লান্ত,
সময়ৰ গতিৰ লগত
মিলাই গতি
উৰিছোঁ যদিও, তথাপিও
হোৱা নাই শ্ৰান্ত,
ডেউকা কোবাই আকুল
আশাৰে উৰিছোঁ,
অনাই বনাই,
গতি বিৰাম বিহীন।

জানো মই এদিন হ'ব
শেষ মোৰ অনন্ত যাত্ৰাৰ
আলোক উদ্ভাসিত
হ'ব মোৰ প্ৰাণ,
এন্ধাৰো হ'ব শেষ,
শান্ত সমাহিত অন্তৰত
বাজিব সুৰ সমলয়
অমৃত গান,
দেখা পাম উদাৰ নীল
এখনি আকাশ,
পাম অনন্ত জীৱন;
অনন্ততে হ'ম বিলীন।

(৫৪৩)

মই মহিষ মৰ্দিনী
চণ্ড মুণ্ড বিনাশিনী।
মই কৃষ্ণা, মই কালী
মই কৰাল বদনী।।

সুন্দৰী তিলোত্তমা মই
সুন্দ উপসুন্দ বিনাশিনী।
উৰ্বশী মই মনোৰমা
মুক্ত বেণী যাজ্ঞসেনী।।

প্ৰেয়সী মই প্ৰেমিকা
মনোহৰা মই মোহিনী।
অনন্ত যৌৱনা মই
কামনাৰ মই কামিনী।।

মই সৃষ্টি, মই কৃষ্টি
মই প্ৰলয় কাৰিণী।
মই শক্তি, মই ধাত্ৰী
শাশ্বতা নাৰী মই জননী।।

(৫৪৪)

পাৰ হৈ আহিলোঁ
কত নিশাৰ এন্ধাৰ
সাঁতুৰি পাৰ হ'লোঁ
কত গভীৰ সাগৰ।

কত যুগ ভ্ৰমিলোঁ
আমি কতনা দেশত
কত ৰূপে সাজিলোঁ
আমি কতনা বেশত,
তথাপিও একে
ৰূপ দুয়োৰে আমাৰ।

পুত্ৰ ৰূপে জন্মিলোঁ
মই তোমাৰ গৰ্ভত
বাৰে বাৰে মুহিছো
মোক প্ৰিয়াৰ ৰূপত
তথাপিও একে বেশ
দুয়োৰে আমাৰ।

(৫৪৫)

দিনে দিনে দিন যায় বাঢ়ি
অ' মনাই আয়ু যায় টুটি,
ধন ধন কৰি ধনকে গোটালি
এতিয়া কৰ চাটি ফুটি।

হৰিক নিচিনি, হৰিক নভজি,
ধনকে ভজিলি তই,
ধনৰ কাৰণে ভকতি ত্যাজিলি
পাপক নকৰি ভয়,
অ' মনাই আয়ুস যায় টুটি
তই কৰ চাটি ফুটি।

হৰি অগতিৰ গতি, হৰি
বিনে নাই তোৰ আনগতি,
আন চিন্তা পৰি হৰি, হৰি
পদে থিৰ কৰ তোৰ মতি,
চুলিত ধৰি যমে টানে
অ' মনাই আয়ুস যায় টুটি।

(৫৪৬)

আজি মন উন্মন, জাগে
কম্পন, মৃদু মধু শিহৰণ,
প্ৰেম মানে জানা
হৃদয়ৰে কম্পন।

প্ৰেমৰ এনাজৰী
চকুৰে নমনা,
গোপন বাতৰি
মন আনমনা,
প্ৰেম মানে জানা
মধুৰ শিহৰণ।

ভোমোৰাৰ গুণ গুণ
এই মাহ ফাগুন,
বসন্তৰ আগমন
জাগে যৌৱন,
মৌপিয়া ভোমোৰাৰ
মধুৰ চুম্বন।

(৫৪৭)

প্ৰেম নহয় মাথোন
এটি শব্দ, আখৰৰ জোঁটনি,
প্ৰেম আৱেগ মধুৰ
হৃদয়ত জগায় কঁপনি।

সেউজ সুন্দৰ শান্তিৰ
প্ৰতিশ্ৰুতি সুমধুৰ গন্ধ,
মধুৰ কোমল সুখৰ
অনুভূতি প্ৰেম এটি ছন্দ,

আকাশত বতাহত বাজে
তাৰেই সুৰ আগমনী।

হৃদয় সৰসীত ফুলা
পদুমৰ কোমল পাহি,
প্ৰেম শিশু সূৰ্যৰ ওঁঠৰ
মিচিকি মধুৰ হাঁহি,
মনোবীণাৰ তাৰ কঁপাই
বাজে কোমল কঁপনি।

(৫৪৮)

পিছলি বাগৰি অহা
পাহাৰৰ শিলটিয়ে যদি,
ভাঙে ঘৰ-বাৰী ভৈয়ামৰ
তুমি বান্ধ কৰিবানো কি?
পাহাৰ থাকিলে শিল থাকিব,
শিল থাকিলে পিছলি পৰিব,
পিছলি পৰিলে ঘৰো যে ভাঙিব,
ঘৰ ভাঙিলে মনটিও বাৰু ভাঙিব নেকি?

ঘৰটি ভাঙিলে সাজিব পাৰিবা,
মনটি ভাঙিলে কিহেৰে যোৰাবা,
শিল পৰি মন ভাঙিব নিদিবা,
যুগমীয়া প্ৰীতিৰ সেতু
এটি শিলে নোৱাৰে ভাঙিব,
হাত পাতি ধৰা যদি।

(৫৪৯)

শীতল মলয়াই যায়
দুখনি চৰণ চুমি,
অসমা, সুষমা আই
ধৰণী দুহিতা তুমি।

বৰণীয়া, ৰহণীয়া ৰূপেৰে
তুমি গৰীয়ান,
গৰবিনী মৰম পীৰিতি
তুমিও মহীয়ান,
ধৰিত্ৰী দুহিতা আই
আমাৰ জননী তুমি।

শ্যামল সেউজ তোমাৰ
দেহৰ বৰণ,
পুবাৰ হেঙুলী সুৰুযে
চৰায় ৰহণ,
ৰূপে গুণে অনুপমা
আই জননী তুমি।

(৫৫০)

আমি নেঢাকো মুখ
এহাত ওৰণি তলত,
আমি নেথাকোঁ পৰ্দাৰ
আঁৰত এবুকু লাজত।

খোজে খোজে, আমি
নেখাওঁ উজুটি আৰু,
শুকান মৰুৰ প্ৰথা
কুৰি শতিকাত নচলে আৰু,
মুকলিমূৰীয়া আমি
মুছকঁছ নেযাও লাজত।

আজি ধুমুহা বলিছে
আজি প্ৰগতি ধল নামিছে
মুক্ত মুকলি বতাহ
লাগি আজি সমাজ জাগিছে,
নোৱৰা, নোৱৰা
ৰাখিব আমাক ঘৰত।

(৫৫১)

বেদ, বাইবেল, কোৰান
আমি কৰিছোঁ মুখস্থ,

ত্ৰিপিটক, জেন্দ আবেস্তা
আৰু ধৰ্মৰ বাণীও মুখস্থ।

পিছে ধৰ্মৰ মূল মহামন্ত্ৰ
আজি মানৱতাহীন
মানুহ মাথোন নহয়
যন্ত্ৰ হৃদয়বিহীন
বিভেদ অসূয়াৰে অশান্ত
সমাজ আজি অসুস্থ।

মানুহে যদি মানুহক নেপায়
চিনি, নচলে মানি,
কি লাভ কোৱা বাৰু বেদ,
বাইবেল, কোৰান মানি।
বিবেকবিহীন, মানৱতাহীন
মানুহ আজি অসুস্থ।

(৫৫২)

সময়ৰ কোবাল সোঁতত
মৃত্যু শোক যায় উটি-ভাঁহি,
নিষ্ঠুৰ সময়ে কাঢ়ি নিয়ে
শিশুৰ ওঁঠৰ কোমল হাঁহি।

সময়ৰ বুকুত সৰে কোমল
শুকুলা শেৱালি পাহি,
মাতৃৰ বুকুৰ হুমুনিয়াহ
কাঢ়ি নিয়ে সময়ে আহি।

পলে পলে, ক্ষণে ক্ষণে
সময় উৰি যায়, নেথাকে ৰাহি,
কালৰ চকৰি ঘূৰে
মহাকালে অকলে বজায় বাঁহী।

(৫৫৩)

আকাশৰ পদূলি উজলাই জোনে,
জোনাক জিলেমিলাই ৰাতি,
মনৰ পদূলি উজলাব কোনে?
গধূলিৰ আকাশ তৰা জিলিমিলি
ৰ'দ পৰি জিলিকে লুইতৰে বালি
মনৰ পদূলি উজলাব কোনে?

কাজল সনা কাৰ আকুল নয়নযুৰি
চাবনিত পৰে চেনেহ নিজৰি,
আহে কোন চুচুক চামাক কৰি, খোজে
খোজে পদুম ফুলাই কোনে?

মন দুৰু দুৰু, হিয়া উৰোঁ উৰোঁ, ফাগুন
বনত জ্বলে পলাশৰ জুই,
খোজ ভীৰু ভীৰু কোন আহে বাৰু
মনৰ বনত জ্বলে কামনাৰ জুই,
আকাশৰ পদূলি উজলাই জোনে
মনৰ পদূলিত সুহুৰিয়াই কোনে?

(৫৫৪)

অশান্ত অস্থিৰ মন
নহয় একোতে থিত্
শান্ত সমাহিত কৰা
প্ৰভু তুমি মোৰ চিত্।

মৃণ্ময় কামনা কেতিয়া
হ'ব বাৰু অন্ত
চিন্ময় ৰূপে উজলাবনে
হৃদয় দিগন্ত,
শান্ত সমাহিত হ'বনে
মোৰ অশান্ত চিত্।

মায়াময় এই জগত
সকলো অনিত্য,

চিন্ময় তোমাৰ ৰূপ
তুমিহে মাথোন সত্য,
অস্থিৰ চিত্ মোৰ
তোমাতে যেন হয় থিত্।

(৫৫৫)

কল্পনাৰ সৰগ ৰচি
বুকুভৰা আশা লৈ,
গাঁও এৰি ঘৰ এৰি
আহিছিলোঁ নগৰলৈ।

আশা মৰীচিকা খেদি
ঘূৰিলোঁ কতনা,
মিচাক সঁচা ভাবি মাথোন
ভুগিলোঁ যাতনা,
তথাপিও বৈ আছোঁ আশা
মায়াত বন্দী হৈ।

ই যেন মায়াপুৰী মায়াতে
বন্দী প্ৰতিজন,
কোনোৱে নিচিনে কাকো
নুবুজে কাৰো মন,
প্ৰাণহীন এই নগৰ
এৰি মই
যাম ঘূৰি মোৰ
চেনেহী গাঁৱলৈ।

(৫৫৬)

মিছাতে কৰা কিয়নো অভিমান,
এৰা, এৰা হেৰা মানিনীৰ মান।

তুমি হেৰা সোণ মোৰ বুকুৰ আপোন,
শাৰদী নিশাৰ মোৰ জোনাকী সপোন,
আৰু কোন হ'ব বাৰু তোমাৰ সমান।

মিছা কোৱা নাই হেৰা ফাকি দিয়া নাই,
সঁচা কৈছোঁ তুমি বাৰু কিয় বুজা নাই,
ভুল বুজি হেৰা কিয় কৰা মান-অভিমান।

(৫৫৭)

বহুদূৰ বাটকুৰি বাই আহিছে বহনা
বহিবলৈ দিলোঁ পীৰা পাৰি,
কোমল চাউল এঠাদৈৰে আথে বেথে
জলপান দিলোঁ সাজিপাৰি।

মুখৰ ঘাম মচিবলৈ দিলোঁ
চেনেহ ফুলীয়া ফুলাম গামোচাখনি,
বৰপেৰা, জপা মেলি বিচাৰি
দিলোঁ আনি হেঁপাহৰ চুৰিয়াখনি,
পীৰা তুলি, ঢাৰি তুলি মোৰে বহনা,
শীতল শেতেলিখনি দিলোঁ পাৰি।

শীতল শেতেলি মোৰে বহনা, শীতল
বিচনীৰে বা বাগৰি ভাগৰ জুৰাবলৈ
কলহ ভৰাই নাদৰ পানী দিলোঁ আনি
তোকে বহনা পিয়াহত খাবলৈ
আদৰি সাদৰি বহিবলৈ দিলোঁ মোৰে বহনা,
শুবলৈ দিলোঁ শেতেলি পাৰি।

(৫৫৮)

মোৰ বীৰ্যৰ গৌৰৱে জগত জিনিব।
মোৰ শৌৰ্যৰ সৌৰভে জগত জুৰিব।।

মোৰ কণ্ঠত শব্দৰ, সুৰৰ ঝংকাৰ।
সুৰৰ ছন্দত কঁপে আকাশ-বতাহ।।

আই তোৰ সন্তান মই অমৰ হ'ম।
সুৰৰ শিখা হৈ আকাশত জ্বলি ৰ'ম।।

গৌৰৱ জ্যোতিৰে আই ৰ মুখ উজলাম।
সৌৰভ কস্তুৰী মোৰ জগতক বিলাম।।

(৫৫৯)

অ' কুলিটি, সুস্বৰিৰে
মোক নিদিবি সোঁৱৰাই,
পাহৰা অতীত সোঁৱৰণী
তুঁহ জুই কুৰা নিদিবি জ্বলাই।

সেই কুৰা জুয়েনো দেহা পুৰি
কৰিছে ছাই,
কুঁহি কোমল আলফুলীয়া মন
লেৰেলি শুকায়,
পাহৰিব খুজিছোঁ ঐ নিদিবি
নিদিবি সোঁৱৰাই।

সোঁৱৰণী শেলে বিন্ধিছে বুকুত
হিয়া কৰে চাটি ফুটি,
যাগৈ কুলিটি নেলাগে শুনাব
তাহানিৰ গীত, কৰিছোঁ কাকুতি,
পাহৰা অতীত স্মৃতি তুঁহ জুই
হেৰ নিদিবি জ্বলাই।

(৫৬০)

এই ভাৰত পুণ্য ভূমি
চিৰ শ্যামলা,
জননী আমাৰ জন্মভূমি
সুজলা সুফলা।

উত্তৰে উত্তুংগ গিৰিমালা
জননী সাগৰ মেখেলা
সুজলা সুফলা,
ভৱভূতি, কালিদাস
কবি শিৰোমণি
মহাভাৰত, ৰামায়ণ
গীতা জ্ঞানৰ খনি
গৌৰৱ উজলা।

সভ্যতাৰ লীলাভূমি
এই ভাৰতবৰ্ষ
মৰতত ৰচোঁ স্বৰ্গ
জনতাৰ প্ৰাণত
জাগে হৰ্ষ, ৰত্নগৰ্ভা
জননী সুফলা।

(৫৬১)

ফুল, বেলপাতেৰে পতা পূজা
তাকে চাই নেযাবা ভোল,
বাহিৰৰ ৰূপ চাই কেনেকৈ
বুজিবা ভকতিৰ মোল।

বাহিৰৰ ৰূপ চাই
নোৱাৰা বুজিব স্বৰূপ,
দেহৰ সৌন্দৰ্য নহয়
হৃদয়ৰ সঁচা ৰূপ,
দেৱতাক পূজিলে কি হ'ব
মানুহৰ নুবুজিলে মোল।

দেৱতা নেথাকে হেৰা
বাহিৰৰ মন্দিৰত,
দেৱতা থাকে নৰৰূপী
নাৰায়ণ ৰূপত,
ফুল বেলপাতেৰে পূজা পাতি
নবজাবা ভকতিৰ ঢোল।

(৫৬২)

সোণ বৰণীয়া ৰহণীয়া কৃষ্টি
সেউজ বুলীয়া অসমীৰ মাটি
কতজনে মিলি ৰচিলে ঐক্যৰ ভেটি
গঢ়িলে অসমীয়া জাতি।

শনাহী মিতিৰে খহালে ঐক্যৰ ভেটি
জাতিৰ জীৱনত ঘটালে বিজুতি

বিভেদ বলিয়া হাতীয়ে
অসূয়া কৰিলে সৃষ্টি।

চেনেহৰ ছিঙা জৰী আমিয়ে জোৰাম
বিভেদ বলিয়া হাতী আমিয়ে বলাম
সংহতি সমন্বয়ৰ সেতু সাজি
আমিয়ে গঢ়িম বৰ অসমীয়া জাতি।

(৫৬৩)

ভকতি ফুলে সজাই শৰাই।
কাতৰি মাতিছোঁ তোমাক আই।।

ৰমা তুমি বিষ্ণুপ্ৰিয়া জননী।
নিজ গুণে তুষ্ট হোৱা গোসাঁনী।।

কমল আসনা আই কমলা।
দুখীয়া নিচলা নকৰা হেলা।।

গধূলি বেলি জ্বলাই চাকিটি।
মাতিছোঁ আই কৰিছোঁ মিনতি।।

(৫৬৪)

মোৰ দেশৰ আকাশত
তৰাৰ দীপালী,
পুৱা আকাশত জ্বলে
সূৰুয সোণালী।

মোৰ দেশৰ পথাৰ শুৱাই
সৌ সোণালী ধাননি,
শাল-সোণাৰুৱে ভৰা
মোৰ দেশৰ হাবি-বননি,
গছ বন পাতৰ ফাঁকত
জ্বলে সূৰুয সোণালী।

মোৰ দেশ চিৰ সঁজাল
চিৰ সেউজ বৰণীয়া,
মোৰ দেশ মহামিলনৰ
ক্ষেত্ৰ তীৰ্থ যুগমীয়া
নিতে শুনো প্ৰণৱ ওংকাৰ
জ্বলে সূৰুয সোণালী।

(৫৬৫)

দুটি মনৰ মিলন
মধুময় প্ৰীতি।
মন পদূলিত কোনেনো
পুতিলে খুঁটি।।

মধুময় প্ৰেমৰ
মধুৰ অনুভূতি।
কিয়নো আজি ঘটিল
বিৰহ বিজুতি।।

ব'হাগ বনত জ্বলে
পলাশৰ জুই।
কেতেকী বনত ফেঁটী
সাপ আছে শুই।।

ওফোন্দ পাতি কিয়নো
থাকা গোঁজ পুতি।
গোঁজ পুতি খোজে প্ৰতি
খোৱা যে উজুটি।।

(৫৬৬)

মহাত্মাই কৈছিলে অসমীয়াৰ
সমান কোনো নাই,
উচ্চ নীচ বিভেদ কলি নিচিনে
কোনো অসমীয়াই।
মহাত্মাই কৈছিলে 'অসমক
দিবলৈ মোৰ কি আছে?'
সংহতিৰ মহামন্ত্ৰ
অসমীয়াই ভাৰতক যাচে

অস্পৃশ্যতা মহাব্যাধি
নিচিনিলে কোনো অসমীয়াই।

মহাত্মাই কৈছিলে অসমীয়া
মহিলা কাজী শিপিনী,
লখিমী গৃহিণী মুকলি
মুৰীয়া পথাৰৰ দাৱণী,
প্ৰীতি যুগমীয়া ঐক্যৰ সেতু
ৰচিব অসমীয়াই।

(৫৬৭)
আয়ে কৈছিলে, "হেৰ,
এন্ধাৰ নেথাকে সদায়
দুখৰ পিছত আহিব
সুখ, দিন সমানে নেযায়।"

আঁউসীৰ এন্ধাৰৰ শেষত, ৰূপালী
জোনাকে ধৰণী ধুৱাই,
ধুমুহা গাজনিৰ শেষত, জিল্‌মিল্‌
সোণালী ৰ'দে ধৰণী শুৱাই,
নিশাৰ ঘনঘোৰ এন্ধাৰ
নেথাকে সদায়।

আয়ে কৈছিল তই
নেকান্দিবি বাচা মোৰ,
এন্ধাৰ হ'ব শেষ, পোহৰে
উজলাব মুখ তোৰ,
নিয়তিৰ হ'ব পৰাজয়,
দুখ নেথাকে সদায়।

(৫৬৮)
নিশাৰ এন্ধাৰ আঁতৰিলে
আকাশ হেঙুলী হয়,
সোণালী সাজেৰে ৰহণীয়া
ধৰণী ধুনীয়া হয়।

মনৰ এন্ধাৰ আঁতৰিলে
অন্তৰ পোহৰ হয়,
অন্তৰ পোহৰ হ'লে হেৰা
জীৱন জিলিকি ৰয়।

জিলিকা জীৱনৰ পদূলি
মুকলি মুকলি হয়,
মুকলি পদূলি মূৰত
হেনো কেতেকী ফুলি ৰয়।

সেইনো কেতেকীৰ সুবাসে
জীৱন মধুৰ হয়,
মধুৰ জীৱনৰ ছন্দেৰে
বাজে সুৰ সমলয়।

(৫৬৯)
যেনিয়ে চাওঁ তেনিয়ে
দেখোঁ ফুলৰ হাঁহি,
কাণ পাতিলে শুনো
মাথোঁ ব'হাগৰ বাঁহী।

ব'হাগ যেন এটি সুৰ
সুৱদি সুৰীয়া,
পীৰিতি বুলীয়া ব'হাগ
মন জুৰণীয়া,
ফুলাম বহাগে হাঁহে
কেতেকী ফুলীয়া হাঁহি।

কেতেকী ফুলীয়া ব'হাগ
আকউ আহিছে,
পীৰিতি সুৰীয়া গগনা
আকউ বাজিছে,
কুলিয়ে মাতিছে পদূলিত
বাজিছে বাঁহী।

(৫৭০)

ৰিক্ত জনৰ প্ৰাণৰ ব্যথা
জানা জানো তুমি বন্ধু?
সিক্ত চকুৰ লোতক ধাৰা
দেখিছানে তুমি বন্ধু?

তুমি হয়তো নেজানা হিয়া
ধুনি কান্দে কত জনে,
হয়তো নেজানা, নীৰৱে
চকুলো মচে কত জনে,
স্তব্ধ কণ্ঠৰ বিননি নুশুনা
নেকি তুমি হে বন্ধু?

এই ধৰা যেন ৰুদ্ধ কাৰা
ৰুদ্ধ কত শত জন,
যুগে যুগে দেশে দেশে কান্দে
কত মূক জনগণ,
সেই সকল ব্যথিতৰ ব্যথা
তুমি বুজানে বন্ধু?

(৫৭১)

নীলগগন জুৰি কঁহুৱা কোমল
মেঘৰে মেলা,
মন আকাশখনিত ৰঙীন কত
ভাৱৰে মেলা।

মই যেন জোনৰ কাষৰ
এটি তৰা আকাশৰ,
মই যেন জোনৰ পোহৰ
এটি সুৰ সপোনৰ,
সুৰে সুৰে উটুৱাই দিও মোৰ
কল্পনাৰ ভেলা।

মন মোৰ কঁহুৱা কোমল
আকাশ ধিয়াই উৰে,
হিয়া মোৰ তাতোঁকৈ কোমল
ৰঙকে বিচাৰি ফুৰে,
নিতে খেলোঁ ৰঙৰে খেলা
উটি যায় সুৰৰে ভেলা।

(৫৭২)

মেলে শতদল প্ৰস্ফুটিত কমল।
যৌৱন সৰসীত ৰূপে জলমল।।

গুণ্ গুণ্ গুঞ্জন উৰে মধুকৰ।
লাজ লাজ চাৱনি দুটি নয়নৰ।।
(মৌন মুখৰ ভাষা নীৰৱ মুখৰ।।)

অনুৰাগ সঘন বুকুৰ মাজত।
শিহৰণ পুলক দেহৰ ভাঁজত।।

মৃণাল কোমল তনু ক্ষণে বিহ্বল।
কামনা অধীৰ যৌৱন টল্‌মল্।।

(৫৭৩)

ফলে ফুলে উপচি পৰা
মোৰ এই দেশ,
ৰসে পমে বৈ যোৱা উৰ্বৰা
মোৰ এ' দেশ।

ধনে ধানে উভৈনদী
দেশৰেনো ভঁৰাল,
শাল, তাল, সোণাৰু গজা
মাটিও ৰসাল,
সেউজ বৰণীয়া পনীয়া
সোণৰ দেশ।

কোঁচ, কছাৰী, ভূঞা কত
জাতি- উপজাতি,
ৰাজবংশী, ৰাভা মিলি
আছে সমাজ পাতি,

সংহতিৰ মহান তীৰ্থ
মোৰ এই দেশ।

(৫৭৪)

আইলাপচু, আইলাপচু,
অ' মোৰে আই,
আমি এনাই কতো
দেখা নাই।

আপা গিলাই আপিৰ দৰে
কাপোৰ পিন্ধে,
কঁকাল হালে-জালে
খুপি খুপি ফুৰে,
চোনো, পাউডাৰ
ঘঁহে মোৰ আই।

হায়, হায় কি
দিন পৰিল
আপা আপি
চিনবা নৰি,
হৰি মোৰ কি
দিন আহিল
আপী গিলাই ঠেঙা
পিন্ধি ফুৰে ঘূৰি।

আইলাপচু, মোৰ
আই আইলাপচু
এনাই কতো
দেখা নাই।

(৫৭৫)

বিপদ-বিঘিনি নেওচি,
ওলাই আহিছোঁ,
সৃষ্টিৰ, কৃষ্টিৰ, ৰণুৱা
সাজেৰে সাজিছোঁ।

আমাৰ সৃষ্টিৰে আইক
সজাই তুলিম,
আমাৰ শক্তিৰে আইক
জগাই তুলিম,
আই তোৰ গা চুই আমি
শপত খাইছোঁ।

পুৰণিক ভাঙি আমি
নতুনকৈ গঢ়িম,
ৰূপহী ৰূপেৰে আইক
সজাই তুলিম,
বনুৱা হ'লেও ৰণুৱা
সাজেৰে সাজিছোঁ।

(৫৭৬)

জননী, জন্মভূমি হে
মোৰ স্বদেশ,
তাহানি ইয়াতে হৈছিল
সভ্যতাৰ প্ৰথম উন্মেষ।

এই দেশ মহাকাব্য
কবিৰ দেশ
এই দেশ সাহিত্য
সংস্কৃতিৰ দেশ
মহীয়সী জননী মোৰ
এই দেশ।

জ্ঞান, বিজ্ঞানৰ জননী
জন্মদাত্ৰী
শান্তি, মৈত্ৰী মানৱতা
প্ৰেমৰ ধাত্ৰী
মোৰ প্ৰেৰণাৰ উৎস
এই দেশ।

(৫৭৭)

কি হ'ব ভাগ্যক ধিয়াই আৰু
যি হ'ব লগা আছিল হ'ল বাৰু।
নিজৰ ভাগ্য নিজৰ হাতত
সংসাৰী ভোগে কৰ্মৰ দোষত,
ভাগ্যক ধিয়াই কি হ'ব বাৰু।

নিজৰ হাতেৰে ভাগ্যক গঢ়া
লোকৰ মুখলৈ চাবলৈ এৰা
ভাগ্যক দুষিলে নহ'ব আৰু।

(৫৭৮)

কলীয়া ভোমোৰাৰ সপোন
সুদূৰপ্ৰসাৰী দৃষ্টি,
তাহানি শিলঘাটত পুতিছিল
শিলৰেনো খুঁটি।

সেইনো সপোন কুৰি শতিকাত
ফুল হৈ ফুলিল,
অ' হেৰা নাৱৰীয়া কাই তোৰহে
দিন উকলিল
প্ৰযুক্তি বিজ্ঞানৰ অৱদান
ই অভিনৱ সৃষ্টি।

কলীয়া ভোমোৰাৰ সপোন
দিঠক হ'ল,
পাৰাপাৰ দিনে নিশাই অহা-যোৱা
সুচল হ'ল,
ধন্য হে, কলীয়া ভোমোৰা,
ধন্য তোমাৰ দূৰ দৃষ্টি।

(৫৭৯)

নিশাৰ এন্ধাৰ
শেষ হোৱা নাই,
পুৱালি পোহৰ
ওলোৱা যে নাই।
কিয়নো বাৰু
উচ পিচ্ কৰিছা,
এতিয়াই কিয়নো
যাব খুজিছা,
হাতীপটি তৰা
মাৰ যোৱা নাই।

হেৰা প্ৰিয়তম
এপলক ৰোৱা,
বুকুতে মুৰ থৈ
এপলক শোৱা,
নিশাৰ এন্ধাৰ
শেষ হোৱা নাই।

(৫৮০)

মই হেনো এটি পপীয়া তৰা
খহি পৰা, আকাশৰ পৰা,
অনাই বনাই ঘুৰি ফুৰা,
মই হেনো এটি অঘৰী ল'ৰা।

যুগে যুগে ভ্ৰমিলোঁ কত দেশ
পাতিলোঁ কত যে ঘৰ,
সেই ঘৰ এৰি আহিছোঁ
ওলাই, মই চিৰ যাযাবৰ,
বংশ পৰিচয়হীন অঘৰী
মই মানুহৰ ল'ৰা।

মাটিয়ে মাতৃ মোৰ, বিশাল
আকাশে কৰিছে পিতৃত্বদান,
মানৱতা প্ৰেমেৰে মোৰ
জীৱন চিৰ মহীয়ান,
নহও অঘৰী যাযাবৰ
মোৰ ঘৰ এই বিশাল ধৰা।

(৫৮১)

পবিত্ৰ অন্তৰ মোৰ, মন
মোৰ হোৱা নাই বিধুতি,
হ'লো হীনা অহল্যা মই,
কাহানিও নহও অসতী।

বিৰূপ বিধাতা, নুবুজিলোঁ
ছলনা দেৱতা ইন্দ্ৰৰ,
ছায়াকে কায়া বুলি ভাবি
হেৰুৱালোঁ শুচিতা দেহৰ,
অশুচি হ'ল যদিও দেহা,
মনেৰে (মই) নহও বিধুতি।

কুল নাৰী, মই কুলবধূ,
নহওঁ সংযমবিহীনা,
গণবধূ হোৱাৰ নাই মোৰ,
কোনো গোপন বাসনা,
কামনা দগ্ধ যদিও দেহা
মন মোৰ হোৱা নাই বিধুতি।

(৫৮২)

সুৰ নে অসুৰৰ এই ধিতিঙালি
কিমান সহিবা।
দৈত্য নে দানৱৰ অত অতপালি
কিমান সহিবা।।

মানুহ নামধাৰী দানৱৰ সতে
কিমান যুঁজিবা।
দেৱতা ভাবি অপদেৱতাৰ পূজা
কিমান কৰিবা।।

চাপৰিলে মেঘ আঁতৰি নেযায়
তাকে ক'লোঁ বুজিবা।
কাঁইটেৰেহে কাঁইট উলিয়াব পাৰি
ক'লে শুনিবা।।

অন্যায় দেখি তুমি হাত সাবটি
কিয়নো থাকিবা।
দৈত্য দানৱৰ সতে লাগিলে তুমি
অকলে যুঁজিবা।।

(৫৮৩)

এখনি আকাশে ৰাখিছে
ঢাকি এই পৃথিৱীখন
একেই মানুহ পৃথিৱীৰ
অধিবাসী প্ৰতিজন।

তথাপি কিয়নো দেশে দেশে
ক্ষুদ্ৰ সীমাৰ ব্যৱধান,
মানুহৰ মাজত কিয়
বিভাজন বিৰাজমান,
পৃথিৱী বুকুত হিংসাৰ
অগনি জ্বলে প্ৰতিক্ষণ।

মানুহে মানুহৰ কণ্ঠ চেপি
কৰে কিয় ৰুদ্ধ,
মানুহৰ মানৱতা জানো
দেশৰ সীমাতে আবদ্ধ,
মাথোন স্বাৰ্থৰ সংঘাত
অৰিয়াঅৰি প্ৰতিক্ষণ।

(৫৮৪)

মোৰ আইৰ হাতৰ পৰশত
ইমান শীতলতা।
মোৰ আইৰ হৃদয় ভৰি আছে
মৰম কোমলতা।।

মোৰ আইৰ দুচকুত কিহৰ
ইমান ব্যাকুলতা।
মোৰ আইৰ চকুত জ্বলে
ভকতিৰ প্ৰদীপ শলিতা।।

মোৰ আইৰ উদাৰ বুকুত
সাগৰৰ গভীৰতা।
কুশল কামনাৰ মূৰুতি আই,
আকুল আকুলতা।।

আই মোৰ চেনেহ নিজৰা, শান্ত
শান্তিৰ শীতলতা।
চেনেহ, ভকতি, শান্তিৰ ত্ৰিধাৰা
প্ৰেমৰ পৱিত্ৰতা।।

(৫৮৫)

মন মোৰ কুঁৱলীয়ে ঢকা
নিশাৰ গভীৰ নীৰৱতা,
অন্ধ মোৰ দুচকু, মনত
যুগৰ আবিল আবিলতা।

মন সেমেকোৱা কুঁৱলীৰ
ঢাকনী কোনেনো আঁতৰাব,
দেহৰ পংকিলতা, মনৰ আবিলতা
কোনেনো মচিব,
অস্থিৰ অশান্ত হৃদয়ত
মোৰ এসাগৰ চঞ্চলতা।

এই দেহলৈ ব্যস্ত জীৱনৰ
মুখৰতা আহিবনে আৰু,
পংকিল জীৱন মোৰ কাহানিৰ
পৱিত্ৰ হ'বনে বাৰু,
দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে মোৰ শতাব্দী
জোৰা অলস অলসতা।

(৫৮৬)

দুগ্ধৱতী মোৰ আইৰ বুকুৰ
অমৃত কৰি পান,
ধন্য হ'ল, কত শতজন
মৃতপ্ৰায় কত প্ৰাণ।

ফলৱতী বৃক্ষৰ ডালত
জিৰণীয়া কত পখী,
সুৱদি সুৰীয়া গীত মাত
বাৰে বৰণীয়া পাখি,
স্নেহময়ী আইৰ আদৰৰ
আলসুৱা সন্তান।

পুত্ৰৱতী আইৰ গৰ্ভত
কতজন জনমিলে,
আৰু কত শতজনক আয়ে
বুকুলৈ চপাই ল'লে,
শস্যৱতী আই মোৰ, ফলে
মাণিকী-মধুৰি ধান।

(৫৮৭)

ৰক্তাক্ত একাশীৰ বুকুত কবৰ
দিলোঁ আমাৰ হতাশাবোৰক,
কবৰ দিয়া নাই আমাৰ
সংগ্ৰামী মন, আমাৰ আশাক।

এন্ধাৰৰ কুঁৱলী আঁতৰাই বিৰাশী
আহিছে এজাক সোণালী ৰ'দ হৈ,
সংগ্ৰামী অতীতৰ সোঁৱৰণী সংগীত
বাজে আমাৰ বুকুত সোণালী
আশা হৈ, দানৱীয় দমনৰ ৰক্ত ৰঙা
ইতিহাসে তাকে সোঁৱৰাই আমাক।

নিষ্ঠুৰ একাশী, ৰাজীৱ, নৰেন,
ভূধৰৰ ৰক্তেৰে ৰঙীন একাশী,
মাতৃৰ চকুলোৰে সিক্ত স্মৃতি তিক্ত
তোমাক জনালোঁ বিদায়হে একাশী
উষাৰ হেঙুলী সূৰুয যেন সোণালী,
স্বাগত জনালোঁ বিৰাশীক।

(৫৮৮)

লীলাময় তোমাৰ মহিমা অপাৰ,
মূঢ়মতি মই নুবুজোঁ একোকে তাৰ।

শূন্য মন মোৰ নাই পুণ্যৰ সঞ্চয়
তোমাৰ নামেৰে পূৰ্ণ যে মোৰ হৃদয়,
পাপ পুণ্যৰ কিয়নো কৰিম বিচাৰ।

হৃদয়ৰ শূন্যতা তুমি কৰিবা পূৰ্ণ,
মনৰ অহংকাৰ তুমি কৰিবা চূৰ্ণ,
মূঢ়মতি মই নুবুজোঁ নকৰোঁ বিচাৰ।

(৫৮৯)

ক'লীয়া মেঘে আকাশ ঢাকিছে।
জোনৰ মুখৰো হাঁহি যে হৰিছে।।

শাৰী শাৰী চিতা জুই জ্বলিছে।
আজি মৰণৰ হাট বহিছে।।

পদূলিত দেও ভূতে নাচিছে।
আজি শগুণে সবাহ পাতিছে।।

উমি উমি তুঁহ জুই জ্বলিছে।
শোকৰ অগনি হিয়া পুৰিছে।।

(৫৯০)

বাটৰ দাঁতিত ফুলা
মই যে মৌচুমী ফুল
কিয়নো বিচৰা হেৰা
মোৰ জাতি কুল।

গোলাপেহে কি ফুলনিৰ
শোভা বঢ়ায়,
কেতেকীয়ে কি অকলে
সুৰভি বিলায়,
কিয়নো বিচৰা হেৰা
মোৰ জাতি কুল।

দেহৰ ভাঁজত মোৰ
ৰূপৰ গৌৰৱ
মনৰ মাজত আছে
সুৰভি সৌৰভ
বাৰে বৰণীয়া মই যে
মৌচুমী ফুল।

(৫৯১)

গাঁৱৰ ল'ৰা সি নাম তাৰ শলীয়া,
মৰকীয়া হালৰ হালোৱা
তিনিসাজ লঘোণীয়া।

গাঁৱৰ ছোৱালী নাম তাইৰ জেতুকী,
কামত কাজুৱা আৰু হেনো ৰচকী,
এই ব'হাগতে হেনো পাতিছে বিয়া।

পিছে তাইৰ শলীয়ালৈ যাবৰে মন,
বিয়া পাতিবলৈ শলীয়াৰ নাই ধন,
টিলিকি আমৰ তলত
দুয়োজন লগ হ'ল
দুপৰ নিশা জেতুকী
ঘৰ এৰি পলাই গ'ল,
কোন বাৰু জগৰীয়া
জেতুকীনে শলীয়া
নে যৌৱনহে বলিয়া?

(৫৯২)

জয়াৰ জননী আই অ'
আই মোৰ, তই সেউজী শুৱনি,
ত্যাগৰ মহিমা তোৰ
বয় জগত বিয়পি,

আই মোৰ চেনেহী,
কামাখ্যা গোসাঁনী শকতি ৰূপিণী।

আই তই মোৰ জাগ্ৰতা গোসাঁনী
মানাহে পখালে চৰণ দুখনি
জবা ফুলে শুবনি
আই তই লখিমী।

(আই তই) সোণালী ধানৰে থোক,
ল'বি মোৰ ভকতি-প্ৰণতি,
লাচিত মূলাৰো জননী
অপৰূপ সাজেৰে সজাই তোক
আই কৰিম জগত শুবনি।

(৫৯৩)

আই অ' আই, জুইৰ তাপ নাই,
এই বেলি মেজিৰ পোহৰ নাই।

আই অ' আই
তই জানো দেখা নাই,
কোনো ওলাই অহা নাই।

দহি দহি ক'লা পৰা
অঙঠাৰ তাপ নাই,
মেজিতলিত যোৰ হিলৈ
ফুটা নাই,
ম'হ যুঁজ, কণী যুঁজ পতা নাই।

ভোগালীৰ ভোগ
কোনেনো হৰিলে,
আই তোৰ মেট মৰা
ভঁৰাল কোনে লুটিপুতি নিলে,
ভোগালীক কঙালী কৰিলে
ঘৰতে আলহী হোৱা

আই তোৰ সন্তানে
কান্দে ইনাই বিনাই।

(৫৯৪)

আই মই তোৰেই সন্তান,
আই মই তোৰেই সন্তান,
সাধনাৰ মন্ত্ৰেৰে দীক্ষিত মই,
নিতে কৰোঁ অগ্নিস্নান।

মন্ত্ৰপূত মোৰ এই জীৱন,
বৃহন্নলা ৰূপী ময়ে মধ্যম পাণ্ডৱ,
কৃষ্টি ৰূপী কৃষ্ণ মোৰেই বান্ধৱ,
পলকতে কৰোঁ জয় কুৰুক্ষেত্ৰ মহাৰণ,
বীৰ্যবান, শৌৰ্যবান আই
মই তোৰেই সন্তান।

(৫৯৫)

হেৰা, শিল্পী সুৰকাৰ
তুমি জানো শুনা নাই,
তুমি জানো দেখা নাই
তোমাৰে মাতৃ, তোমাৰে ভাতৃ
নীৰৱে ভুগিছে কতনা নিকাৰ।

দুখুনী মাতৃয়ে কান্দে
তোমাৰ মুখলৈ চাই,
উচুপি উচুপি কান্দে
তোমাৰে সহোদৰ ভাই,
তথাপি তুমি কিয়
নীৰৱ নিমাত,—
সুৰৰ অগনি জ্বলোৱা নাই,
তুমি জানো নোহোৱা শিল্পী
তুমি জানো নোহোৱা বিপ্লৱী
শিল্পী সুৰকাৰ।

(৫৯৬)

*(কপকৌৱৰ প্ৰতি ক্ষমা প্ৰাৰ্থনাৰে)*

গংগাৰ পাৰৰে সৌবোৰ বুঢ়া
মৰিবলৈ ভয় পাই।

মন্ত্ৰিত্ব যুঁজৰ জুইশালৰ
নমোৰা ফুটছাই চাই
পৰীয়াইঁতো যদি কাষতে থিয় হৈ
ভয়তে ভৰি কঁপাই,
(থৰ লাগি ৰয়)
বুঢ়া সবে মিলি
হাত মোহাৰি
তেলেৰে চৰণ দিব যে ধুৱাই।

তাহানি ভিনীহিয়ে এৰি থৈ যোৱাৰে
পৰা বাই ঐ মোৰ
পদ মৰ্যাদাৰ ভোগ বাসনাৰ
ঘটিছে উন্নতি তোৰ।

কোনোবা দুৰ্মুখ মূৰ্খই নসহিলেও
একোকে নকয় বুঢ়াই,
আজি বুঢ়াইঁতে চৰণ চুই কৈছে
মোহাৰ ফেচ্‌কুৰি মোৰে ঐ বাই।

(৫৯৭)

আই নেজান নে তই,
ডলাৰ বগৰী যে মই,
শুকান বগৰীৰ দৰে
বাগৰি বাগৰি
পদবীৰ লোভত পৰি
সুৰুঙা বিচাৰি (খোচাৰি)
গংগা যমুনাৰ পাৰে পাৰে
লৰৰি ঢাপৰি,
ঘূৰিলো কতনা।
উপলুঙা সহিলোঁ কতনা
ভুগিলোঁ যাতনা,
তথাপি ভাগৰি পৰা নাই
বাগৰি ফুৰিছোঁ মই।

আই মিছাতে কান্দিছ তই,
ভয় নকৰিবি আই,
বেজিৰ কাণেৰে সৰকি
আহিম আই,
কাণ কটা যে মই।

(৫৯৮)

তামোল সেলেঙি লগা নেচাও
মুখখনি তোৰ
দূৰণিত আছে অপৰূপা
গোসাঁনী মোৰ।

গোসাঁনী মোৰ জাগ্ৰতা
ৰণ ৰংগিনী
ঐশ্বৰ্য বিভূতি আৰু
ক্ষমতা দায়িনী,
তেওঁৰে চৰণ ছত্ৰৰ ছায়াত
ধন্য হয় জীৱন মোৰ।

নেলাগে, নেমাতিবি, নোবোলোঁ
তোক আই,
নোৱাৰ দিবলৈ তই মোক
ধন ঘটাৰ উপায়,
জনম দায়িনী হ'লেও নহ'বি
তই মোৰ আই।

(৫৯৯)

আই তই মোক আজি
নকৰিবি তিৰস্কাৰ,
মই কৰিব খোজা নাই
বিদেশী বহিষ্কাৰ।

মই মাথোঁ বিচাৰিছোঁ
বিদেশীৰ ভোট
আৰু মন্ত্ৰীৰ আসন
তাৰ বাবে নীৰৱে
গণিছোঁ দিন ক্ষণ।

জগতে জানে মোক
বিদেশীৰ চৰণ সেৱক
বিভীষণ বুলি
ঘৰ বৈৰী বুলি মোক
আই তই নেপাৰিবি গালি।

গোজে গজালি হয়
তই জানো নেজান আই.
উৰি-আহি জুৰি বহি
কত জনে ৰাজপাট খায়।

মই কৰিছোঁ সন্ধান
সেই সুযোগৰ
আশীৰ্বাদ কৰ আই
আশীৰ্বাদ কৰ
নকৰিবি তিৰস্কাৰ।

(৬০০)

গেন্ধেলা বৰুৱাৰ পুত্ৰ মই
নহও মণিৰাম পিয়লী,
লোকে কয় মই হেনো এক
ধূৰ্ত টেটোন তামুলী।

তামুলী হ'লেও মই নলও হাঁচটি,
ভেমত ওফন্দি থাকোঁ,
কঁকাল ঘূৰাই নাচোঁ,
লোকৰ মূৰত কঁঠাল ভাঙি
মাছে ভাতে খাই আছোঁ
(ভোগালী পাতো)
শূল চাঁচো মই
ফুৰোঁ হুল পুতি।

গেন্ধেলাৰ পুত্ৰ মই
টেটোন তামুলী
চিনিপায় লোকে মোক
নোম টেঙৰ বুলি।
(টেটোন তামুলীৰ কথা এইমানে থ'লোঁ,
নৰকী শনাইীৰ কথা যি জানো ক'লোঁ।)

দায় দোষ মোৰ নধৰিবা জগৰ
নাম প্ৰসাদ বিলাই ফুৰা
মই বিলনীয়া, নহও কাৰো যে লগৰ,
ৰাইজৰ আশিস মই
শিৰত লওঁ তুলি।

(৬০১)

মৰমী চেনেহী লাৱণি মুখেখনি
তোৰ আই,
চাওঁ মানে আই মোৰ হেঁপাহ নপলায়।

তোৰ কোলাতে উপজিলোঁ আই,
তোৰ চেনেহ পৰশ পাই
মোৰ জীৱন ধন্য যে হয়,
লাৱণি মুখেখনি তোৰ আই।

সেউজীয়া সাজেৰে শুৱনি,
লখিমী আই মোৰ লাৱণি,
জেতুকা বুলীয়া হাত,
সুৱদি সুৰীয়া মাত,
মুগা ৰিহা মেখেলা শুৱাই গাত,
চেনেহ নিগৰা মুখেখনি তোৰ
চাই মোৰ হেঁপাহ নপলায়।

(৬০২)

আই তোক পিন্ধাম বুলি
গাঁথিছিলোঁ যি মালাধাৰি
মাহী আয়ে পাই থপিয়াই
দুভৰিৰে পেলালে মোহাৰি।

আই তোৰ মন্দিৰত
জ্বলাম বুলি সজোৱা
সেইনো চাকিটি
মাহী আয়ে ফু মাৰি দিলে নুমুৱাই,
থাপনাৰো ফুল দিলে দলিয়াই,
কিহেৰে পূজিম তোক আই
কিনো পিন্ধাম অ' মোৰ আই,
শূন্য হাত, এন্ধাৰ মন্দিৰ যদিও
শেষ হোৱা নাই হিয়াৰ ভকতি।

জগতে জানে আই
সতিনীৰ পোক ঘিণ কৰে
মাহী আই
তোৰ সন্তান মই নহও
অজীনপাতকী, নহও অগুণকাৰী।

(৬০৩)

অ' বোলোঁ আইহঁত
অ' বোলোঁ বাইহঁত,
বাঘিনী ওলাইছে
ঘৰতে থাক
দুৱাৰ জপাই।

ঢেঁকীয়াপতীয়া বাঘিনী এজনী
আহিছে নামি পাহাৰ বগাই,
তেজৰ সোৱাদ পোৱা এইজনী
বাঘিনী, জোপ লৈ আছে ছল চাই।

পতীয়াপতি গা তাইৰ
তীক্ষ্ণ সন্ধানী দৃষ্টি
আকোৰা নখ দহোটি
বাকোৰা হাতোৰা দুটি
ভৈয়ামলৈ নামি আহি
কৰিছে ত্ৰাসৰে সৃষ্টি,
বনৰে ৰাণী তাই
চিকাৰ বিচাৰি জোপ লৈ
আছে দাঁত নিকটাই।

এইজনী বাঘিনী
তৰাইৰ বাঘিনী
ছুৱালহাৰা বলিয়া বাঘিনী,
ধান খাই সোৱাদ পোৱা বাঘিনী,
বাঘিনী ধৰিবলৈ চিটিকা ফান
বাঘ জাল কতেনো পায়।

(৬০৪)

মোৰ ধমনীত বয় যি ৰক্তৰ সোঁত
সেই সোঁত বয় তোমাৰে সিৰত,
প্ৰবাহিত হয় হেৰা তোমাৰো দেহত।

আমি সহোদৰ ভাই, একেজনী
আই অসমী আমাৰ—
একে ঔৰসজাত আমি
লুইতে পিতৃ আমাৰ—
তোমাৰ ঢোলৰ ছেৱেৰে
মোৰ পেঁপাৰ সুৰেৰে
ব'হাগীক আদৰো আমি
এডালি আঁহতৰ তলত।

আঘোণৰ পথাৰৰ মাণিকী-মধুৰি
আমি চপাওঁ একেলগে,
মাঘত ভোগালী পাতো, উৰুকাৰ
ভোজ খাওঁ লগে ভাগে—

যুগমীয়া পীৰিতি সাঁকো
ৰচোঁ আমি মেজিৰ পোহৰত।

(৬০৫)
বাৰী দুখুনীৰ জীয়ৰী,
নাম তাইৰ চেনিমাই,
এসাজ লঘোণে
থাকে এসাজ খাই।

দুপৰীয়া আখল জ্বলাবলে' যায়
খৰি বিচাৰি নেপাই,
দেউতাৰ বাৰীত খৰি লুৰিবলৈ
যাই চেনিমাই।

খৰি লুৰি থাকোঁতে
বোপা দেউতাই দেখা পাই,
চুচুক চামাককৈ ওচৰ চাপি যায়,
মনৰ কুবাসনা জনাই,
কথা শুনি চেনিমাই
উঠিল উচপ খাই।

দুখুনী হ'লেও তাই
যৌৱন সাঁচতীয়া ধন
হেৰুৱা যে নাই,
সেয়ে তাই খৰি এৰি
ফোঁপাই জোপাই ঘৰলৈ বুলি
লৰ দিলে ভিৰাই।

(৬০৬)
পদূলিত ৰলোঁ
নাহৰৰে পুলি
নাহৰ ফুলিলে,
পদূলি শুৱালে
চিনাকি বাটেৰে
তুমি আহিবা বুলি।

নাহৰ ফুলিলে
পদূলি শুৱনি কৰি
সুবাস উৰিলে
যৌৱন উতলা কৰি,
সাজি কাচি ৰৈ আছোঁ
তুমি আহিবা বুলি।

গধূলি যে হ'ল সময়
বাগৰি উকলি গ'ল,
আকাশৰ বেলি বাঁহনি
পাৰ হৈ নেদেখা হ'ল,
মই ঠাইতে থিয় হৈ আছোঁ ৰৈ
তুমি আহিবা বুলি।

(৬০৭)
মই পাহাৰী নিজৰা,
শিলনিৰ বুকুফালি
ওলাই আহি,
পাহাৰৰ গা বগাই
নামো হাঁহি হাঁহি,
মই সুৰৰ নিজৰা।

মোৰ বুকুত উঠে কত
আশাৰেনো ঢৌ,
ঢৌৰে ঢৌৰে নাচে হিয়া
কৰে থৌকি বাথৌ।

কুলু কুলু সুৰে ৰচোঁ
মই মিলন সপোন
বুকুত সাবটি লোৱা শিলনি
মোৰ নহয় আপোন,
নিজতে মগন মই
আপোন পাহৰা।

(৬০৮)

কিয়নো কান্দিছ আই তই,
কিয়নো কান্দিছ আই,
লাচিত নেথাকিলে কি হ'ব
মই জীয়াই আছোঁ অ' আই।

লাচিতৰ নাতিৰ নাতি—
আছে কত পৰিনাতি—
তোৰ কাণসমনীয়া আছে
কত পো—
আৰু জয়া যেন
জীয়ৰী সতী,
কোনো যদি নাহে ওলাই
অকলে যুঁজিমে আই।

কবচ কাপোৰ নেলাগে মোক
অহিংসা মোৰ ধৰ্ম,
নিয়াই যুঁজৰ সৈনিক মই
সত্যই মোৰ বৰ্ম
দুষ্কৃতি বিনাশিবলে কৃষ্ণ সখা
আছে মোৰ আই।

(৬০৯)

শান্তিবন পঞ্চবটীলৈ কোন
আহে কোন যায়,
বাট এৰি দে
শূৰ্পনখা শাখিনী যায়।

শূৰ্পনখা শাখিনী স্বকুল নাশিনী,
কামনা বিহ্বল তাই,
ৰামচন্দ্ৰ পুৰুষ সুবেশ সুন্দৰ,
অনুজ লক্ষ্মণে পাই
নাক কাণ কাটি কৰিলে কুৰূপা
মাৰীচ বধৰো ভাগী তাই।
নাৰীকুল কলংক চাৰিযুগ
বিয়পা কুখ্যাতি তাইৰ
কৃষ্টিহীনা কুৰূপা পংকিল জীৱন,
শতৰু সৃষ্টিৰ,
শূৰ্পনখা ৰূপে জনমি সমাজত,
শান্তি বিনাশে তাই।

(৬১০)

অ'ত পৰে ছাই,
ত'ত পৰে ছাই
কোন কত আছ
আঁতৰ হ
এইপিনে ভঙা
ৰজা যায়।

ঢেপা ঢোলৰ মাত
শুনি কি নুশুনি,
অ' বোলো ৰজানে পাইক
কাকো যে নিচিনি,
ভঙা ৰজাক আদৰে ভঙা
ঢাৰিত বহুৱাই।

শুনা শুনা সভাসদ
আমাৰ বচন,
ৰাজপাট নাই যাৰ
অসাৰ জীৱন,
ৰাজপাট হেৰুৱাই ৰজা
ঘূৰি ফুৰে অনাই বনাই,
ভঙা ৰজাক আদৰো
ঢেপা ঢোল বজাই।

(৬১১)

গাঁৱৰে মূৰতে আঁহতৰ তলতে
ডেকা-গাভৰুৱে নাচে উলাহতে

ডেকাৰ মূৰত ফুলাম গামোচাখনি,
গাভৰুৰ হাতে কাণে বাখৰুৱা খাৰু কেৰুমণি,
যোৰে যোৰে নাচে আঁহতৰ তলতে।

নপানী বাঢ়িছে, নাহৰো ফুলিছে
মন কেতেকীয়ে মেলিছে পাহি
কুঁহি কুমলীয়া মধুৰ হাঁহি
ব'হাগে বজায় বাঁহী
চিকুণ দেহা যে লাহী
বাখৰুৱা মন নাচে উলাহতে।

(৬১২)

লোকৰ মূৰত কঁঠাল ভাঙি খোৱা
সিয়নিত শোৱা যে মই,
মোৰ সঁমান টেঙৰ কোনো নাই,
আই নেজাননে তই।

ভাই, ভনী কোনো মোৰ
আপোন নহয়,
ঘৰ শত্ৰু বুলি মোক
সকলোৱে কয়,
আই কিয় বাৰু নিজৰ পুত্ৰক
নিচিনিলি তই।

কপালত চন্দনৰ ফোঁট,
গাত নামাৱলী,
লোকক শুনাই গাওঁ কীৰ্ত্তন,
দশম পদাৱলী,
আই তই আজলী, নেজাননে তই,
সিয়নিত শোৱা যে মই।

(৬১৩)

ঘনঘোৰ কৰাল মূৰুতি
আজি নীৰৱ প্ৰকৃতি,
নিউ নিউ ফেঁচাৰ চিএৱৰ
নীৰৱে হাঁহে নিয়তি।

নিষ্ঠুৰ বিধাতাই হেনো
নেচায় কাৰো মুখলৈ,
দুখীয়াৰ দুখ বাৰু
আঁতৰিব কাহানিকৈ,
হিয়াধুনি কান্দিলেও নেমাতে
নিমাতী নিয়তি।

কপালৰ লিখন জানো
শিলৰ ৰেখা,
দুখীয়াৰ দুখ বিধাতায়ো
নেপাই দেখা,
ঘনঘোৰ এন্ধাৰ ৰাতি
ঘনে পতি খাও উজুটি।

(৬১৪)

সৰ্বগ্ৰাসী অগ্নি তুমি,
তোমাৰ জ্বলন্ত প্ৰকাশ,
তুমিয়ে দিনমণি
ভাস্বৰ উজ্জ্বল আকাশ।

সৰ্বব্যাপী বায়ু তুমি,
তোমাৰ সৰ্বত্ৰ সঞ্চাৰ,
তুমিয়ে চন্দ্ৰমা, তুমি কিৰণ
নিৰ্মল নিশাৰ।

সৰ্বজ্ঞানী শুক্ৰ তুমি,
হৃদয় বিশাল উদাৰ,
তুমিয়ে পৰম ব্ৰহ্ম,
উজ্জ্বল জ্যোতি নিৰাকাৰ।

সৰ্বশক্তিময় শব্দৰূপী
তুমিয়ে ওংকাৰ,

সৃষ্টিৰ উৎসহে, প্ৰজাপতি
লোৱা নমস্কাৰ।

(৬১৫)
কম বুলি ভবা কথা
এযাৰ নহ'ল কোৱা,
গাম বুলি ৰচা গীত
এফাকি নহ'ল গোৱা।

নোকোৱা কথাৰ ব্যথা
নেজানে কোনোৱে,
নোগোৱা গীতৰ সুৰ
নুবুজে কোনোৱে
সেইবাবে গীত মোৰ নহ'ল গোৱা
কথাও নহ'ল কোৱা।

নোকোৱা কথাৰ ভাষা
অধিক মুখৰ,
নোগোৱা গীতৰ সুৰ
অধিক সুখৰ
মই জানো সেই কথা
তুমি বুজি পোৱা।

(৬১৬)
অনুপম, অনুপম এই
জীৱন কি যে অনুপম,
মিঠা এটি সুৰ বাজে
অণুক্ষণ সময় নিৰুপম।

কোনে ক'লে এই জীৱন
এটি বিষাদ ৰাগিণী,
পলে পলে এই জীৱনে
ৰচে নতুন কাহিনী,
এই জীৱন ফুলৰ পাহি, মাথোন
হাঁহি মিঠা অনুপম।

তৰা জিল্‌মিল্ এই জীৱন
নিশাৰ চন্দ্ৰাৱলী,
প্ৰেম-প্ৰীতি ভৰা এই জীৱন
আশাৰ গীতাৱলী,
এই জীৱন ফুলৰ পাহি,
প্ৰেমৰ হাঁহি কি যে নিৰুপম।

(৬১৭)
বিজুলী তাঁৰত ওলমি আছে
সৌৱা এটি চিলা,
ফাগুনৰ আকাশত উৰা সেয়া
কাকতৰ চিলা।

কাকতৰ চিলা ৰঙা নীলা
উৰে অকাই-পকাই,
চিলাৰে লগতে মনটি
উৰে আকাশ ধিয়াই,
মুকলি আকাশ বতাহ পাই
উৰে কাকতৰ চিলা।

লাটাই ঘূৰে চিলা উৰে
সূতা এৰি দিলে,
নেজাল চিলা খহি পৰে
সূতা কাটি দিলে,
সূতা ছিঙি ওলমি আছে
কাকতৰ চিলা।
(এই জীৱন যেন সূতা ছিঙা
কাকতৰ চিলা।)

(৬১৮)
নিশাৰ এন্ধাৰ আঁতৰি গ'ল,
পুৱালী পোহৰ পোহৰ হ'ল।

সূৰুযমুখী সপোন শুৱনি,

সোণালী ৰ'দে ধুৱাই ধৰণী,
এলাহ নিহালী থ'বৰে হ'ল।

হেজাৰ কণ্ঠৰ ধ্বনি মুখৰ,
সপোন ফুলে নতুন দিনৰ,
এই (নকৈ) সমাজ সজাবৰ হ'ল।

(৬১৯)

যৌৱন, যৌৱন, সেউজ
সুৰীয়া যৌৱন,
ভোমোৰাৰ গুঞ্জন
বসন্তৰ আগমন,
সেউজ সুৰীয়া
এই যৌৱন।

কামনা চঞ্চল ক্ষণ,
যৌৱন উতলা ফাগুন,
জেতুকা বুলীয়া
(এই) মন, ক্ষণে
ৰচে নতুন সপোন, হেঙুল
বুলীয়া এই যৌৱন।

নাহৰ ফুলে শুৱনি,
কপৌ ফুলে শুৱনি,
বৰহমঠুৰী বুলীয়া মন, তোৰে
মোৰে যুৰীয়া জীৱন,
পীৰিতি সুৰীয়া
এই যৌৱন।

(৬২০)

এই জীৱন নহয়
বিষাদে আৱৰা
এই জীৱন সোণালী ৰ'দালি
সেউজী আশাৰে ভৰা।

মিছাতে তুমি কিয়নো
টুকিবা চকুলো,
মৃত্যুতে নহয় শেষ
জীৱনৰ সকলো,
এই জীৱন নহয়
এন্ধাৰে আৱৰা।

এন্ধাৰৰ সিপাৰে জ্বলে
পোহৰৰে শিখা,
নিতে ন জীৱনৰ
ইতিহাস হয় যে লিখা,
এই জীৱন নহয়
বিষাদে আৱৰা
এই জীৱন সৃষ্টিৰ সপোন ভৰা।

(৬২১)

জিলমিল দুটি তৰা তোমাৰ নয়নত,
চিকমিক বিজুলী নাচে তোমাৰ ওঁঠত!

মলয়াৰ মৃদু বা তোমাৰ আঁচলৰে,
থৌকি বাথৌ লহৰ তোমাৰ হৃদয়েৰে,
মৰমৰ নদীহে বয় তোমাৰে বুকুত।

যাযাবৰী প্ৰেম মোৰ তোমাতে সপিলোঁ,
অনুৰাগ মধুৰ হৃদয় তোমাকে সপিলোঁ,
থৰথৰ কঁপে দেহা দুবাহুৰ মাজত।

(৬২২)

কুলিয়ে মাতিলে বিহুটি আহিলে
বৰদৈচিলা যে আহে,
বৰদৈ আহিলে ঢোলটি বাজিলে
নাহৰ কেতেকী হাঁহে।
কুলিয়ে মাতিছে বিহুটি আহিছে
কপৌৱে মেলিছে পাহি,

বিহুৱা আহিছে গগনা বাজিছে
ঢুলীয়া পালেহি আহি,
বুকুযে কঁপিছে আঁচলো উৰিছে
চেনাই আহেনে নাহে।
বিহুৰে বতৰা বতাহে আনিছে
শতৰু শালিলে কোনে,
বুকুৰে বহনা আহিযে নেপালে
বতৰা আনিব কোনে
কুলিৰে মাততে বুকু যে দহিছে
বিহুটি কিয়বা আহে?

(৬২৩)

আহিছে ৰঙালী ৰঙতে ৰঙিলী
বাজিছে ঢোল, ধেমালি,
বৰনৈ বুকুতে কঁপিছে লহৰী
বিৰিণা হ'ল বাউলী।
সাজিছে নাচনী মুগাৰে ৰিহাৰে
জেতুকা বুলীয়া হাত,
বাজিছে গগনা আগলি বাঁহৰে
পীৰিতি সুৰীয়া মাত
ঢোলৰে বৰটি পুৰণি পীৰিতি
এয়া বিহুৰে ধেমালি।
পীৰিতি সুৰীয়া মনেহে বলিয়া
নহয় একেটি জাত
মনেৰে মিলিলে কিহৰ জাতেৰে
লাহেকৈ লগাবি মাত,
বিহুৱা মনতে পীৰিতি জাগিছে
নকৈ মেলিছে গজালি।

(৬২৪)

উৰে ফুল ৰেণু,
জাগে বসন্ত বনে বনে,
বাজে মৃদু বেণু,
কঁপে হৃদয় ঘনে ঘনে।
শিহৰণ অণুক্ষণ,
পুলকিত তনুমন
মধুময় ছন্দ জাগে,
সুৰভিত ফুল বন,
মন যমুনাৰ পাৰত,
বাঁহী বাজে ঘনে ঘনে।

বাঁহীৰ সুৰে সুৰে
অনুৰাগ পুলক জাগে,
আবেগে কঁপে হিয়া
ফাগুনৰ পৰশ লাগে,
ৰাধা মন বৃন্দাবন
কঁপে ঘনে ঘনে।

(৬২৫)

নুমাব ধৰা চিতাৰ অগনি
নিদিবা জ্বলাই,
হেৰোৱা দিনৰ অতীত স্মৃতি
নিদিবা জগাই।

ধুমুহাই উজাৰি যোৱা
ফুলনি মৰহি যায়,
কামনাই জুৰুলা কৰা
দেহা জহি খহি যায়,
অতীত স্মৃতিৰ সুৰভিৰ
কোনো দাম নাই।

কিয়নো দিয়া সোঁৱৰাই
সুখৰ দিনৰ কথা,
কি হ'ব সুঁৱৰিলে সিযে
বুকুত জগাই ব্যথা
নিদিবা ফুৰাই চিতাৰ
জুই নিদিবা জ্বলাই।

(৬২৬)

নাৰী জানো নাগিনী,
নাৰী মন মোহিনী।

মৰুময় জীৱনৰ ছায়া
মোহময়ী মধুৰ মায়া
নাৰী মন মোহিনী।

ক্লান্ত পান্থৰ ক্লান্তি হৰিণী,
শ্ৰান্ত মনৰ শ্ৰান্তি নাশিনী,
নাৰীৰ নাম মধু যামিনী।

(৬২৭)

মই তোমাৰ সৃষ্টিৰ প্ৰেৰণা,
মই তোমাৰ জীৱন সাধনা।

মোৰ কণ্ঠত কতনা সুৰৰ মূৰ্চ্ছনা,
মই মাথোন নহও যৌৱন কামনা,
মই সৃষ্টিৰ প্ৰেৰণা।

মোৰ দুচকুত জ্বলে আশাৰ অঞ্জন,
মই মাথোঁ নহও ইন্ধন কামনাৰ,
মই সৃষ্টিৰ প্ৰেৰণা।

মই চিত্ৰলেখা আঁকো কতনা আল্পনা,
মই মাথোঁ নহও হৰিণী নয়না,
মই সৃষ্টিৰ প্ৰেৰণা।

মোৰ হৃদয়ত কত আশাৰ ব্যঞ্জনা,
মই সত্য সুন্দৰৰ মধুৰ কল্পনা,
মই সৃষ্টিৰ প্ৰেৰণা।

(৬২৮)

অ' চেনাইটি,
অ' ককাইটি,
সুৰীয়া পেঁপাৰ মাত কিয়নো শুনালি,
যুৰীয়া পেঁপাৰ মাতে, কিয়নো ভুলালি,
অ' চেনাইটি, অ' ককাইটি।

অ' চেনাইটি
অ' ককাইটি,
তোৰেনো ঢোলটি হেৰ কিয়নো বজালি,
নেমাতোঁ বুলি ভাবিছোঁ কিয়নো মতালি
অ' চেনাইটি, অ' ককাইটি।

অ' চেনাইটি
অ' ককাইটি,
অবুজ নহ'বি অ' মোৰে ককাইটি
পদূলি মূৰতে নেথাকিবি বৈ অ' চেনাইটি,
কোনোবাই দেখিলে ঘৰতে লগাবগৈ
অ' ককাইটি।

অ' চেনাইটি
অ' ককাইটি,
বুকুৰে মাজতে পীৰিতি জ্বলিছে,
দেহানো পুৰি কৰিছে ছাই
অ' চেনাইটি,
নেদেখিলে নোৱাৰোঁ থাকিব
দেহা কৰে ৰাইজাই
অ' চেনাইটি।

(৬২৯)

আজি মই গাঁও
মোৰ শেষ গীতি,
ক্লান্ত মোৰ
চৰণ দুখনি,
আজি মই লভিম জিৰণি
হে মোৰ জীৱন দেৱতা,

আজি মই জনালোঁ
মোৰ প্ৰাণৰ প্ৰণতি।

ওৰেটি জীৱন মাথোঁ কৰিলোঁ
অভিনয়, আজি মই ক্লান্ত,
কোনে জানে মোৰ
কি পৰিচয়,
ভাৱৰীয়া জীৱনৰ
আজি হ'ব অন্ত,
প্ৰসাধন প্ৰলেপ মচি মঞ্চ
এৰি আজি মই যাওঁ উভতি।

আজি মোৰ শেষ অভিনয়
আজি মই গাঁও শেষ গীতি,
ৰুদ্ধ জীৱনৰ শেষত
বাজে গতিৰ ছন্দ,
আজি হৃদয় উপচি বয়
মুক্তিৰ আনন্দ,
পোহৰৰ শিখা জ্বলে
সৌ দূৰণিত,
আকাশত, বতাহত বাজে
আজি জীৱন মুক্ত গীতি।

(৬৩০)

পুৰাণ প্ৰসিদ্ধ
মোৰ এই দেশ,
বিশ্ব বৰেণ্য
চিৰ অনন্য
পুণ্যভূমি চিৰ
সেউজীয়া বেশ।

স্ৰষ্টাৰ অপৰূপ সৃষ্টি
বিৰাজে সাম্য মৈত্ৰী,
আমি সবে
সহোদৰ ভাতৃ,
তুষাৰ শুভ্ৰ কিৰীটি
মনোমোহা বেশ।

সংহতিৰ মহামন্ত্ৰ
আমাৰ কণ্ঠত,
ঐক্যৰ ঐক্যতান
আমাৰ বীণত,
সভ্যতাৰ আদি ভূমি
মোৰ এই দেশ।

(৬৩১)

নিশা জোনাকত
বহি চোতালত,
বুঢ়ী আইতাই কোৱা
সাধু শুনি জাগিছিল
কৌতূহল তাহানি
কল্পনাপ্ৰৱণ মনৰ মাজত।

বুঢ়ী আইতা আজি নাই
ল'ৰালি কাল উকলি গ'ল,
প্ৰৌঢ় মনত আজি
নেজাগে সহজ কৌতূহল
প্ৰতিষ্ঠা-আকাংক্ষা জাগে
মনৰ মাজত।

সোণৰকাঠীৰ পৰশত আজি আৰু
কোনো নুঠে সাৰপাই,
সমস্যা ৰাক্ষসীয়ে কুমন্ত্ৰ কৰি,
মন কুঁৱৰীক থৈছে শুৱাই,
আজি নেজাগে কৌতূহল,
প্ৰতিষ্ঠা প্ৰয়াসী মনৰ মাজত।

(৬৩২)
হাতত গামে খাৰু, ডিঙিত সাতেসৰী
পিন্ধিবলৈ আজি মই সাজিলোঁ বোৱাৰী।

বোৱাৰী সাঁজেৰে মই ওপজা ঘৰ এৰি
ওলালোঁ ন ঘৰলৈ নেলাগে জোনেবিৰি।

কেচ বছা ৰিহা, মুগা পাটে মেজাংকৰী
গাতে মেৰিয়াই মই সাজিলোঁ বোৱাৰী।

এঘৰৰ জীয়ৰী মই এঘৰৰ হ'লোঁ বোৱাৰী
ডিঙি শুৱনি মোৰ চেনেহ এনাজৰী।

(৬৩৩)
মন যদি উৰণীয়া হয়
পীৰিতি নৈ হৈ বয়,
হিয়া যদি বাখৰুৱা হয়
পীৰিতি ফুলি ৰয়।

তোৰে মোৰে ফুলাম পীৰিতি
অ' হেৰ চেনাইটি,
আজি তই কিয়নো বজালি
লিহিৰি নো পেঁপাটি,
লিহিৰি পেঁপাৰে সুৰ,
বোৱতী নিজৰানো হয়।

উৰণীয়া দুটি মন,
বাখৰুৱা হিয়া মিলি একহৈ
নিজৰাৰ সোঁতে সোঁতে,
আমি দুয়ো আজি উটি যামগৈ,
চিৰ যুগমীয়া হ'ব
আমাৰ দুয়োৰে প্ৰণয়।

(৬৩৪)
সুৰীয়া পেঁপাৰে সুৰ,
বহাগী মলয়া জুৰ,
লিহিৰি পতীয়া বন,
উঘানে, চেৰেকি ঘূৰে,
কমোৱা তুলা হৈ উৰে,
পীৰিতি সুৰীয়া মন।

পীৰিতি সুৰীয়া মন,
যুৰীয়া এই জীৱন,
ব'হাগী মধুৰ ক্ষণ,
ব'হাগী মধুৰ ক্ষণ,
অ' মোৰ চেনাই ধন,
জেতুকা বুলীয়া মন।

নাহৰ ফুলে শুৱনি,
কপৌ ফুলে শুৱনি,
নেঘেৰীনো ঐ খোপাটি,
বান্ধিলোঁ ঐ চেনাইটি,
থুৰিয়া তামোলখন
তোকে ভুলাবৰ মন
যুৰীয়া এই জীৱন
ব'হাগী মধুৰ ক্ষণ।

(৬৩৫)
যাঁগে যা, যাঁগে যা পখী
নেলাগে আহিব মোৰ কাষলৈ,
ছলনা কৰিব নেলাগে
যা মোক প্ৰেমৰ বতৰা কৈ।

উৰণীয়া পখী তই
কেনেকৈ বুজিবি হিয়াৰে ব্যথা
মানুহে যদি নুবুজে
হেৰ মানুহৰ মনৰে কথা
ব্যথাৰ উপৰি পাইছোঁ ব্যথা,
সঁজাত আছোঁ বন্দী হৈ।

ভালপোৱা মৰম চেনেহ
হেৰ' সকলো যে মিছা,

মানুহৰ গীতৰ ভাষা
গৰল সনা, নহয় সঁচা,
নেলাগে যা ভুলাব মোক,
তই তেনেকৈ নেথাকিবি বৈ।

(৬৩৬)
উতনুৱা মন যদি উটি যায়,
পীৰিতি উৰণীয়া হয়,
উৰণীয়া হিয়া যদি উৰি যায়,
পীৰিতি পলৰীয়া হয়।

মন যদি উৰি যায়, মোৰে চেনাই
কিহেৰে ভেটিবি তই,
হিয়া যদি উৰি যায়, মোৰে চেনাই
কেনেকৈ বান্ধিমে মই,
হেনো ব'হাগৰ বা লাগি গোপন
পীৰিতি পলৰীয়া হয়।

উৰণীয়া পীৰিতি, অ' মোৰে চেনাইটি
দেহা কৰে ৰাইজাই,
পলৰীয়া চুমাটি, অ' মোৰে চেনাইটি,
মন যে চিটে চিটাই,
উতনুৱা মনৰে গোপন পীৰিতি
পিছলি পৰাৰে ভয়।

(৬৩৭)
ভাৰতীয় ৰাষ্ট্ৰীয় উপগ্ৰহৰ
শূন্যত উৎক্ষেপণ,
আৰ্যভট্ট, ৰোহিণী আৰু
ভাস্কৰৰ সফল উত্তৰণ।

হেনো দূৰদৰ্শন আৰু
দূৰভাষণ সুচল কৰিবলে,
যোগাযোগ ব্যৱস্থাৰ সঘন
বিজুতি আপদ নাশিবলে,

আৰু আহুকলীয়া বতৰৰ
আগতীয়া উমান দিবলে
মহাকাশ মাৰ্গত আজি
'ইনচ্যাটক' কৰিলে স্থাপন।

লুপ্তপ্ৰায় অতীত মনীষাৰ
ই যে নৱ উন্মেষণ
ভাৰতীয় সুপ্ত প্ৰতিভাৰ
আজি ঘটিল উত্তৰণ
জয়ধ্বনি মুখৰ সহস্ৰজনে
যাচিলে অভিনন্দন।

(৬৩৮)
শূন্য মাৰ্গত কৃত্ৰিম উপগ্ৰহ
কৰি উৎক্ষেপণ,
আজি ভাৰতৰ বিজ্ঞানীয়ে
কৰিলে অসাধ্য সাধন।

আহুকলীয়া বতৰৰ
দিবলে উমান
মহাকাশ মাৰ্গত উপগ্ৰহ
এক কৰিলে স্থাপন।

ঘন ঘন বিজুতিৰ
আপদ নাশিবলে,
যোগাযোগ ব্যৱস্থাৰ
সুচল কৰিবলে,
ভাৰতীয় উপগ্ৰহ 'ইনচ্যাট'ক
কৰিলে স্থাপন।

মহাকাশ বিজ্ঞানৰ
অনন্য অৱদান,
আজি প্ৰকাশে ভাৰতীয়
প্ৰতিভাৰ জ্ঞান,

দূৰদৰ্শন আৰু দূৰভাষণ
হ'ব যে সুচল,
দূৰ দূৰান্তৰ মানুহে লভিব
ইয়াৰ সুফল,
আৰ্য ভট্ট, ৰোহিণীৰ
সফল উত্তৰণ।

চতুৰ্সপ্ত দশ দ্ৰাঘিমাত
আপেক্ষিক স্থিৰ অৱস্থাত
বিষুবীয় মহাকাশত
কৰি অৱস্থান
হেনো ডাঁৰৰ বাতৰি ডাঁৰে
ইনচ্যাটে ধৰিব যোগান।

বিজ্ঞানৰ অধ্যয়ন আৰু
জ্ঞানৰ সাধনা,
নহয় ভাবৰ বিলাস
অলস কল্পনা,
'ইনচ্যাট্' সপ্তম উপগ্ৰহ
হেৰা তাৰেই প্ৰমাণ।

আৰ্যভট্ট, ভাস্কৰে তাহানি
দেশক কৰিছিল মহান,
আজি বিজ্ঞান সাধনাই
দেশক কৰিলে মহান।

অতীত মনীষাৰ
ই নৱ উন্মেষণ,
ভাৰতীয় প্ৰতিভাৰ
ঘটে উত্তৰণ
জয়ধ্বনি মুখৰিত
গগন পৱন,
সহস্ৰজনে যাচে
অভিনন্দন,
কৃত্ৰিম উপগ্ৰহই কৰে
জাতীয় ঐক্যৰ সাধন।

(৬৩৯)

বাৰে বাৰে প্ৰতিবাৰে
ব'হাগ আহে মোৰ পদূলিলৈ,
কেতেকীনো নাহৰ ফুলাবলৈ,
ক্ষণে, ক্ষণে প্ৰতিক্ষণে
মনত জাগে হেঁপাহৰ লহৰ
পীৰিতি ৰাগীনো লগাবলৈ।

ব'হাগ আহিলে,
নাহৰ ফুলিলে,
কেতেকী ফুলিলে ঢাপত,
কুলিয়ে মাতিলে ডালত,
চ'তৰে শেষতে ব'হাগ আহিলে,
হেঁপাহো জাগিলে, পীৰিতি
ফুলিলে মনৰে ডালত,
চেনাইৰে লগতে যুৰীয়া
আঁহতৰ তলতে বিহু মাৰি
থাকোঁগৈ নিশা দুপৰলৈ।

বিহু মাৰি থাকোঁতে, খোপানো
খুলি পৰিলে ককাইটি,
বুকুৰে কাঁচলি তিতিলে ঘামত
বাৰে বাৰে ককাইটি বুকুলৈ
কিনো চাৱ, চেনাইটি
পীৰিতি জাগিছে দেহত।

চেনেহৰ ককাইটি
অ' মোৰে চেনাইটি
ব'হাগ আহিছে আজি
পীৰিতি জাগিছে মনত।

(৬৪০)

ব'হাগ নাহে, অসমে নেহাঁহে
এই বেলি নুফুলে কঁহুৱা,
বৰদৈ নাহে নোলাই ঢুলীয়া
এই বেলি ওলাৰ বহুৱা।

ৰখীয়া আহে, পৰীয়াই হাঁহে,
অসমীয়া আজি নিঠৰুৱা,
বিদেশী আলহী আহে চামে চামে
অসমীয়া লাগিছে পেপুৱা।

উপদেশ দিবলৈ কোন আহে
এই বেলি নোলায় বিহুৱা,
দেশী নে বিদেশী শিয়ালে হাঁহে
দলে দলে সাজিছে বহুৱা।

(৬৪১)

বাৰিষাৰ মেঘ দেখি কবিতা ৰচিবলৈ মই
নহও কালিদাস কবি সেই তাহানিৰ,
কলীয়া মেঘৰ বুকুত মই দেখা নাই কাহানি
করুণ কোমল ছবি কোনো বিৰহিনীৰ।

জীৱন আৰু জীৱিকাৰ যুঁজত ক্লান্ত আমাৰ
মনত নাই কল্পনাৰ কোনো অৱকাশ,
মাটিৰ মানুহ আমি মেঘৰ বুকুত বিজুলীৰ নাচোন
চোৱাৰ নাই আমাৰ হাবিয়াস,
কুৰি শতিকাৰ সংগ্ৰামী মানুহ আমি,
নহও আমি পলাতক কবি সেই উজ্জয়িনীৰ।

প্ৰণয় কাতৰ নহয় আমাৰ প্ৰিয়া,
মেঘৰ গাজনি শুনি নকঁপে হিয়া,
বাৰিষাৰ মেঘ, পথাৰৰ বোকাপানী
কপালৰ ঘামেৰে ৰচোঁ আমাৰ জীৱন কাহিনী,
চকুৰ আগত ভাঁহে শ্যামল সজাল ছবি
কবিতা কবিতা লগা আমাৰ গাঁওখনিৰ।

(৬৪২)

পুৰণি কলীয়া এই বৰঘৰ
মকৰা জালে ধৰিছে চাটি,
আজিৰ পুৰুষে তাকে চাই ভাবি গুণি
থাকিব জানো হাত সাবটি।

'বেৰৰ মকৰা জাল গুচাব লাগে,
মৃধচো ছোৱাব লাগে,
দাঁতিৰ হাবি কাটি ঢাপৰ
তাঁতি বাটিব লাগে',
লাগে লাগে বুলি আজিৰ পুৰুষে
নেথাকে বহি হাত সাবটি।

চেতনা সূৰুযৰ পোহৰ পোৱা
শিকি বুজি বুজন হোৱা,
আজিৰ পুৰুষে নেথাকে বহি,
নহয় লোকৰ মুখলৈ চোৱা,
হাবি কাটি বাট উলিয়াই নিজ
হাতে বাটিব ঢাপৰে তাঁতি।

(৬৪৩)

আনন্দ, আনন্দ, আনন্দ
ভৰা এই ধুনীয়া ধৰা,
আকাশ আৱৰি জ্বলিছে
জোন, বেলি কতনা তৰা।

ফুলনি শুৱাই ফুলে
কত বৰণীয়া ফুল,
ধৰণী ধুনীয়া হয়,
মন হয় বিয়াকুল,
আৱেগ আকুল হিয়া
চঞ্চল যেন এটি নিজৰা।

নিজৰাৰ সোঁতে সোঁতে
উটুৱাও মনৰে পানচৈ

জোনৰ ডিঙা বায়
পামগৈ হেঁপাহৰ বৰনৈ
হৃদয় আকাশ উজলি
জ্বলিব জোন বেলি তৰা।

(৬৪৪)

মই বিদ্ৰোহী, মই বিপ্লৱী
মই আহোঁ নিয়ম ভাঙিবলৈ,
মই আহোঁ নিয়ম ভঙাৰ
নিয়মেৰে সমাজ সজাবলৈ।

বন্ধ ঘৰ, অন্ধ এন্ধাৰে নোৱাৰে
কৰিব অন্ধ মোৰ দৃষ্টি,
দ্বন্দ্ববিহীন, খণ্ড জীৱন নহয়
কাম্য, স্বভাগ্য নিজে কৰোঁ সৃষ্টি,
মই আহোঁ গতিৰ ছন্দেৰে
স্থবিৰ সমাজক ভাঙিবলৈ।

বিৰূপ বিধাতাৰ সতে দ্বন্দ্ব
মোৰ বহু যুগ যুগান্তৰ,
অভ্ৰান্ত লক্ষ্য মোৰ, কি সাধ্য
বিধাতই ঘটায় অথন্তৰ
বিধিৰ বিধান উলংঘা কৰি
মই আহোঁ সমাজ সজাবলৈ।

(৬৪৫)

লাইখুঁটাত ধৰিছে ঘুণে,
হাইতাল সানিলেনো কি হ'ব,
উৰুখা চাল ছোৱাবহে
লাগে, মজিয়া মচিলে কি হ'ব।

সমাজৰ ঘৰেঘৰ এন্ধাৰ, এন্ধাৰ
চাকি জ্বলাবহে লাগে,
চোতালত জাবৰে বান্ধিছে দ'ম,
লগে ভাগে আঁতৰাব লাগে,
নহ'লে দিনতে ওলাব শিয়াল
এইখন হাবিহে হ'ব।

ঘুণে ধৰা লাইখুঁটাটি আঁজুৰি
উভালি পেলাবৰে হ'ল,
পুৰণি ৰুৱা, কামী মাৰলী
সকলো সলাবৰে হ'ল,
কেৰোণ আঁতৰ কৰি ল'লে
হাইতাল নেসানিলেও হ'ব।

(৬৪৬)

এতিয়া ইয়াত নিজম, এতিয়া
সকলোৱে মাৰিছে নিতাল,
ভয়তে পেঁপুৱা লাগিছে সকলো,
আৰু যে কতনা পলাল।

এতিয়া ইয়াত নাচে দেৱে, ভূতে,
নাচে ডাকিনী যোগিনী,
এতিয়া বৰনৈৰ ৰূপালী
বালি, তেজেৰে ৰাঙলী,
আয়ে সাজিছে দেওধনী,
এয়া দুখৰ সময়, মৃত্যুৰ
নীৰৱতা নামিছে ইয়াত
সকলো নীৰৱ নিতাল।

পুত্ৰশোক সন্তাপ জানো
পাহৰিব পাৰি?
চিতাগ্নিৰ শিখা জানো
চকুলোৰে নুমাব পাৰি?

সমবেদনা কিহেৰে যাচিবা বাৰু?
তেজৰ চেকা কিহেৰে মচিবা?
চকুলো টুকিলে কি হ'ব বাৰু
এতিয়া সকলো নীৰৱ নিতাল।

(৬৪৭)

অগ্নিশিখাৰ প্ৰচণ্ড উত্তাপ
আজি লুইতৰ বুকুত,
পুত্ৰশোক সন্তাপ অগনি জ্বলে
আজি আইৰ বুকুত।

শাৰী শাৰী জ্বলে চিতা, আজি
অগ্নি শিখা জ্বলে অসমত,
ঘৰে ঘৰে জ্বলে জুই বন,
জুই জ্বলে সৌৰা আকাশত,
তথাপি শান্তিৰ শীতল শিখা
জ্বলে আইৰ চকুত।

তৰুণ তপন সম আছে
কত শত আইৰ সন্তান,
অৰুণ আলোক পোৱা কত
জনে পালে অমৃতৰ সন্ধান,
আয়ে মোৰ নেকান্দে আজি,
শান্তিৰ শীতল ছায়া দুচকুত।

(৬৪৮)

কোনে ক'লে, কোনে ক'লে
এই জীৱন অনন্ত,
কোনে ক'লে, কোনে ক'লে
জীৱন নহয় ক্লান্ত।

এই জীৱনৰ গতি
অতিকে সীমাবদ্ধ,
জন্ম মৃত্যুৰ মাজতে
মাথোন আবদ্ধ,
পলকতে হয় শেষ,
নহয় অনন্ত।

পলে পলে, ক্ষণে ক্ষণে
জীৱনৰ হয় যে ক্ষয়,
লহমাতে শেষ এই
জীৱন, নহয় অক্ষয়,
কোনে ক'লে, কোনে কয়
এই জীৱন অনন্ত।

(৬৪৯)

লুইতপৰীয়া গাভৰুজনী
ধুনীয়া যিমান,
পৃথিৱীৰ কাকো দেখা
নাই ধুনীয়া সিমান।

মুগা ৰিহা মেখেলাৰে,
অ' মন চাদৰে শুৱনি
দেহা মোৰে পদুমৰ পাহি
জোন যেন মুখনি,
কৰধ্বনি শুৱনি কঁকালখনি
ধুনীয়া কিমান।

খোজে খোজে পদুম ফুলাই সৌ
আহে আৰু যায়,
আইনাম, ধাইনাম, বিহুগীত,
বনঘোষা গায়,
সুৱদি সুৰীয়া যিমান, অ'
মন ধুনীয়া সিমান।

(৬৫০)

লুইতৰ গুণমুগ্ধ কোনোবা জনে
লুইতৰ গুণ বখানিছে,
লুইতৰ কথাৰে
সমাজক সকীয়াইছে,
পিছে সেই কথা কিমানে
শুনিছে, কিমানে বুজিছে।

বুজিলেহে বুজাব পাৰি,
শুনিলেহে শুনাব পাৰি

নুবুজোঁ বোলোঁতাজনক
কেনেকৈ বুজাবা।

নুশুনো বুলিলে বাৰু
কেনেকৈ শুনাবা
তাহানি দেউতাই কোৱা কথা
এষাৰ পিছে মনত পৰিছে।

বুজোতাক হেনো বুজাব লাগে
আকাৰে ইংগিতেৰে
নুবুজাক হেনো বুজাব লাগে
(কওঁনে বাৰু) ঢকাৰে চাপৰেৰে,
লুইতৰ গুণমুগ্ধজনে তাকে
বুজাইছে, তাকে শুনাইছে।

লাচিতৰ নাতিবোৰ
সোৰোপা যে হ'ল,
জয়াৰ জীয়ৰী বোৱাৰী
সকলো কেনিনো গ'ল,
ই সৱক জগাবলে
লুইততে জুই জ্বলাব লাগে,
লুইতৰ জুই আনি
এলাহ নিহালী পুৰিব লাগে।

নহ'লে অসম নেথাকে,
অসমীয়া মৰিব জাকে জাকে,
তাহানিৰ ৰণুৱা আজি
বহুৱা সাজিছে,
লুইতৰ গুণমুগ্ধজনে
তাকে দোহাৰিছে।

(৬৫১)

মনত পৰেনে তোমাৰ তাহানি
কোনোবা ব'হাগ যামিনী
আমি দুয়ো হৈছিলোঁ আপোন,
হোমৰে গুৰিতে ওৰণি তলতে
হয়তো তুমি হেৰা ৰচিছিলা
বহু ৰঙীন সপোন।

বহু ব'হাগ পাৰ হৈ গ'ল
বহু মাহ, বহু বছৰ
কালৰ বুকুত বিলীন হ'ল, সিদিনাৰ
সেই আশা সফল নহ'ল,
ঘন ক'লা কুঁৱলীৰ মাজত
সপোনো হেৰাই গ'ল,
অভাৱৰ তুঁহ জুয়ে দহি দহি
দেহা কৰিলে ক'লা,
ক'লা হ'ল আমাৰ
হিয়াৰ দাপোণ।

কাতিতে টেকেলি কাতি
হোৱা আমাৰ সংসাৰ
এই জীৱন অসাৰ,
সপোনৰো দাম নাই,
দেৱতাৰ আশিস আজি
অৰ্থহীন হ'ল,
পৱিত্ৰ হোমৰ শিখা
নুমাল কাহানিবাই,
জীৱনৰ ৰূপ ৰং
হেৰাল কালৰ বুকুত
শীতল সেমেকা জীৱনলে'
নাহিল ফাগুন।

(৬৫২)

মাদকতা সনা তোমাৰ প্ৰেম
মই যে এটি মৌপিয়া,
মদালসা চকুৰ দৃষ্টিয়ে উতলা
কৰিলে মোৰ হিয়া।

মৰুভূমিৰ শুকান বালিৰে
প্ৰেমৰ ফল্গু নমালা,
মোৰ হৃদয় সৰসীত
এপাহি পদুম ফুলালা,
মাদকতা সনা তোমাৰ প্ৰেমত
আজি মই মতলীয়া।

অঘৰী মোৰ জীৱনলে তুমিয়ে
হেৰা স্থিৰতা আনিলা,
মৰু হৃদয়ত প্ৰেম শান্তি
শীতলতা সিঁচিলা,
উদভ্ৰান্ত মন মোৰ শান্ত কৰি
তুমি গৃহমুখী কৰিলা,
মাদকতা সনা দৃষ্টিয়ে শান্ত
কৰে নিদাঘ দগ্ধ হিয়া।

(৬৫৩)

আজি ভাৰতৰ মানুহে সংহতি সেতু সাজিছে,
হেনো সংহতি ডোলেৰে গাঁথি একজাতি গঢ়িছে।

আজি অসমৰ মানুহে আন্দোলন কৰিছে,
কিয় কৰিছে?
হিন্দু, মুছলমান, বড়ো, কছাৰী ওলাই আহিছে,
ৰাভা, ৰাজবংশী সবে কান্ধত কান্ধ মিলাইছে,
কিয় মিলাইছে?

ৰংপুৰ নগৰত বিভেদৰ জুই জ্বলিছে
কোনে জ্বলাইছে?
বিবেকহীন শাসকৰ মূৰৰে বিকৃতি ঘটিছে,
একেজনী আইৰে সন্তানক ভাগ ভাগ কৰিছে,
বিদেশী বিজাতিৰ সতে মিতিৰ পাতিছে,
কিয় পাতিছে?

গাদীৰ লোভত পৰি বিদেশীক মাতি আনিছে,
মাতি আনি সৌৱা পীৰালিত বহুৱাইছে,
পীৰালিত বহুৱাই জলপান খুৱাইছে,
খেনোৱে বদন, খেনোৱে বিভীষণ সাজিছে,
কিয় সাজিছে?
অসমৰ মানুহে বিভীষণ বধ ভাওনা পাতিছে,
ভাওনা পাতিছে, আন্দোলন কৰিছে।

ৰহণীয়া কৃষ্টি দেউলত ক'লা ক'লা ৰং সানিছে,
সেই ৰং মুখত সানি বদনহঁতে বহুৰা সাজিছে,
বিউগুল বজাইছে, ৰঙালীক আদৰিছে,
ক'লা ক'লা এন্ধাৰে ৰঙালীৰ ৰং হৰিছে,
কোনে হৰিছে,
জনা বুজা সবে তাকে দেখি বিষম গুণিছে।

দিছপুৰ নগৰ নতুনকৈ পাতিছে,
জনতাৰ নামত ভৱন সাজিছে,
ভৱনত বহি গুপুত আলচ কৰিছে,
বিদেশী বিজাতিৰে দেশ- ভৰাইছে,
আৰু 'ভোট'ৰ প্ৰাৰ্থনা কৰিছে,
জ্ঞানবৃদ্ধ মেলুৱৈ সবে বহুৰা সাজিছে,
ভাৰতৰ মানুহে হেনো এক জাতি গঢ়িছে।

এক জাতি গঢ়িবৰ আমাৰো মন আছে,
পিছে আমালৈ ষড়যন্ত্ৰ শূল কোনে চাচে,
আমাৰ মনৰ কথা কোনে বাৰু বুজে
আনে যদি ঘিণাই আগে
আমি নিঘিণাম কিয় পিছে?
অসমীয়াই আজি অধিকাৰ বিচাৰিছে।

অসমীয়াৰো জীয়াই থকাৰ আছে অধিকাৰ,
অধিকাৰ আছে ভাষা, কৃষ্টিক ভাল পোৱাৰ,
আপোন অধিকাৰ ৰক্ষাৰ অধিকাৰ আছে,
এক জাতি, এক দেশ গঢ়িবৰ মন আছে,
অসমৰ মানুহে অহিংসা সংগ্ৰাম কৰিছে,
বিভেদ বিভীষণ বধ ভাওনাৰ আখৰা কৰিছে।

(৬৫৪)

ঋতু প্ৰতি হয় নানা পখীৰ প্ৰব্ৰজন,
ঋতু গ'লে নেথাকে বৈ কৰে প্ৰত্যাগমন।

চামে চামে বিদেশী বহিৰাগত আহি,
বৰনৈ লুইতৰ পাৰত হৈছে আলহী,
আৰু অসমত ঘটে জন বিস্ফোৰণ।

অসমৰ সেউজী পথাৰে পথাৰে
ফলে সেউজী সোণালী কত যে ধান
বিদেশী বহি বিহৰাগত চহৰে-নগৰে
অনাহূত হৈও পাইছে মান,
লোকে কয় অসমত ঘটিছে জন বিস্ফোৰণ।

বিহংগ প্ৰব্ৰজন ক্ষণিক কালৰ,
বিদেশীৰ আগমন অতীত যুগৰ
লুইতৰ পাৰত ঘটাই অঘটন।

(৬৫৫)

আজি অসমৰ মানুহে জানিছে,
আজি অসমৰ মানুহে বুজিছে,
মাউখ বান্ধি ওলাই আহিছে,
'জয় আই অসম' ধ্বনিৰে আকাশ কঁপিছে।

দূৰৈৰ দিল্লীয়ে বাৰু কি ভাবিছে,
ওচৰৰ দিছপুৰে বাৰু কি গুণিছে,
যিয়ে যি ভাবে ভাবক
যিয়ে যি কৰে কৰক,
অৰ্জীন পাতকী সবৰ কথা কোনে ভাবিছে।

দবা বজালে নহ'ব
ঢাপৰ গোজে গছ হৈ গজিছে,
শংখ বজালে নহ'ব,
মুখৰ কথাত চাউল নিসিজে,
কথাত কামত এক হ'ব লাগিব,
গুণাগঁথা কৰি থাকিলে নহ'ব,
অসমীয়াই সেই কথা বুজিছে,
সেই কথা জানিছে
'জয় আই অসম'ধ্বনিৰে আকাশ কঁপিছে।

হেনো দিল্লীত দৰবাৰ বহিছে,
শান্তি সমন্বয়ৰ ধ্বনি তুলিছে,
শান্তি সমন্বয় লুইতে জানে,
মানৱ প্ৰেমৰ কথা লুইতে মানে।

বংগৰ ঘোষ-বৰুৱা হৈছে,
দক্ষিণৰ পৰশুৰামে
পশ্চিমৰ জয় ভাৰতীয়ে
সমন্বয়ৰ সেতু সাজিছে,
সবে মিলি আজি ওলাই আহিছে
'জয় আই অসম' ধ্বনিৰে আকাশ কঁপিছে।

(৬৫৬)

চাৰিযুগে অমৰ বিভীষণ
আজিও আছে
ভ্ৰাতৃবৈৰী বিভীষণ এই
অসমতে আছে,
তেল নগৰী দুলীয়াজান
তাৰেই প্ৰমাণ।

এইজন বিভীষণক হেৰা
চিনি খোৱা ভাল,
কোনে জানে কাহানিবা
আকৌ নঘটাব জঞ্জাল,
এইজনৰ খিয়াতি জেনেৰেল
ডায়াৰৰ সমান।

তাহানি শ্ৰীৰামচন্দ্ৰই দিছিলে বৰ
চাৰি যুগে অমৰ কৰি,

অসমী আয়ে দিলে অধিকাৰ বেদৰ,
ধৰে শাসনৰ বাঘজৰী।

নিকষানন্দন আছিল বিভীষণ
ৰাৱণ সহোদৰ,
এওঁবা কোন মাতৃৰ সন্তান,
আছেনে নাই সহোদৰ ?

দেশৰ স্বাৰ্থ উপেক্ষা কৰি
বিভীষণ শনাইীয়ে
পাতিছিল মিতিৰালি
বিদেশীৰ সতে
অসমৰ বিভীষণ, ভ্ৰাতৃবৈৰীয়ে
প্ৰধান পুৰোহিত হৈ
দিলে আহুতি জ্ঞাতি
বধ যজ্ঞতে,
ভীৰু কাপুৰুষ নিলাজ আছে নে
কোনোবা ইজনৰ সমান।

(৬৫৭)

অসমৰ নদ ব্ৰহ্মপুত্ৰ উদাৰ মেঘনাৰূপে
গংগাত মিলিছে,
পশ্চিমৰ গংগাই জানো ব্ৰহ্মপুত্ৰৰ
সেই উদাৰতা বুজিছে।
অসমৰ মানুহে উত্তৰ, দক্ষিণ, পশ্চিম
সবাকো আদৰিছে,
মহাভাৰতৰ মহান জনতাই কিবা
ভাবিছে কিবা বুজিছে।
'কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম'
শংকৰে লিখিছিলে,
আধুনিক আৰ্হিৰ ধৰ্মীয় গণতন্ত্ৰৰ
পাতনি মেলিছিলে,
ধৰ্মনিৰপেক্ষ নীতিৰ প্ৰবক্তা সবে জানো,
ভাবি গুণি চাইছে।

প্ৰাগজ্যোতিষপুৰ অধিপতি ভগদত্ত
নৃপতি প্ৰবল প্ৰতাপী
নৃপতিৰ জীয়ৰী, কুঁৱৰী ভানুমতী
হৈছিল ভাৰত সম্ৰাজ্ঞী,
ডিমাচা নন্দিনী হিড়িম্বা কুঁৱৰী দ্বিতীয়
পাণ্ডৱৰ সুৱাগী আছিলে,
পুৰুষশ্ৰেষ্ঠ কৃষ্ণ নাতি অনিৰুদ্ধক অসমে
জোঁৱাই আদৰিছিলে,
আৰু কত শত জনক অসমে
আপোন কৰিছে।
অতীত বুৰঞ্জী আৰু জীয়া ইতিহাসত
কত পটন্তৰ আছে,
মহাভাৰতৰ মহান জনতাই সেই কথা
বাৰু কিয় পাহৰিছে,
অসমৰ নদ উদাৰ ব্ৰহ্মপুত্ৰ, মেঘনা
ৰূপে গংগাত মিলিছে।

(৬৫৮)

আই অসমীৰ চেনেহৰ কথা
কোনোবাই পাহৰিলে
আমি সোঁৱৰাই দিম,
লুইতৰ উদাৰতাক দুৰ্বলতা বুলি
উপলুঙা কৰিলে সহস্ৰ কণ্ঠেৰে
আমি প্ৰতিবাদ কৰিম।

আনৰ লগতে আমাৰো
জীয়াই থকাৰ অধিকাৰ আছে
বাৰে বাৰে শুনাই থাকিম,
মহান লুইত পিতৃ যে
আমাৰ, মাহীআইৰ কেটৈৰা
আমি কিয়নো সহিম।

মাহী আইৰ আদৰ
লেৰেলা সাদৰ, নহয় সঁচা,
সমাজেও তাক মানে

টেঁকীলৈ মাতি নি খুৱলীত
পেলাই ঘুণীয়া কৰাৰ
কথা সকলোৱে জানে,
ৰঙালীৰ সলনি 'ৰঙগালীৰ'
ওলগ জনাই ভুলাব খুজিলে
আমি কিয়নো ভুলিম?

কল খাই বাকলিটো, দলিয়াই দিয়া
বান্দৰে যদি কয়, 'ধৰা ধৰা'
আমি কিয়নো ধৰিম?
আমাৰ বাৰীৰ বাঁহ গাজেৰে খৰিচা কৰি
আমাকে বিকিব খোজে,
আমি কিয়নো কিনিম?

আমাৰ ধন্মেৰে লোকক
চহকী কৰি আমি বাৰু
কিয় লঘোণে থাকিম?
কঁহুৱাৰ দৰে কোমল যদিও,
অন্তৰ আমাৰ, সময়ত
হ'ব পাৰোঁ বজ্ৰৰ সমান,
উদাৰ হ'লেও আমি নহও
দুৰ্বল মোমাই কটা গড়,
শৰাইঘাট তাৰেই প্ৰমাণ,
আমাৰ আইক অপমান
কৰিলে সহস্ৰ কণ্ঠেৰে
আমি প্ৰতিবাদ কৰিম।

(৬৫৯)

বাৰে বৰণীয়া কত পখী আহে অসমলৈ,
নেথাকে বৈ ঋতু গ'লে যায় উলটি নীড়লৈ।

পখী মন জুৰণীয়া, পাখী ৰহণীয়া
আহে যায় কত পখী কত বৰণীয়া,
নেথাকে বৈ, ঋতু গ'লে যায় উলটি নীড়লৈ।

জাকে জাকে আহে কত পখী উৰণীয়া,
নানা দেশ বিদেশৰ আলহী দুদিনীয়া,
নেথাকে বৈ, ঋতু গ'লে যায় উলটি নীড়লৈ।

আৰু কত পখী আহে স্বদেশ এৰি,
অসমীৰ বুকুত আশ্ৰয় বিচাৰি,
সিসবে ধৰিছে চাটি গোজেই গছ হৈ।

(৬৬০)

এয়া অসমৰ মাটি,
মোৰ ওপজা
দেশৰ মাটি, জিলিকে
জোনাকতে ৰাতি।

পাটকাই পাহাৰ শুৱনি,
মোৰ আই অসমী,
মোৰ আই মৰমী, মানাহে
ধুৱাই চৰণ দুখনি
জোনাক পৰি জিলিকে
অসমীৰ মাটি।

অসমী মোৰ আই,
এয়া মোৰ ওপজা ঠাই,
ফলে-ফুলে ধুনীয়া,
গছে-পাতে সেউজীয়া,
এনে দেশ ক'তো নাই, এয়া যে
মোৰ ওপজা দেশৰ মাটি।

(৬৬১)

পাটকাই পাহাৰ আই
তোৰ শিৰৰ মুকুট,
চেনেহৰ নিজৰা বয়
আই তোৰেই বুকুত।

লুইতখন যেন মোৰ
আই দেশৰ ৰাজহাড়,

উজনিৰ কলং কপিলী
আইৰ বুকুৰ কামীহাড়।

চম্পাৱতী, কৃষ্ণাই
কৰধ্বনি নিতম্ব শুৱনি
গদাধৰ ভৰিৰ নূপুৰ
বাজে ৰিণি জিনি।

সোণ জিল্‌মিল্ সোৱণশিৰী,
ডিঙিৰ সাতসৰী,
চৰাইদেউ ঢোলবিৰি,
জ্বলে জিল্‌মিল্ কৰি।

সেউজী গছে পাতে
শুৱনি আই তোৰ দেহাটি
সুৱদি সুৰীয়া মাত,
আঁচলতে মলয়াৰ চাটি।

(৬৬২)
স্থবিৰ নহয় ইতিহাস,
ইযে এক বোৱতী সুঁতি,
ঘটনাবহুল গভীৰ
অৰ্থপূৰ্ণ ইয়াৰ গতি।

ই নহয় মাথোঁ কাহিনী
ৰাষ্ট্ৰ উত্থান-পতনৰ,
ই যে চলন্ত বিৱৰণী
চিন্তাৰ জীবাশ্ম যুগৰ,
সময়ৰ বুকুত প্ৰকাশ
কালৰ বুকুত স্থিতি।

সৃষ্টিৰ প্ৰেৰণাৰ উৎস,
ভৱিষ্যতৰ পূৰ্বাভাস,
সমাজ সভ্যতাৰ শিলালিপি
এই ইতিহাস,

স্থবিৰ নহয় ইতিহাস
ই যে এক বোৱতী সুঁতি।

(৬৬৩)
কুলিয়ে মাতিছে নাহৰো ফুলিছে
কপৌ ফুলে সজায় বন,
চকুৰে দেখিছোঁ মনেৰে ভাবিছোঁ
তুমি অহালৈ গণিছোঁ ক্ষণ।
হৃদয় পদুলি উদুলি মুদুলি
মোৰ, নিকাকৈ থৈছোঁ সাৰি,
সেউজী দুবৰি কোমল ঘাঁহনি
হৃদয় দলিচা
থৈছোঁ পাৰি, তুমি সজাবাহি
তনু মন।
এবুকু মৰমে এবুকু যৌৱনে
তোমালে আছে
বাট চাই, এদিন এনিশা
এযুগ একাল মোৰ
নেযায় নুপুৰায়, আঙুলি মূৰত
লেখিছোঁ ক্ষণ।

(৬৬৪)
ঘঁৰিয়াল বান্দৰৰে মিতিৰালি,
সেই পুৰণি সাধু
শুনিছা নে নাই,
জানানে নাই,
জামু খাই সোৱাদ
পোৱা ঘঁৰিয়ালে
মিতাৰ কলিজা খাব খোজা
কথা জানানে নাই।

সাধুৰ ঘঁৰিয়াল
পানীত থাকে,

দুঠেঙীয়া (মানুহ) ঘঁৰিয়াল
বামত থাকে,
সাধুৰ ঘঁৰিয়ালক
ফাঁকি দিব পাৰি
দুঠেঙীয়া ঘঁৰিয়ালে
মানুহৰ কলিজা খায়।

উচ্চ মগজুৰ দুঠেঙীয়া
ঘঁৰিয়াল হিংস্ৰ ভয়াল,
এই ধৰণী দুঠেঙীয়া
ঘঁৰিয়ালে কৰিলে জয়াল,
মানুহ, মানুহ নহয়
যেন একোটি ঘঁৰিয়াল
হিংস্ৰ ভয়াল মানুহে,
মানুহৰ কলিজা খায়।

(৬৬৫)

মোৰ প্ৰিয়াৰ লাটুমণি দুটি ওঁঠৰ
পৰশ মোৰ অধৰত,
মোৰ প্ৰিয়াৰ লাৱণি হাতৰ কোমল
পৰশ মোৰ এই দেহত।

নেজানো কিয় মোক অকলশৰীয়া
কৰি, এৰি থৈ আঁতৰি গ'ল,
আকাশৰ নীলাৰ মাজত জিলমিল
এটি তৰা হৈ জ্বলি ৰ'ল,
উৰুঙা মন মোৰ, নুমাল প্ৰেমৰ
শিখা হৃদয় মন্দিৰত।

ইমান মৰম আছিল মোৰ
প্ৰিয়াৰ মনত, ইমান অভিমান,
লাজুকী লতা যেন পৰশ কাতৰ
আছিল মোৰ প্ৰিয়াৰ প্ৰাণ,
প্ৰিয়া মোৰ তৰা হৈ জ্বলে,
স্মৃতি হৈ সোঁৱৰণী জগায় মনত।

(৬৬৬)

সমাজে উন্নতি কৰিছে,
যুগৰ বোকোচাত উঠি
আগবাঢ়ি আহিছে,
সময় বোৱতী সুঁতিৰ
লহৰে সভ্যতাৰ সোপান
ৰচনা কৰিছে।

অতীত তমসা নিবিড়
অজ্ঞানতা ঘন কুঁৱলী
আঁতৰি পলাইছে,
অমৃত প্ৰয়াসী মানুহে
পোহৰৰ সন্ধান কৰিছে,
বন্ধ দুৱাৰ মেলি
ওলাই আহিছে।

জীৱন জীৱিকাৰ যুৱলি
কান্ধত লৈ মানুহ
আগুৱাই আহিছে,
যুগে যুগে মানুহে কৃষ্টিৰ
সৃষ্টি কৰিছে, নতুন ৰহণ সানিছে।

উন্নত জীৱনৰ সমল
বিচাৰি মানুহে আজি
প্ৰগতি শিখা জ্বলাইছে,
মানুহ আজি দীপ্তিমান
কীৰ্তিমান হইছে।

(৬৬৭)

গৰীয়সী জননীৰ সন্তান
বাণীপুত্ৰ কৃষ্ণ কীৰ্তিমান,
আজীৱন তপস্বী মহান
ইন্দ্ৰ বংশী হে পুৰুষ ধীমান।

জ্ঞানৰ প্ৰদীপ শিখা তুমি
সৰগৰ পাৰিজাত সৌৰভ

অম্লান, উজ্জ্বল চিৰ অনিৰ্বাণ
অসমী আইৰ গৌৰৱ
প্ৰাচ্য আকাশৰ এটি ধ্ৰুৱতৰা
তুমি চিৰ দীপ্তিমান।

বিশাল বাৰিধি বিৰল প্ৰতিভা, পণ্ডিত
শিৰোমণি গৌৰৱ প্ৰভা,
তোমাৰ অশেষ গুণাৱলী
হে মহান, যাচিছোঁ আমি, লোৱা
আমাৰ শ্ৰদ্ধাসিক্ত অঞ্জলি
নিজ গুণে গৰীয়ান,
জ্বলন্ত জ্যোতি শিখা,
তুমি দীপ্তিমান।

(৬৬৮)

ৰাধা, ৰাধা বাণী বাজে মুৰুলী ধ্বনি।
কাণপাতি শুনে ধ্বনি ৰাধা বিনোদিনী।।

পৰকীয়া প্ৰেম উৰে ৰাধা প্ৰজাপতি।
কলীয়া কৃষ্ণৰ প্ৰেম ৰাধাতহে মতি।।

শতশত গোপিনীৰ মাজে মধ্যমণি।
ৰাধা মুখ জ্বলে নিশাকৰ জিনি।।

যমুনা পাৰৰ নিশা জুৰ চন্দ্ৰাৱলী।
কেলি কৰে ভুৱন মোহন বনমালী।।

ৰাধা আত্মা পৰমাত্মা কৃষ্ণ বনমালী।
আমি যন্ত্ৰ, তুমি যন্ত্ৰী চতুৰ কুশলী।।

(৬৬৯)

হিয়াৰ আমঠু
ক'লা পৰি যায়,
আই অসমীৰ চেনেহৰ পুতাই
বিষ্ণু ৰাভা নাই।
চিফুঙৰ সুৰ
বজা নাই,
টকা, পেঁপা, গগনা
নেবাজে হায়!
কৃষ্টিৰ কঠীয়া লেৰেলি শুকায়,
বিষ্ণু ৰাভা নাই।

কোনে ক'লে
বিষ্ণু ৰাভা নাই,
কৃষ্টিৰ মৌকোঁহ
কোনে চুহি খায়,
হিয়াৰ আমঠু,
কলিজাৰ সোণ
বুকুৰ মাজত
ৰাখিছোঁ লুকাই।

অসমীৰ বহল বুকুত,
বৰনৈ লুইতৰ পাৰত,
কালজয়ী বিষ্ণু ৰাভা
আজিও আছে জীয়াই।

(৬৭০)

দুখন হাতেৰে
আঁজুৰি-পিজুৰি অ' আই,
জীয়াই থকাৰ সমল
আনোযে গোটাই,
নিয়তিৰ সতে যুঁজি
মই হাৰ মনা নাই।

কপালৰ ঘাম
মাটিত পেলাই,
হাড়ক মাটি কৰি
দেহা কৰিছোঁ ছাই,
ওৰে জীৱন বাটকুৰি বাই
ভাগৰি পৰা যে নাই।

জীৱিকাৰ যুৱলি
কান্ধত লৈ দিনে নিশাই,
যদিও ঘূৰিছোঁ অনাই-বনাই,
মই ভাগৰি পৰা নাই,
নিয়তিৰ সতে যুঁজি
মই হাৰ মনা নাই।

(৬৭১)

আমি মগনীয়া, আমি
সমাজৰ পেলনীয়া,
বাটৰ জিৰণীয়া, আমি
দুসাজ লঘোণীয়া।

বাঢ়নীৰ আগত যোৱা, আমি
পেলনীয়া একোজন,
মূল্যহীন আমি, অৰ্থহীন
আমি একোজন,
অনাহূত অনাদৃত আমি
বাটৰ জিৰণীয়া।

কাঙালী ভোজনত
আমি দৰিদ্ৰ নাৰায়ণ,
গছৰ তলত, বাটৰ দাঁতিত
সুখত শয়ন,
অমৃতৰ সন্তান আমি
দুসাজ লঘোণীয়া।

(৬৭২)

তমসা নিবিড় নিশা
পোহৰ এফালি,
ভল্লাৰ পাৰৰ
সেই দোকমোকালি,
সিন্ধুৰ পাৰত হ'ল
প্ৰভাত সোণালী।

সৃষ্টিৰ আদিৰ সেই
ওংকাৰ ধ্বনি,
বহুধা বিভক্ত হৈ
হ'ল সুৰদি বাণী
অমাতৰ মাত,
ভাষাৰ জননী
কাহিলি, কাহিলি পুৱা
পোহৰ হেঙুলী।

সিন্ধু, গংগা, লুইতৰ পাৰ
উঠে ধ্বনি ওংকাৰ,
পুণ্যভূমি এই ভাৰত সুৰদি
সুৰৰ ঝংকাৰ, কৃষ্ণা,
কাবেৰী, বৃদ্ধ বিন্ধ্য পাহাৰ
কৃষ্টিৰ কালাধাৰ
লুইতৰ পাৰত নিতৌ
জ্বলে সুৰুয সোণালী।

(৬৭৩)

উত্তৰে অৰুণাচল, সূৰুযে মেলে
য'ত হেঙুল আঁচল,
দক্ষিণে মিজোৰাম, মেঘালয়,
নগাভূমি শ্যামল।

পশ্চিমে মেঘনা, লুইতে গায়
গীতি মিলন মধুৰ সুৰে
সূৰুযে নিতৌ পুৱাতে
সজাই সোণালী সাজেৰে,
পুবে মণিপুৰ, আৰাকান পাহাৰ
প্ৰাণময়ী অসমী নৃত্যৰ ছন্দেৰে,
মাজত লুইত পিতৃযে
আমাৰ, দুয়োপাৰ শ্যামল।

এনুৱা দেশত জনম আমাৰ
এয়ে আমাৰ সৰগী ধাম,

ফলে ফুলে শুৱনি সেউজী অসম,
বিচাৰিলে ক'ত বাৰু পাম,
কামাখ্যা গোসাঁনী ইয়াতে বিৰাজে,
ইয়াতে তীৰ্থ নীলাচল,
সাতভনী বাইদেউ অসমা ৰহণীয়া
কৃষ্টি, ৰূপে গুণে জলমল।

(৬৭৪)

পণ্য নৈতিকতা আৰু কৃষ্ণ
কাঞ্চনৰ সয়ম্বৰ,
সমাজৰ ৰন্ধ্ৰে ৰন্ধ্ৰে দুৰ্নীতিৰ
মহাপয়োভৰ।

ঐশ্বৰ্যৰ আহৰণ আৰু
নিৰ্লজ্জ প্ৰদৰ্শন,
দুৰ্নীতি দানৱে কৰে গ্ৰাস
সমষ্টিৰ জীৱন,
বিভ্ৰান্ত ব্যক্তি, আকণ্ঠ তৃষ্ণা
কৃষ্ণ কাঞ্চনৰ।

অৰ্জুন আজি বৃহন্নলা,
ধৃতৰাষ্ট্ৰ অন্ধ, অজ্ঞানী,
বন্দী বিকৰ্ণ, বিবসনা পাঞ্চালী
জ্ঞান বৃদ্ধ ভীষ্ম পিতামহ
টোকে চকুপানী
আজি স্থবিৰ কাতৰ
নীৰৱ পাৰ্থ সাৰথি,
বিবেক সমাজৰ।

(৬৭৫)

আজি বতাহত হিল্লোল লাগে,
আজি পৰাণত কল্লোল জাগে।
বন্ধ দুৱাৰ কোনে দিলে মেলি,
পদূলিত কোনে দিয়ে উৰুলি,
আজি আনন্দৰ হিল্লোল জাগে।

কল্ কল্ নামে জ্যোতিৰ ধল,
ৰুদ্ধ মন আজি মুক্ত যে হ'ল,
আজি হৃদয়ত হিল্লোল লাগে।

(৬৭৬)

মাৰ ককাই, ভাই
আমাৰ মোমাই,
তেওঁৰ সমান আপোন
কোনো যে নাই।

মোমাই নেথাকিলে
আমাৰ দিনতে এন্ধাৰ,
মোমাইক দাপোণত চাওঁ
মুখখনি আমাৰ,
মোমাইৰ সমান
কোনো নাই।

ৰং সানি বহুৰাই
আমি জীৱন কটাও,
ডিঙিত পেটী বান্ধি
মাছে মঙহে খাওঁ
দেশ যদি যায় যাওক
কোনো খেদ নাই।

(৬৭৭)

আকাশৰ বিশালতা দেখি
ভাবত বিভোৰ মই, হ'লোঁ যে তন্ময়,
গধূলিৰ ছাঁ-পোহৰত তোমাক
দেখি, মৃন্ময় কামনা কৰিলোঁ জয়।

আকাশৰ অলেখ তৰাৰ মাজত
জ্বলে এটি ধ্ৰুৱতৰা অচঞ্চল,

হৃদয় আকাশ জুৰি জ্বলে
তোমাৰ ৰূপ অপৰূপ সমুজ্জ্বল,
গধূলিৰ ছাঁ-পোহৰত চিনিলোঁ
নিজকে, পালোঁ মোৰ সত্য পৰিচয়।

মৃন্ময় এ' দেহৰ মাজত বিৰাজে বিদেহী
চিন্ময় সত্তা-চিৰন্তন,
মৃন্ময় এই দেহ অনিত্য, সত্য মাথোঁ চিন্ময়
আত্মাৰ ৰূপ সনাতন,
তুমি মই অভিন্ন হৃদয়, তুমিয়ে মই,
ময়ে তুমি, পালোঁ পৰিচয়।

(৬৭৮)

ঈদৰে জোনটি ওলাইছে আজি,
ৰমজান' ৰোজা কবুল আজি,
ঈদৰ নামাজ পঢ়োঁ আহা আজি।

কাঁচি যেন জোনে আকাশ উজলাই,
আচ্‌মানৰ পোহৰ মন পোহৰাই,
মিলাদ্ এ-মেহফিল পাতোঁ আজি।

বেহেস্তৰে পোহৰ দুনিয়াত পৰিছে,
সবাকো যে আপোন আপোন লাগিছে,
ইন্‌চানৰ সমাজ গঢ়োঁ আমি
ৰাইজৰ দোৱা মাগিছোঁ আজি।

(৬৭৯)

মন দি মন নেপালোঁ তোমাৰ,
কথা দি কথা নেৰাখিলা তুমি,
হিয়া দিয়া নিয়া খেলা খেলিবা
কিমান, ধেমালি কৰি কি ভালপোৱা তুমি।

লাহী পাখি মেলি মোৰ আশাৰ
পখিলী, উৰি আহি পৰে মনৰ ডালত,
ভাল লগা ভালপোৱা কত কথা
কৈছিলা তুমি, আছেনে মনত,
লুকাভাকু খেল, হিয়া দিয়া নিয়াৰ
ধেমালি কৰি কি ভাল পোৱানো তুমি।

মান নে অভিমান নে ছলনাহে কৰিছা তুমি,
মই বুজি পোৱা নাই
সময় বোৱতী সুঁতি যৌৱন উকলি যায়
তুমি বাৰু বুজিছা নে নাই,
কিয় বাৰু থাকা দূৰে দূৰে, কি সুৰে
কথা ক'লে বাৰু, বুজি পোৱানে তুমি।

(৬৮০)

মেঘৰ দৰে অকলশৰীয়া মই
ঘূৰি ফুৰোঁ অনাই বনাই,
চিৰ যাযাবৰী এই জীৱন মোৰ
মোৰ কোনো ঠিকনা যে নাই।

নিদাঘ দগ্ধ হৃদয়ত মোৰ
মৰম বৰ্ষা কাহানিও নমা নাই,
জীৱন চাহাৰাৰ তপত বালি,
চেনেহ ছায়া ক'তো যে নাই।

শুকান হৃদয় সৰসীত মোৰ
প্ৰণয় পদুম ফুলা যে নাই,
শুকান মৰুত মৰীচিকা (খেদি)
খেদি, মই ভাগৰি পৰা নাই।

সেউজ কোমল ঘাঁহনি, হৃদয়
মৰুদ্যান ক'তো যে দেখা নাই,
মৰমী হাতৰ পৰশ, চেনেহ তৰুৰ
ছায়া, মই পোৱা নাই।

(৬৮১)

ভাল লাগে জানো নিৰলস
জীৱনৰ অলসতা

আছে জানো তাতে কৰ্মময়
জীৱনৰ পৱিত্ৰতা ?

কৰ্মহীনতা জীৱনৰ কলঙ্ক
কিহেৰে মচিবা,
সীমাহীন লাজ ব্যথাতুৰ মুখ
কিহেৰে ঢাকিবা ?
ক্ষণে ক্ষণে বাঢ়ে গ্লানি,
বাঢ়ে মনৰ বিষণ্ণতা।

উঠা জাগা হে পুৰুষ তুমি,
এলাহ নিহালী এৰা,
লক্ষ্য স্থিৰ কৰি দৃঢ় মনে
তুমি কৰমত ধৰা,
কলঙ্ক মোচন হ'ব, পাবা
সুখ-শান্তি পৱিত্ৰতা।

(৬৮২)

কোনে দিলে খুলি মনৰ নঙলা,
পদূলি উদুলি মুদুলি,
কোনে দিলে মেলি মনৰ দুৱাৰ
বাট চ'ৰাওযে মুকলি।

খোজে খোজে কোন আহে আজি
ৰঙীন ফাগুনৰ বতৰা লৈ,
ক'ত বাজে বাঁহী কোন আহে মোৰ
মন বাটচ'ৰা পাৰ হৈ,
উদুলি-মুদুলি হিয়াৰ পদূলি
কোন আয়তীৰে উৰুলি।

প্ৰিয় মোৰ আহিব বুলি, হিয়াৰ
মন্দিৰ মোৰ ৰাখিছোঁ সজাই,
সেই ক্ষণ আহিছে আজি,
মিলন শংখ কোনে বজায়,
কোনে দিলে মেলি হিয়াৰ দুৱাৰ,
আয়তীয়ে দিলে উৰুলি।

(৬৮৩)

হে কাপুৰুষ প্ৰধান
কি বুলি দিবা সমিধান ?
তোমাৰ সন্তানে যদি অনাগত
কোনোবা দিনত প্ৰশ্ন কৰে তোমাকে,
তাহানি শৰাইঘাটত কোনোবা
লাচিতে কিয় ঘপিয়াই কাটিলে মোমাইকে,
কি বুলি দিবা সমিধান
তুমি হেৰা কাপুৰুষ প্ৰধান।

সোধে যদি জয়মতী কিয় বা হ'ল সতী
কিয় বাৰু মুলাই দিলে প্ৰাণ বলিদান
মণিৰাম, পিয়লীয়ে কিয় ল'লে চিপজৰী,
কনক কুশলে কিয় উছৰ্গিলে প্ৰাণ,
কি বুলি দিবা সমিধান
তুমি হেৰা কাপুৰুষ মহান।

হৰনাথ দাৰোগাৰ পৰিচয়ে হ'ব
তোমাৰ পৰিচয়,
বদন বিভীষণ বুলি যদি তোমাকহে কয়,
তুমিনো হেৰা লুকুৱাবা ক'ত তোমাৰ মুখ,
জ্ঞাতি হিংসা কৰি তুমি কি বা পোৱা সুখ,
মৰিলেও তোমাৰ নহ'ব সদ্‌গতি,
যুগে যুগে ৰ'ব তোমাৰ কুখ্যাতি
সেই কথা ভাবিছানে নাই,
বুজিছানে নাই
হেৰা, কাপুৰুষ প্ৰধান।

(৬৮৪)

আশাৰ আকাশী লতা
মৰহি শুকাল,
মধুৰ সপোন মোৰ
কেনিবা হেৰাল।

পুৱা ফুলা সূৰুযমুখীৰ পাহি
তলসৰি পৰি ৰ'ল,
চোতালত পৰি ৰুণ দি থকা
পাৰজনী উৰি গুচি গ'ল,
অত যতনেৰে গঁথা
মালাধাৰি মৰহি শুকাল।

মনৰ আৱেগ ৰাশি হিয়াৰ
অনুভূতি জঁয়পৰি গ'ল,
আলসুৱা মন মোৰ, হিয়াৰ
আমঠু ক'লা পৰি গ'ল
আশা সোণালী হৰিণ
কেনিবা লুকাল।

(৬৮৫)

বিভেদৰ তুঁহ জুই কোনেনো জ্বলায়।
ঐক্যৰ এনাজৰী কিয় বা ছিঙি যায়।।

অলপ বুজা বুজি অলপ এৰা ধৰা।
এৰা ধৰা কৰি সবাকো আপোন কৰা।।

সংহতিৰ সাঁকো লোৱা সজাই পৰাই।
হিংসাৰ অগনি আৰু নিদিবা জ্বলাই।।

মৰম মৌ কোঁহ দিয়া সবাকো ভগাই।
চেনেহ জৰী দিয়া সবাকো পিন্ধাই।।

(৬৮৬)

ফুল হৈ ফুলি ৰ'ম
তোমাৰ মন পদূলিত,
সুৰ হৈ বাজি ৰ'ম
তোমাৰ মন মুৰুলীত।
জুৰি হৈ বৈ যাম মন সাগৰলৈ,
মই বোৱতী সুঁতি,
মই শিহৰণ পুলক হৈ
ঢউৱে, ঢউৱে যাম উটি,
কেতেকী সুবাহ হৈ মই ভাঁহি
ৰ'ম তোমাৰ পদূলিত।

মই পখী হৈ উৰি আহিম,
ঘূৰি গৈ পৰিম ডালত
ঘূৰি আহি আকউ ডেওদি
নাচিম তোমাৰ চোতালত,
ফুল হৈ ফুলি ৰম মই
তোমাৰ মন ফুলনিত।

(৬৮৭)

আমনি নকৰিবি তই সোণ
আজি এই নিশাটি,
দিবলৈ ঘৰত নাই আজি
মোৰ খুদ কণ একোটি।

পাৰো যদি পুৱাহে
খুজি মাগি দিম আনি
খুদ কণ যি পাওঁ চাউল এমুঠি,
এতিয়া শুই থাক নকৰিবি আমনি
কান্দি কান্দি ভাগৰি পৰি
টোপনিত লালকাল হ'ল পোনাটি।

শুই থকা পোনাটিৰ মুখত
চুমা এটি খাই,
তাৰ মাকে উচুপি উচুপি
উজাগৰী নিশাটি কটাই,
চকুলো নুটুকি,
উজাগৰে নেথাকি
কৰিব কি? নিতৌ যাৰ
টেকেলী কাতি।

(৬৮৮)

অস্তিত্ব ৰক্ষাৰ এই সংগ্ৰাম
উপেক্ষা কৰা অসমীয়াৰ,
আছে জানো অধিকাৰ, জয়াৰ
সতীত্বক লৈ গৌৰব কৰাৰ।

জয়াৰ পো-নাতি এইবোৰ
অসমীয়া নামৰ অযোগ্য,
জাতিৰো কলঙ্ক,
গিয়াতি বৈৰী বুলি বিশ্বত
থাকিব কুখ্যাতি, ভ্ৰাতৃবৈৰী
পাপত নিমগ্ন,
মাতৃ মন্দিৰ নেওচি কি কাম
(কোৱা) সাতো তীৰ্থ ভ্ৰমণ কৰাৰ।

মাতৃৰ অপমান
সহে যিজন
জানিবা নিশ্চয়
কাপুৰুষ হেৰা সেইজন,
সন্তান হ'লেও
সি কু-সন্তান,
বৃথা তাৰ জনম,
বৃথা তাৰ জীৱন,
কাপুৰুষ এই সব নহয়
পো-নাতি সতী মাতৃ জয়াৰ।

(৬৮৯)

হেমন্তৰ শীৰ্ণ নদী
বৰষাত নামে ঢল,
শীতৰ সেমেকা ধৰা
বসন্তত যৌৱন উচ্ছল।

শাৰদীয় জোনৰ পোহৰ
শৰৎ শুৱনি কোঁৱৰ,
বতাহত হালে জালে
শুকুলা কহুৱাৰ চোঁৱৰ,
নীলা চকু যুৰি চাৱনি
চল্ চল্, ৰূপ টলমল।

গ্ৰীষ্মৰ খৰতাপে দগ্ধ
ধৰণী সেউজী সঁজাল,
বাসন্তী ৰঙেৰে সাজিছে
আজি, ৰসেৰে ৰসাল,
কিশোৰী ধৰাৰ দেহত
উচ্ছল যৌৱনৰে ঢল।

(৬৯০)

হে মোৰ প্ৰিয় জন্মভূমি
ধন্য মই তোমাৰ চৰণ চুমি,
মণিৰাম, পিয়লী, কনকৰ মাতৃ
মহাসতী জয়মতী তোমাৰ দুহিত্ৰী,
হে মোৰ প্ৰিয় জন্মভূমি
স্নেহময়ী মূলাৰ জননী তুমি।

শংকৰ, মাধৱ, হৰিদেৱ, দামোদৰে
কৃষ্টি, সংস্কৃতি দিলে দান,
কনক, কুশল, মণিৰাম, পিয়লী
তোমাৰ অমৰ সন্তান
একেজনী আইৰে সন্তান মই,
ধন্য মই তোমাৰ চৰণ চুমি।

কৃষ্টি ৰহণীয়া, বাৰে বৰণীয়া দেশ,
মই বৰ ভাল পাওঁ
ঐতিহ্যমণ্ডিত মোৰ এই দেশ,
মুখখনি বাৰে বাৰে চাওঁ,
প্ৰিয় মোৰ জন্মভূমি, ধন্য মোৰ
জীৱন, তোমাৰ চৰণ চুমি।

(৬৯১)

অবৈধ মিলনৰ ফল মোৰ
এই জীৱন, অসংগত কামনাৰ সন্তান,
পৰিচয়হীন ওৰেটি জীৱন
পালোঁ মাথোন অপমান, অৱহেলা, অপমান।

অজ্ঞাত মোৰ পিতৃ পৰিচয়,
সদা সংকুচিত, দ্বিধা জড়িত, মাথোন সংশয়,
কামাতুৰা কোনোবা মাতৃৰ সন্তান,
অজ্ঞাত কুলশীল, মোৰ নাই পৰিচয়,
মোৰ জন্মৰ বাবে জানো মই
জগৰীয়া, সমাজত পাওঁ কিয় অপমান।

কামাতুৰা মোৰ মাতৃ, পলৰীয়া পিতৃ,
অবাঞ্ছিত মই মানুহৰ সমাজত,
নাই মোৰ বংশৰ গৌৰৱ, হেৰুৱালোঁ
মানুহৰ অধিকাৰ জন্মৰ ক্ষণত,
কলংকিত মোৰ এই জীৱন, নহয়
জানো সভ্যতা, মানৱতাৰ অপমান?

(৬৯২)

মায়ামৃগ বিচাৰি বিচাৰি
মই পৰিছোঁ ভাগৰি
মৰীচিকা যিমানে খেদিছোঁ
সিমানে যায় আঁতৰি।

অশান্ত হৃদয় শান্ত কৰিবলৈ
আহিবনে কোনোবা,
শান্তিৰ শীতল ছায়া মই
বাৰু পামনে কাহানিবা,
নিৰাশা কুঁৱলী জীৱন
আকাশ ধৰিছে আৱৰি।

মায়া সোণৰ হৰিণ
নিয়তিৰ কি যে পৰিহাস,
মোৰ বুকু ভাগি ওলায়
আহে নিৰাশা নিশ্বাস,
মোৰ এই জীৱনত, মই
নেপালোঁ কাৰো যে সঁহাৰি।

(৬৯৩)

জীৱন নদীৰ সোঁতে সোঁতে
ডিঙা মোৰ উটুৱাও,
সময় সাগৰৰ পাৰ বিচাৰি
পাওঁ কি নাপাওঁ।

সীমাৰ মাজত বন্দী আমি
বন্দী আমাৰ জীৱন,
অসীম সময়, মুক্ত মন
অনন্ত একোটি ক্ষণ,
সময় বিশাল বাৰিধিত
ভাঁহে জীৱনৰ নাও।

আশাতে বন্দী জীৱন,
সময়ৰ নাই পাৰাপাৰ,
জন্ম আৰু মৃত্যু, জীৱন
নদীৰ দুটি পাৰ
তাৰেই মাজত জীৱন
নামৰ ডিঙা উটুৱাও।

(৬৯৪)

মোৰ আইজনী ইমান ধুনীয়া
হাত দুইখনি জেতুকা বুলীয়া।

যুঁতি, জাই, তগৰ ফুলে খোপা শুৱনি,
নাহৰেনো কেতেকী ফুল যেন লাৱণি,
আলসুৱা মন, হিয়া কুমলীয়া।

আইজনী মোৰ ডাঙৰ হ'ব,
মুগা ৰিহা, মেখেলাৰে দেহাটি সজাব,
এহাত ওৰণিৰে মুখ লুকুৱাব,
আইজনী মোৰ বোৱাৰী সাজিব,
জীয়ৰী জীৱন হ'ব সপোন ফুলীয়া।

(৬৯৫)

জয়া যেন জীয়ৰী মূলা যেন বোৱাৰী
কতেনো এৰিলি, আই কতেনো হেৰুৱালি
তোৰ পুত্ৰ লাচিত মণিৰাম পিয়লী।

মদন ৰাউতা, মুকুন্দ কাকতি
আজি আৰু নাই,
আই ভোগেশ্বৰী কনক কুশল
বাহাদুৰ গাঁওবুঢ়াও যে নাই,
ভায়ে ভায়ে দন খৰিয়াল
দেখোঁ মাথোন খিয়লা খিয়লী।

আই তোৰ এনুৱা বিলৈ কিয়নো হ'ল,
ঢাপৰে জেওৰা, বেৰ কোনেনো ভাঙিলে,
আই তোৰ দেশতে মানুহ নাইকিয়া,
বদন বিভীষণে শতৰু শালিলে,
বৰঘৰ মজিয়াত ফেঁটী সাপ মেলিলে,
তোৰ মান ৰাখিবলে আহিছোঁ
ওলাই, মই মণিৰাম, ময়ে পিয়লী।

(৬৯৬)

এটি কলি আৰু দুটি পাতৰ
সপোন সেউজীয়া,
ৰাধাপুৰ বাগিচা হেনো
দুৰণিবটীয়া।

ৰাধাপুৰ বাগিচাৰ মাজতে
চেনেহৰে হাট,
হিয়াৰ চেনেহ, বুকুৰ মৰম
কোনে বেচে তাত,
এটি কলি, দুটি পাত, থৌকি
বাথৌ গাভৰু হিয়া।

মৰম বেহানি বেচা-কিনা
প্ৰতিদিন চলে তাত,
গাভৰুৰ হিয়া, ডেকাৰে মন
পীৰিতি নৈৰে ঘাট,
কত ঢৌ উটি মাৰ যায়, কত
সপোন সেউজীয়া।

(৬৯৭)

মোৰ দেশ, মোৰ এই
দেশ মহান,
শান্তি সৌধ ইয়াতে
কৰোঁ নিৰ্মাণ।

তীৰ্থশ্ৰেষ্ঠ মোৰ দেশ,
শান্ত পৰিবেশ,
পুণ্যক্ষেত্ৰ জন্মভূমি,
বিশ্ব বন্দিতা মোৰ
এ' দেশ, চিৰ সেউজীয়া
কৃষ্টি ঐতিহ্য মহান।

অনুপম মোৰ এই
দেশ প্ৰকৃতি কন্যা,
বিশ্ব বৰেণ্যা শস্য পূৰ্ণা
আই অনন্যা,
শান্তি সৌধ ইয়াতে
কৰোঁ নিৰ্মাণ।

(৬৯৮)

এয়ে মোৰ জন্মভূমি
এয়ে মোৰ আই,

আইৰ সমান মৰমী
কোনো যে নাই।

কতবাৰ, কতৰূপে
জনমিলোঁ ইয়াত,
কতবাৰ বীৰৰ দৰে
মৰিলোঁ ইয়াত,
তথাপি মোৰ হেঁপাহ
পলোৱা নাই।

আকউ আহিম, আকউ
আহিম আই,
আকউ উপজিম ইয়াতে,
অ' মোৰ আই,
তোৰ সমান মৰমী
কোন হ'ব আই।

(৬৯৯)

ৰূপৰ গামেখাৰু, সোণৰ জোনেবিৰি,
বাখৰ পনিয়লী, ডিঙিৰ সাতেসৰী,
কতেনো হেৰুৱালি অসমীৰ জীয়ৰী।

কাণৰ থুৰীয়া, কিংখাপ মেখেলাখনি,
মগৰুৱা বালা, মুগা ৰিহা, কেৰুমণি,
কতেনো হেৰুৱালি অসমীৰ বোৱাৰী।

জপাতে কুটিলে জপাৰে খনীয়া যোৰ,
উদণ্ড নো কৰিলি লখিমী ভঁৰাল তোৰ,
কতেনো এৰিলি গগনা তোৰ লাহৰী।

(৭০০)

আমি মানুহ, মানৱতাৰ
জয়গান গাঁও
দুইহাত যোৰ কৰি প্ৰাণৰ
প্ৰণতি জনাও।

দূৰণিত ক'ৰবাত আছে হেনো
কোনোবা ঈশ্বৰ,
দূৰণিৰ ঈশ্বৰ দূৰণিত থাওক
নচপাও ওচৰ
মানুহৰ সেৱা কৰোঁ মানুহৰে
জয়গান গাওঁ।

'সকলোৰে ওপৰত মানুহ সত্য'
জ্ঞানী গুণীজনে কোৱা শুনো,
মানুহৰ মাজতে মানুহৰ ৰূপতে
ঈশ্বৰ থাকে হেনো,
সেই মানুহৰ সেৱা কৰোঁ
মানুহৰে জয়গান গাওঁ।

(৭০১)

কঁকাল চুই পৰা আইটিৰ
দীঘল চুলিটাৰি
ডিঙিৰে শুৱনি সোণ জিল্‌মিল্‌
সাতেসৰী এধাৰি।

দুইহাতে দুইপাট সোণৰে
ৰূপৰে গামে খাৰু
দুই কাণ শুৱনি বাখৰ জিল্‌মিল্‌
সোণৰেনো কেৰু,
লাহী কঁকাল নাচনী পখিলী
কাৰেনো জীয়ৰী?

চিনিছোঁ ঐ চিনিছোঁ, তাঁতৰ পাটত
দেখিছোঁ, ফুলামকৈ গামোচাৰে শিপিনী,
দেখিছোঁ ঐ দেখিছোঁ নৈৰে ঘাটতে
দেখিছোঁ, লখিমী পথাৰৰে দাৱনী,
লাৱণি, শুৱনি মুখেখনি মোৰ
আই অসমীৰ জীয়ৰী
আইটিৰ দীঘল চুলিটাৰি।

(৭০২)

গলে বনমালা, দোলে খোজে খোজে।
তুমি গুণাতীত, মায়া কোনে বুজে।।

ৰিণি ৰিণি বাজে দুই ভৰিৰ নূপুৰ।
ভুৱন মোহন বাজে মুৰুলী মধুৰ।।

মূৰত ময়ূৰৰ পাখি মুখত হাঁহি।
দয়ালু ক্ষমা মূৰ্তি বাজে মধুৰ বাঁহী।।

নাজানো তোমাৰ কি যে মহিমা অপাৰ।
মূৰ্খ পিনাকী মই কৰা মোক সংসাৰ অপাৰ।।

(৭০৩)

তন্বীশ্যামা নহয় মোৰ প্ৰিয়া
হেৰা, বিৰহিনী অলকাৰ,
কবি মনৰ কল্পনা নহয় মাথোন,
প্ৰিয়া মোৰ সেউজী ধৰাৰ।

পদুমৰ বালা নিপিন্ধে মোৰ
প্ৰিয়াই, গামখাৰু হাতত,
বকুল ফুলৰ নেগাঁথে মালা,
বিহুৱান বয় তাঁতৰ পাটত,
জীৱন ছন্দেৰে মুখৰ, প্ৰিয়াৰ
দেহত যৌৱন জোঁৱাৰ।

প্ৰিয়া মোৰ মৰমী লাৱণি,
ঘৰ জেউতি লখিমী বোৱাৰী,
হিয়া মন বিয়াকুল কৰা
চাৱনি, মৰম পৰে নিগৰি,
প্ৰিয়া মোৰ নাচনী, শিপিনী
দাৱনী, লখিমী ধাননি ডৰাৰ।

(৭০৪)

দেশ বুলিলে হেনো কাৰো নেলাগে আদেশ,
আজি জনে জনে ধৰিছে ৰণুৱাৰ বেশ।
কমাৰৰ ভাটিত উৰে জুইৰ ফিৰিঙতি,
হালোৱাৰ হাতৰ মুঠিত অসীম শকতি,
লাৱণি অসমীৰ কি যে অভিনৱ বেশ।

অসমীৰ সন্তান সৱে কীৰ্তিমান হ'ব,
আই অসমী আকৌ জগত জিলিকা হ'ব,
দেশক সজাবলে' কাৰো নেলাগে আদেশ।

(৭০৫)

কুঁৱলীৰ আঁৰে আঁৰে ৰ'দ
জিলমিল কৰে,
আই অসমীৰ ৰূপে
আকাশ পোহৰ কৰে।

সোণ সোণালী ৰ'দৰে সোণালী
পোহৰ পৰে,
সেই পোহৰে পোহৰে ফুলনি
উপচি পৰে।

ফুলনি উপচি পৰে, ৰ'দেও
ধেমালি কৰে,
সোণালী ধানৰ হাঁহি, পথাৰ
উপচি পৰে।

দাৱনীৰ হাতৰ কাঁচিখনি
চিক্ মিক্ কৰে,
কলাফুল লৰে চৰে
কপালৰ ঘাম সৰে।

(৭০৬)

পনীয়া সোণৰ ধাৰ কোনেনো বোৱালে,
সোৱণশিৰীৰ সোণচেকুৰা,
মাণিকী-মধুৰিৰ লেছেৰি কোনে বোটলে।

লুইতৰ দুয়োপাৰে কঁহুৱা হালে জালে,
বিৰিণাৰ পাতৰ মাজত বতাহে ওমলে,
হেঙুল, হাইতালেৰে কোনে থাপনা বোলালে।

ঢোলৰ ছেৱে ছেৱে কোনেনো নাচিলে,
হিৰ্ হিৰ্, গিৰ গিৰ, মেঘে মাদল বজালে
কুঁহিপাতে সেউজী সাঁজে অসমীক সজালে।

(৭০৭)

মনজুৰ মলয়া বতাহ নো বলিছে,
সুৰ সুৰীয়া কুলিটিয়ে গীত গাইছে।

হালিছে জালিছে মন কঁহুৱা ফুলিছে,
পাখি লাহী নাচনী পখিলা যে উৰিছে।

যুঁতি, জাই, কেতেকীৰ সুবাস উৰিছে,
ফুলমধু বিচাৰি ভোমোৰা যে আহিছে।

পদুলিত কোনোবাই সুহুৰি মাৰিছে,
উদুলি মুদুলি মন, চেনাই আহিছে।

(৭০৮)

আমি হাঁহিম, আমি খেলিম,
লুইতৰ পাৰত আমি
জ্ঞানৰ প্ৰদীপ জ্বলাম,
জ্ঞানৰ শিখা জ্বলাই
আমি অন্তৰ পোহৰ কৰিম
(আমি) জননীৰ মুখ উজলাম।

জননী আমাৰ আই অসমী
অতিকে মৰমী অতিকে দৰদী,
পাটকাই আইৰ শিৰৰ ভূষণ,
মানাহে পখালে চৰণ।

শ্যামলী আই আমাৰ সোণবৰণী
প্ৰাগজ্যোতিষপুৰ জ্ঞানৰ সৰণী,
জননী আমাৰ মিলনৰ তীৰ্থভূমি,
সেই তীৰ্থভূমিত আমি
জ্ঞানৰ প্ৰদীপ জ্বলাম,
জননীৰ মুখ উজলাম।

(৭০৯)

মুখত মৃদু হাঁহি, মুৰত মৈৰাৰ পাখি।
ডিঙিত বনমালা উচ্ছল দুই আঁখি।।

নৰৰূপী নাৰায়ণ গোকুলত অৱতাৰ।
সিদ্ধমুনি গণে কৰে স্তুতি পুত্ৰ যশোদাৰ।।

দৈৱকী জননী জনম দুখুনী গৰ্ভত কৰিলে ধাৰণ।
দ্বাপৰ যুগত অৱতাৰ হৰি সাধুক কৰিলে তাৰণ।।

ত্ৰিবলি বলিত অঙ্গ তুমি বিশাল উদাৰ।
শ্যাম বৰণীয়া ৰমণীয়া ভংগী মনোহৰ।।

কান্তি কমনীয় কৰ্ণে দোলে কুণ্ডল সুন্দৰ।
সত্য সনাতন প্ৰভু তুমি জগতৰ।।

(৭১০)

নিকাকৈ সাৰি থোৱা
মোৰ মনৰ পদূলি গচকি
কোন আহে, কোন যায়,
ৰৈ আছোঁ মই মোৰ
হৃদয় মন্দিৰত তোমাৰ
প্ৰেমৰ চাকিটি জ্বলায়।

দেহলতা জুপিৰ ডালত
লাহী পাহি মেলি
ফুলিছে যৌৱনৰে ফুল,
মৌপিয়া কত কলীয়া
ভোমোৰা আহিছে উৰি
গোন্ধতে হৈ বিয়াকুল,

শীতৰ শেষত আহিছে
বসন্ত, মই বৈ আছোঁ
তোমালৈ বাট চাই।

কুঁহি কোমল মোৰ এই দেহা
নবীন যৌৱন মোৰ
বিয়াকুল হিয়া,
তোমাৰ প্ৰেমৰ মধুৰ
মদিৰা পান কৰি
মন অলিয়া বলিয়া,
প্ৰণয় পদুমে মেলিছে পাহি
প্ৰিয়তমা তোমালৈ
আছোঁ বাট চাই।

(৭১১)

শৰতৰ মুকলি আকাশত
শুকুলা মেঘৰ মেলা।
বিৰিন্দা বনতে সুন্দৰ
শ্ৰীহৰি কৰে ৰাসলীলা।।

মুকলি মুকলি
আকাশ মুকলি।
যমুনা পাৰৰ
বালি ৰূপোৱালী।।

কদম তলত কানাই
বজায় মুৰুলী।
নাচে কৃষ্ণ, নাচে ৰাধা,
নাচে গোকুলৰ গোপিনী।।

বাজে বাঁহী ৰাধা, ৰাধা
ধ্বনি ত্ৰিভুৱন মোহিনী।
শাৰদী নিশাৰ আকাশ
মুকলি মুকলি।।

নন্দৰ আদেশ শিৰে ধৰি
ৰাধিকা সুন্দৰী।
কৰিলে প্ৰৱেশ কুঞ্জ কুটীৰত
কৃষ্ণৰ হাতে ধৰি।
সাক্ষী ৰ'ল শাৰদী নিশাৰ
জোনালী বাজে মোহন মুৰুলী।।

(৭১২)

চোতালত বহিছে আহি
বায়ন খুড়া আৰু জেঠা সাতোলা,
গায়নৰ ল'ৰাটিৰ নাম
প্ৰগতি বৰা নগৰত আমোলা।

প্ৰগতি বৰাই হেনো লগাইছে লেঠা
গাভৰু প্ৰণীতাৰ সতে পাতিছে খেলা,
হিয়া দিয়া নিয়া,
প্ৰগতি প্ৰণীতাৰ জাতৰ অমিল,
ভাবী শহুৰৰ উপাধি হেনো বিষয়া
নহয় ৰজাঘৰীয়া,
তাকে শুনি খঙতে জ্বলিপকি
আহিছে বায়ন খুড়া আৰু জেঠা সাতোলা।

গায়ন বৰাই ক'লে — কি ক'লে,
'মোৰ ল'ৰাই কোনো জগৰ লগোৱা নাই,
গৰ্দভ, শৃগালৰো আত্মাৰাম
গুৰুজনাই জানো কৈ যোৱা নাই?
বিষয়াৰ জীয়ৰী প্ৰণীতাৰ স'তে
প্ৰগতি পুত্ৰৰ মিলন অহা ব'হাগতে।'

তাকে শুনি শেন হৈ অহা
বায়ন খুড়া ফেঁচা যেন হৈ
উঠি গ'ল মুখ ওফোন্দাই
লগতে উঠি গ'ল গাঁওবুঢ়া জেঠা সাতোলা।

(৭১৩)

আকউ আহিছে দেশৰ আহ্বান,
বিষয়া, আমোলা হোৱা সাৱধান,

পদবীৰ মোহ পৰিহৰি,
দেশৰ হকে যুঁজা প্ৰাণপণ কৰি।

দেশ থাকিলে তোমাৰ সকলো থাকিব,
দেশ গ'লে তোমাৰো যে অস্তিত্ব হেৰাব,
ৰাজপুৰুষ হেৰা হোৱা সাৱধান,
লাচিতৰ ত্যাগেৰে ৰাখা জননীৰ মান।

জয়াৰ চৰম ত্যাগৰ দৃষ্টান্ত
কিয়নো পাহৰি যোৱা?
দেশৰ অহিত চিন্তা কিয় কৰা?
বৰুৱা বদন কিয় হোৱা?
শুনা জানো নাই হেৰা জননীৰ আহ্বান।

বৰুৱা আনন্দৰাম বিষয়া আছিলে,
বৰুৱা হৰনাথে বিদেশীৰ স'তে
মিতিৰালি পাতি কুখ্যাতি আৰ্জিলে,
বিষয়া আমোলা সবে হোৱা সাৱধান,
মণিৰাম পিয়লীৰ আদৰ্শৰে হোৱা কীৰ্তিমান।

(৭১৪)

কিয়নো কৰিছা হেৰা
ৰাধাক আমনি।
নেলাগে শুনাব প্ৰেমৰ
মধুৰ বাণী।।

বিৰহ অনলে দগ্ধ, নখে মাটি
লেখি ৰাধিকা গোসাঁনী।
আমন জিমন মনে যমুনা পাৰৰ
কুটীৰত আছে ক্ষণ গণি।।

ঘনে ঢাকে বুকুখনি
নীলা আঁচল টানি।
সাজিছে ৰাধা কুৰুবক্,
তমাল কুসুম আনি।।

কাণত কুণ্ডল, দোলে
অলক কুণ্ডল।
বিৰহ-অনল জ্বলে
মন যে চঞ্চল।।

(৭১৫)

শিথিল কবৰীৰ সৰি পৰা কৰবী পাহি,
তাতেই দেখা পালোঁ তোমাৰ মধুৰ হাঁহি।

কোনে যেন বজাইছে বাঁহী দূৰ-দূৰণিত,
ৰঙা ৰঙা পলাশৰে ফুল মন বননিত,
যুঁতি, জাই, তগৰ, মালতী, পদুমৰ পাহি।

শিথিল কবৰী কাৰ, মেলা চুলিটাৰি,
হৃদয় সৰসীত জাগে প্ৰেমৰ লহৰী,
অনুৰাগ আৱেগ সনা চকুৰ পাহি।

(৭১৬)

ৰ'দ জিল্‌মিল্ চোতাল শুৱনি,
ৰূপ জিল্‌মিল্ কঁহুৱা বননি,
সোণ জিল্‌মিল্ সোণালী ধাননি।

মন নিজৰাটি ইমান চঞ্চল,
লাহী দেহাটি মোৰ মন যে চপল,
হালে জালে নাচে সোণালী ধাননি।

মাহ-হালধি সনা মোৰ দেহাটি,
বাউলী বিৰিণা হালে চেনাইটি
কপৌ ফুলে শুৱনি মন বননি।

(৭১৭)

আকাশৰ পাৰে পাৰে,
দিগন্তৰ পাৰে পাৰে,
সাগৰৰ পাৰে পাৰে,
মন মোৰ ঘূৰি ফুৰে অকলশৰে।

নীলা আকাশৰ নীলাৰ মাজত
জোনৰ এফালি পোহৰে
ক'লা ডাৱৰৰ এন্ধাৰ আঁতৰাই
আকাশ পোহৰ কৰে।

নীলা আকাশৰ নীলাৰ বুকুত
শুকুলা ডাৱৰৰ দৰে
মন মোৰ ঘূৰি ফুৰে নীলিম
দিগন্তৰ পাৰে পাৰে,
নিঃসঙ্গ নিৰল মন মোৰ
ভৰি পৰে সোণালী ৰ'দেৰে।

(৭১৮)

আই অ' আই,
শুৱনি মোৰ আই লাৱণি,
শোকে দুখে
পৰিছে মোলান,
আইৰ মুখেখনি।

আই তোৰ লখিমী
ভঁৰালত একো যে নাই,
শুদা হাতে আহিছোঁ আই
পূজাৰ সম্ভাৰ নাই,
আই মোৰ নাছিলে দুখুনী,
পুত্ৰ শোকে আৱৰা
আইৰ মুখেখনি।

ফুল, জল বেলপাতেৰে
পূজা তোৰ নেপাতোঁ,
ধূপ, দীপ, নৈবেদ্য
নেলাগে থাপনা নেপাতোঁ,
জবা ফুল, ৰঙা কৰবীৰে
হিয়াৰ ভকতি, বাহুৰ শকতিৰে
আই অ' আই
সজাম তোকে আই অ' জননী।

(৭১৯)

নৱ দূৰ্বাদল শ্যাম
শস্যৰূপী ৰাম জগতৰ প্ৰাণ,
নাঙলৰ সীৰলু যে সীতা
মৌচুমী বায়ু হনুমান।

ধৰণী গৰ্ভত জনমে লক্ষ্মণ,
সোণ গুটি মাণিকী-মধুৰি ধান
জনকৰূপী কৃষকে কৰে কৰ্ষণ
শস্যৰূপী ৰাম জগতৰ প্ৰাণ।

শস্য ধ্বংসকাৰী
প্ৰলয়ঙ্কৰী বান, ধুমুহাৰ গৰ্জন
দুৰন্ত ৰাৱণ
শস্যৰূপী ৰাম জগতৰ প্ৰাণ।

(৭২০)

আহিছে বসন্ত, সাজিছে প্ৰকৃতি
সেউজীয়া গছে পাতে,
মুখৰি উঠিছে গগণ পৱন
কুলি-কেতেকীৰ মাতে।

কিশোৰী পৃথিৱী গাভৰু হ'ল,
প্ৰণয় নূপুৰ বাজে তালে তালে,
ফুলনি শুৱাই ফুলিছে ফুল,
ৰঙা ৰঙা পলাশৰ ডালে ডালে,
সাজিছে ধৰণী, মন মোহিনী
মুখৰিত গগন পৱন কুলি-কেতেকীৰ মাতে।

আহিছে বসন্ত, মন অশান্ত
মাহ-হালধিৰ গোন্ধে মন উতলা কৰে
চ'তৰে শেষতে মন চোতালতে
গৰকাৰ চাবে চাবে দোৰপতি ঘনে ঘূৰে
গাভৰু মন, ক্ষণে উচাটন
মুখৰিত গগন পৱন কুলি কেতেকীৰ মাতে।

(৭২১)

লৰে, লৰে কলাপাত লৰে,
আগলতি কলাপাত লৰে
কিয় জানো মোৰ আজি
সোঁ চকুটি লৰে।

দুৰু দুৰু, হিয়া দুৰু দুৰু
কিয় কৰে
থৌকি বাথৌ, মন থৌকি
বাথৌ কিয় কৰে,
বাৰে বাৰে চেনাই ধনলে'
মনত পৰে।

দুৰে দুৰে, সুৰে সুৰে,
মনতে পীৰিতি ফুলিলে,
মনে মনে, কাণে কাণে,
ভোমোৰাই বাতৰি দিলে,
উগুল-থুগুল হিয়া
মাকো সৰি সৰি পৰে।

(৭২২)

শাওণৰ শেষত
ৰোৱা শেষ কৰি,
ধুই পখালি
নাঙল যুৱলি
ভঁৰালৰ বেৰত
থৈছে আঁৰি।

এহালিচা মাটিত
ভদাইৰ খেতি
ৰোৱণী, দাৱনী
আঘোণীজনী,
কাতিৰ শেষত টেকেলীকাতি,
বাকী ছয় মাহে
ভাত মোকোলাই
ঘৰে ঘৰে হাজিৰা কৰি।

সেইনো ভদাইৰ ভোগালী,
কঙালী সকলো সমান,
আঘোণী ভদাইৰ এইখন
সমাজত নাই যে সন্মান,
লঘোণীয়া পেটেৰে দিন কটায়
যেনে তেনে কৰি।

(৭২৩)

ইফালৰ মেকুৰী
সিফাললে' যায়,
সিফালে গ'লে হেনো
পদবী পায়।

পদবীৰ লোভত পৰি
দুঠেঙীয়া মেকুৰী
(ঢুখৰীয়া পীৰাত বহে)
মেও মেও কৰি ফুৰে
মূৰ জোকাৰি,
পেলনীয়া খাবলে'
কিজানিবা পায়।

চোৰ মেকুৰীয়ে চুৰ কৰি
আধা পোৰা খৰিৰ কোব খাই,
মানুহ মেকুৰীয়ে বাৰু
কি খায়, কি পায়,
তেনে মেকুৰী দেখিলে
দূৰ কৰিব লাগে মাধমাৰ শোধাই।

(৭২৪)

মই দিয়া দাপোণখন কি কৰিলা,
আদৰ নকৰি হেৰা কিয়নো ভাঙিলা?

মই দিয়া দাপোণখন কেনেকৈ ভাঙিলা,
কিয় বাৰু তুমি আদৰ নকৰিলা ?

দাপোণ ভাঙি খণ্ড বিখণ্ড যে হ'ল,
মই দিয়া দাপোণৰ অৱশেষ নৰ'ল।

ভঙা দাপোণৰ টুকুৰাই বুকুত বিন্ধিলে,
বুকুৰ পৰা ধাৰাসাৰে তেজ নিগৰিলে।

(৭২৫)

প্ৰণয় পখিলীজনী কেনি উৰি গুচি গ'ল,
প্ৰেমৰ পদুম পাহি মৰহি শুকাই গ'ল।

চেনেহৰ এনাজৰী কিয়নো ছিঙিলা,
যৌৱনৰ অঙ্গীকাৰ কিয়বা পাহৰিলা।

পীৰিতি সৌৰভ কিয় নাইকিয়া হ'ল,
তুমি দিয়া প্ৰতিশ্ৰুতি আজি মিছা হ'ল।

ব'হাগত বিহুৱান দিও বুলি নিদিলা,
আহোঁ বুলি হঠাতে আঁতৰি গ'লা,
প্ৰণয় প্ৰতিশ্ৰুতি মাথোঁ প্ৰতিধ্বনি হ'ল।

(৭২৬)

কাতি বিহু কঙালী
আকাশত জ্বলে দীপালী
গৰ্ভৱতী আই লখিমী
আঘোণত হয় সোণালী।

পুহৰে শেষত
আহিব ভোগালী,
গাতে মেৰিয়াই
চাদৰ ৰূপালী,
আহে ফাগুনী উলাহীজনী
নাচে পখিলী
ৰচকী নাচনী,
আউলী বাউলী
নিলাজী পচোৱাই
উৰুৱাই বুকুৰে কাঁচলি।

চ'তৰে চাপৰিত
কঁহুৱা ফুলিব,
অসমীৰ জীয়ৰী
বৰদৈ আহিব
টকা, পেঁপা, গগনা
মাতে উৰুলি।

(৭২৭)

দূৰণিত বাজে বাঁহী মন মুহি নিয়া,
গাভৰুৰ ওঁঠত ফুলে হাঁহিও ঔফুলীয়া।

তাহানি ময়ো শুনিছিলোঁ মধুৰ বাঁহী,
তাহানি ময়ো হাঁহিছিলোঁ মধুৰ হাঁহি,
আজি হায় হ'লোঁ পেলনীয়া।

মই নিশাৰ পদুম পাহি মৰহি যোৱা,
মই মদাৰ গছৰ ডাল লঠঙা হোৱা,
মৰম এলাগী মই আজি পেলনীয়া।

(৭২৮)

মোৰ চকুৰ পানীৰে
মই ইতিহাস লিখিলোঁ,
মোৰ বুকুৰ তেজেৰে
সাহস শলিতা জ্বলালোঁ।

সেই সাহস শলিতাৰ পোহৰে
কত শত ঘৰ উজলালে,
দেশপ্ৰেম দীপালীয়ে
এন্ধাৰ আকাশ পোহৰালে,

শোকৰ সাগৰ মথি
প্ৰেমৰ অমৃত বিলালোঁ।
ৰঙা কৰবী, জবাৰ পাহিৰে
আই পূজা পাতিছোঁ,
শ্বহীদৰ মাতৃ মই
আজি ওলাই আহিছোঁ,

মোৰ বুকুৰ তেজেৰে
ত্যাগৰ শলিতা জ্বলালোঁ।

(৭২৯)

আমি ৰচিমে, ৰচিম
সমন্বয় সাঁকো,
আমি সৱে মিলিজুলি
একেলগে থাকোঁ।

একতাঁ মহান অস্ত্ৰ
আমাৰ হাতত,
মৈত্ৰীৰ মহান মন্ত্ৰ
আমাৰ কণ্ঠত।
আমি বিনাশিম
বিভেদৰ ধূমকেতু,
আমি ৰচিম, মিলন
যুগমীয়া সেতু।

সংহতি, সহাৱস্থান
সমূহীয়া নীতি,
মুক্তিৰ পথ আমাৰ,
দেশৰ প্ৰগতি।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(৭৩০)

তাহানি সজা বালিঘৰ,
আমাৰ গাঁৱৰ বকুল তলৰ
সোঁৱৰণী সোণালী শৈশৱৰ।

শৈশৱ অতীত হ'ল,
বালিঘৰ পৰি ৰ'ল,
এতিয়া ফুলিছে ফুল,
দুচকুত নতুনৰ বোল,
আৱেগ মধুৰ জাগে
শিহৰণ যৌৱনৰ।

বকুলৰ গোন্ধে আমোলমোল,
দুটি মন আজি আৱেগ বিভোল,
বকুল তলৰ বালিঘৰ,
আজি মাথোঁ সোঁৱৰণী শৈশৱৰ।

(৭৩১)

সৰগতকৈও সুখৰ ঠাই
আমাৰ এই গাঁও যে ভাই,
এই গাঁও এৰি,
নেযাও আঁতৰি,
শস্য সোণালী ৰ'দে ধেমালি
কৰে ইয়াতে ভাই।

বাঁহ বন খেৰেৰে সজা,
সৰু সৰু একোটি পঁজা,
মৰমৰ সোণালী পাম,
একোখন সৰগী ধাম,
এনে ঠাই পৃথিৱীৰ
কতো যে নাই।

আম, জাম, কঁঠালৰ শাৰী,
তামোল পাণৰ বাৰী,
বাঁহ গছ শাৰী শাৰী,
একোৰে অভাৱ নাই,
আমাৰ এই গাঁও
সুখৰ ঠাই।

(৭৩২)

কোৰান পঢ়িছোঁ,
দৰ্শনো পঢ়িছোঁ,
শুনিছো ধৰ্মৰ বাণী
পঢ়িছোঁ বেদ,
কৃষ্ণ, কৰিম নিচিনিলোঁ
একে বুলি নাজানিলোঁ,
জানিলোঁ মাথোঁ
মতৰ বিভেদ।

মন্দিৰ দেখিছোঁ,
মছজিদ দেখিছোঁ
দেখা নাই ঈশ্বৰক,
মুছলমান দেখিছোঁ,
হিন্দু, বৌদ্ধ দেখিছোঁ
দেখা নাই মানুহক,
মানুহৰ মাজত দেখিছোঁ
মতৰ বিভেদ।

আজান শুনিছোঁ, নামাজ পঢ়িছোঁ
পঢ়া নাই মানৱতা পাঠ,
বেদধ্বনি শুনিছোঁ,
স্তোত্ৰ পাঠ শুনিছোঁ,
পঢ়া নাই মানৱতা পাঠ,
ঈশ্বৰ, আল্লা একে
বুলি নাজানিলোঁ,
জানিলোঁ মাথোন বিভেদ।

(৭৩৩)

আই তোৰ দেহৰ সোণৰ বৰণ,
তোৰ চকুত চৰে জেউতি ৰহণ।

আই তই ৰূপে বিনন্দীয়া,
আই তই মন মোহনীয়া,
আই তোৰ দেহৰে ৰ'দৰ বৰণ।
আই তোৰ আঁচল সেউজীয়া,
মৰম কুমলীয়া তোৰ হিয়া,
আইৰে চুলিটাৰি মেঘৰ বৰণ।

(৭৩৪)

জীৱন নাটৰ হ'লে
অৱসান আহিব মৰণ,
নিমিষতে জীৱনৰ
শোক তাপ কৰিব হৰণ।

দুই হাতে আঁকোৱালি
ল'ব মোক বুকুতে সাবটি,
চিৰ নিদ্ৰা, চিৰশান্তি,
মৰণে দিব মোক চিৰ মুকুতি,
শোক, তাপ, জৰা,
ব্যাধি, দুখ-শোক কৰিব হৰণ।

আকুল হৃদয় মোৰ, আকুল নয়নে
মই আছোঁ বাট চাই,
শ্যামল কোমল তনু, হে করুণাময়
তোমালৈ আছোঁ বাট চাই,
যৱনিকা পৰিব কাহানি,
কাহানি আহিব মুকুতি লগন।

(৭৩৫)

কতবাৰ ফাগুন
আহিল গ'ল,
ধৰণীৰ ধূলি বালি
ফাগুনৰ পৰশ লাগি
কতবাৰ ৰঙেৰে
ৰঙীন হ'ল।

কতবাৰ কত মধুকৰ,
ফুল মধু চুহি লৈ

উৰি গুচি গ'ল,
মাটিৰ এই ধৰা
কতবাৰ পলাশৰ
ৰঙেৰে ৰঙীন হ'ল।

ফাগুন, মায়াবী ফাগুন,
প্ৰেমিক ফাগুন,
ই যে ৰঙীন ফাগুন,
আহে বাৰে বাৰে,
আৱৰি মায়া জালেৰে
দুচকুত জগায় সপোন,
সেই সপোনৰ ৰং লাগি এই
ধৰা কতবাৰ উতলা হ'ল।

(৭৩৬)

অচিনাকি ভল্কা,
অষ্ট্ৰিয়া হাংগেৰীৰ উপত্যকা,
চিনাকি লুইতৰ পাৰ,
সেউজীয়া সোণজিলিকা।

ইয়াতে বান্ধিলোঁ ঘৰ,
মৰমী আমাৰ এই পঁজা,
মৰমৰ ৰুৱা-কামী
চেনেহৰ ভেটি বান্ধি সজা,
লুইতৰ পাৰ সেউজীয়া
সোণ জিলিকা।

লুইতপৰীয়া আমাৰ গাঁওখনি,
সেউজী শুৱনি,
হালে জালে কঁহুৱা বন
অসমী আমাৰ জননী,
লুইতৰ পাৰ
সেউজীয়া সোণজিলিকা।

(৭৩৭)

তুমি দিয়া সিদিনাৰ প্ৰতিশ্ৰুতি,
আকাশত ৰ'ল ভাহি,
সাক্ষী মাথোঁ সাঁজৰ তৰাটি।

তোমাৰ কবৰীৰ এপাহি কৰবী
মজিয়াত সৰি পৰি ৰ'ল,
নাই তাৰ কোনো সুৰভি,
মিলন আশা মাথোঁ প্ৰতিশ্ৰুতি।

বাহী হ'ল ৰজনী গন্ধাৰ পাহি,
মিলন শেতেলিও হ'ল বাহী,
মেঘৰ মাজত হেৰাল তৰাটি।

(৭৩৮)

মায়াময়ী নিশাৰ নিৰ্জন ক্ষণ,
প্ৰেমময় মোহময় এই জীৱন,
মৌন মুখৰ নীৰৱ মন।

নীৰৱ নিশাৰ নিজান পৰত,
মনৰ ফুলাম ফাগুন বনত,
বাজে বাঁহী মন যমুনা পাৰত,
মৌন মুখৰ কৰি মোৰ যৌৱন।

ফুলাম ফাগুনে মনে মনে,
কিনো বাতৰি দিলেহি গোপনে,
প্ৰেমময়, মোহময় জাগে যৌৱন।

(৭৩৯)

ই ফুল হৈ
ফুলাৰ বতৰ,
পখিলা হৈ
উৰাৰ বতৰ,
গচকত যতৰ
ভণ্ডাৰ বতৰ।

খিট্ খিট্ তাঁতশালে
খিট্ খিট্ কৰাৰ বতৰ,
এয়া উঘা চেৰেকী হৈ
পাকে পাকে ঘূৰাৰ বতৰ,
যুঁতি, জাই, কেতেকী, নাহৰ
ফুল ফুলাৰ বতৰ।

এয়া গোপন বাতৰি
গোপনে বিলোৱাৰ ক্ষণ,
ছল চাই, চেগ বুজি চেনাইলৈ
যোৱাৰ মন,
ফুল হৈ ফুলি মনৰ পীৰিতি
যচাৰ বতৰ।

(৭৪০)

ঘনে পতি দোৰপতি
আহে আৰু যায়,
পদূলি মূৰতে
চেনাই সুহুৰিয়ায়।

উৰণীয়া মাকো, উলাহীজনী
দেহাৰ তৰণি নাই,
গীতকে গাওনে তাঁতকে চলাও
মনৰ আহৰি নাই,
দেহা মোৰ কৰে
ৰাই জাই ঐ চেনাই।

গৰকাৰ চাবতে,
মহুৱাৰ পাকতে,
পীৰিতি পৰশ লাগে
মনৰে মাজতে,
নিশা দুপৰতে, পদূলি
মূৰতে চেনাই সুহুৰিয়ায়।

(৭৪১)

হালিছে জালিছে কোমল লতিকা,
মৃদু, মৃদু বৈছে মলয়া,
মুখৰিত চৌদিশ, কুলিৰ
কুহু কুহু তান।

মধুৰ বসন্ত ঋতু
উতলা যৌৱন,
উলাহে নধৰে হিয়া,
কুঞ্জ কুটীৰ আজিযে উতলা
ভোমোৰাৰ গুণ্ গুণ্ গান।

(৭৪২)

মদনৰ ফুলধনু
পলাশৰ কলি,
গাইছে কুলিটি পঞ্চম
ৰাগিণী, মতলীয়া অলি।

নতুন পাতেৰে, সাজি
তমাল তৰুই,
বিস্তাৰ কৰিছে আজি
কস্তুৰী সুৰভি।

বকুলৰ ডালে ডালে
ফুলিছে ফুল,
উন্মনা মন আজি
কিয়নো আকুল।

বিৰহীৰ বিধুৰ মন
ব্যথিত ব্যাকুল,
মদনে জুৰিছে শৰ
পলাশৰ কলি।

(৭৪৩)

বৰ্ণে বৰ্ণে প্ৰেমৰ ভাষা,
পৰ্ণে পৰ্ণে সেউজৰ আভা,
মন মোৰ এটি কোমল কবিতা।

দূৰে দূৰে আকাশত
উৰে হংসবলাকা,
সুৰে সুৰে হৃদয়ত
ছবিটি হয় আঁকা,
তালে তালে হৃদয়ত
গাথোঁ সুৰৰ মালিকা,
জ্বলে যেন এগচি প্ৰেমৰ শলিতা।

ছন্দে ছন্দে দোলে মন
জাগে শিহৰণ,
গন্ধে গন্ধে পূৰ্ণ মন
কতযে পুলক কম্পন,
হৃদয়ত এটি প্ৰেমৰ কবিতা।

(৭৪৪)

লাজতে ৰাঙলী তৰুণী ধৰণী,
আহিছে বসন্ত কোঁৱৰ,
ফুলিছে কেতেকী, গোন্ধে বিয়াকুল,
মধুক্ষণ মিলনৰ।

মাধৈ মালতীৰ কোমল পৰিমল,
উৰিছে সুৰভি নৰমল্লিকাৰ
আমোলাই মন,
গাভৰু পৃথিৱী সাজিছে কাচিছে,
মিলন আশা জাগিছে প্ৰাণত,
থৌকি বাথৌ মন,
ৰঙচুৰা কুঁহিপাতে সাজিছে প্ৰকৃতি
আহিছে বসন্ত কোঁৱৰ।

(৭৪৫)

ৰঙা ৰঙা ৰঙেৰে ওঁঠ কিয় বোলালি,
বৰহমথুৰীৰ কলি কতেনো এৰিলি।

পাটৰ শাৰী গাত কিয় মেৰিয়ালি,
মুগা ৰিহা, মেখেলা কতেনো এৰিলি,
কঁকালৰ কৰধ্বনি ক'ত হেৰুৱালি।

হাতৰ গামখাৰু, ডিঙিৰ জোনেবিৰি,
কতেনো এৰিলি অসমীৰ জীয়ৰী,
চোতালৰ তাঁতশাল কিয়নো এৰিলি,
সোণসেৰীয়া কৃষ্টি, নিজক পাহৰিলি।

(৭৪৬)

কলীয়াৰ বৃন্দাবন
বাজে বাঁহী অনুক্ষণ,
বাউলী ৰাধিকাৰ
উগুল থুগুল মন।

উগুল থুগুল হিয়া,
ৰাধাই ভাবে মনে মনে,
মন উচপিচ ৰাধাৰ,
পুলক জাগে ক্ষণে ক্ষণে,
দূৰণিত বৃন্দাবন
বাজে বাঁহী অনুক্ষণ।

'শাহু আছে, ননদ আছে,
মই ৰাধা যাও কেনে কৰি',
ৰাধা, ৰাধাৰাণী, মৌ মিঠা
সুৰ আহে উৰি,
প্ৰেম পুলকিত মন ৰাধাৰ
হিয়া কঁপে অনুক্ষণ।

(৭৪৭)

বিহু অহা বুলি শুনিছোঁ,
ঢোলৰ মাত শুনা নাই,
কুউ কুউ কুলিয়ে মাতিছে,
তাঁত শালে মতা নাই।

তাঁত শালে মতা নাই,
নাচনী ওলোৱা নাই,
কপৌফুল ফুলিছে
বিহুৱান বোৱা নাই।

বিহুৱান বোৱা নাই
ঢুলীয়া ওলোৱা নাই,
বৰদৈ অহা নাই, উখল
মাখল লগা নাই,
বিহু অহা বুলি শুনি
ওলাই চকুৰ পানী
ব'হাগ, ব'হাগ
লগা নাই।

(৭৪৮)

বামুণৰো এদিন, বস্তুৱাৰো এদিন
কিয়নো ভাবিছোঁ ভাই,
সুখৰো এদিন, দুখৰো এদিন
কাৰো দিন সমানে নেযায়।

দিনৰ শেষত ৰাতি, ৰাতিৰ শেষত
পুৱা সূৰুযৰ উদয়,
দুখৰ শেষত সুখ, সুখৰ শেষত দুখ,
দুখৰো অন্ত হয়,
নিঠুৰ মহাকালে ঘূৰিব লাগিছে
ভাবিলে গুণিলে কি হ'ব ভাই।

পিছলৈ উভতি নেযাবা,
আগলৈ আগবাঢ়ি যোৱা,
অতীতক পাহৰি যোৱা,
চকুলো সামৰি থোৱা,
দুখৰ ৰাতি পুৱাব, পুব আকাশত
সূৰুযে হাঁহিব ভাই।

(৭৪৯)

সোঁৱৰণীবিহীন শূন্য মোৰ জীৱন,
শূন্য হিয়ালৈ লেখি আছোঁ ক্ষণ।

জীৱনৰ ৰথ টানি টানি
ক্লান্ত মই পথিক অকলশৰীয়া,
জীৱনৰ আশ্ৰয় মোৰ এটি
ঘৰ, বাটৰ দাঁতি কাষৰীয়া,
তাতে বহি লেখি আছোঁ ক্ষণ,
কেতিয়া আহিব শ্যামল সুন্দৰ মৰণ।

নেলাগে দুখৰ সোঁৱৰণী বিৰহৰ,
নেলাগে মধুৰ স্মৃতি প্ৰিয়া মিলনৰ,
সুখে দুখে অকলশৰীয়া জীৱন
পাৰ হৈ আহিছোঁ, কত আঁউসীৰ এন্ধাৰ,
নেলাগে পোহৰ এন্ধাৰতে কৰিম শয়ন।

(৭৫০)

বেৰৰ জলঙাৰে জুমিব
লাগিছে কেলেই,
দুৱাৰ মেলি আহা সোমাই,
মনৰ খিৰিকী,
হৃদয় দুৱাৰ ৰাখিছোঁ খুলি,
প্ৰেমৰ শৰাই ৰাখিছোঁ সজাই।

পদুলিমুখত থিয় হৈ থাকিব
লাগিছে কেলেই,
নঙলা খুলি আহা সোমাই,
মনৰ চোতাল সাৰি-পুচি
ৰাখিছো নিকাকৈ,
হৃদয় বেদীত প্ৰেমৰ বন্তি
ৰাখিছোঁ সজায়।

শৰাই সজাই, বন্তি জ্বলাই
আছোঁ বাট চাই

আহিবা বুলি মোৰ জীৱন কানাই,
বজাবা মুৰুলী, ফুলাবা প্ৰেমৰ কুসুম
মোৰ জীৱন ফুলনি শুৱায়।

(৭৫১)

ৰ'দালি, ৰ'দালি
জিলমিল সোণালী,
সোণালী ধাননি
নাচে হালি জালি।

চিক্ মিক্ কাঁচিখনি
সোণালী ৰ'দৰে জিলিকনি,
আঘোণৰ পথাৰত
নামিছে দাৱনী,
জলঁমল ঘামৰ টোপাল
সাতৰঙী ৰঙৰ বৰ্ণালী।

মুকলি, মুকলি
মন যে মুকলি,
আকাশ মুকলি
মনৰ ডালত এজাক
সোণালী ৰ'দালি
পোহৰৰ ধেমালি।

(৭৫২)

গৰবিনী!—
গৰবিনী নহওঁ মই,
অন্তৰত জাগিছে প্ৰণয়,
প্ৰেমেৰে তোমাৰ কৰা জয়।

অভিমানিনী!—
অভিমান মই কৰা নাই,
তোমালৈ' আছোঁ বাট চাই,
তোমাৰে প্ৰেমিকা মই।

প্ৰেমৰ নাম হেনো ছলনা,
প্ৰেমৰ নাম হেনো কামনা,
বিৰহত জ্বলিছে হৃদয়
ছলনা মই কৰা নাই,
কামনাহে জাগিছে হায়,
অভিসাৰিণী আজি মই,
তোমাৰ প্ৰেমেৰে কৰা জয়।

(৭৫৩)

জাগিছে জনতাৰ প্ৰাণ
মুখৰি গগন,
বিশ্ব বিয়পি বয়
মুক্তিৰ প্লাৱন।

আজি জনতাই বুজিছে,
আজিৰ জনতাই শুনিছে,
গানৰ সুৰে সুৰে
অগনি জ্বলিছে,
জাগিছে মুক্ত শত প্ৰাণ
মুখৰি গগন।

এন্ধাৰৰ কুঁৱলী ফালি
ওলাই আহিছে বেলি,
ফুলিছে আশাৰ কুসুম
শতদল মেলি,
জাগিছে জনতাৰ মহাপ্ৰাণ,
ৰুদ্ধ দুৱাৰ
ভাঙি বয়
মুক্তিৰ প্লাৱন।

(৭৫৪)

আই অ' আই মোৰ আই,
তই জানো শুনা নাই

তোৰেই জীয়ৰী বোৱাৰী
কান্দে ইনাই-বিনাই।
আই অ' আই, মোৰ আই
তই জানো দেখা নাই
তোৰেই বোৱাৰী কতনা মাতৃ
কান্দে হিয়া ভুকুৱাই।

এইবোৰ দেখি শুনি
আছ কিনো ভাবি-গুনি
তই কিয় আই
ৰণচণ্ডী সজা নাই,
নীৰৱে চকুলো কিয়
টুকিছ আই।

আদেশ মাত্ৰ হ'লে
জীয়ৰী বোৱাৰীসকলে
হাতে হাতে হেংদান লৈ
ৰণলৈ আহিব ওলাই,
কবচ কাপোৰ বৈ দিবি
তই অ' আই
আশিস বৰ্ম দিবি
অ' পিন্ধাই।

(৭৫৫)

কোনবা নতুন
কোনবা প্ৰাচীন
কেনেকৈ চিনিবা কোন
কিবা তাৰ চিন।

প্ৰাচীন পুৰুষ লাচিতে
তাহানি কাটিলে মোমাইক,
সবাৰো বিদিত
সেই কাহিনী,
শৰাইঘাট, মোমাই কটা
গড় তাৰেই চিন।

নতুন প্ৰাচীন বুলিবলে' একো
যে নাই, প্ৰাচীনৰ গুণাৱলী
নতুনত মিলি যায়,
নতুনেও যাচে শিৰ
সকলো সমান বীৰ
নহয় পৌৰুষবিহীন।

(৭৫৬)

হে নতুন, চিৰ নতুন
তোমাক নমস্কাৰ
তুমিয়েতো আনা নতুনৰ বাৰতা,
তুমি উজ্জ্বল সবিতা,
তুমিয়েতো ৰচা আলোকৰ কবিতা
তুমিয়ে কৰা পুৰণিক সংস্কাৰ।

হে নবীন, চিৰ নবীন
তুমি ৰ'দালি, সোণালী
পুবাৰ পোহৰ,
তুমি আশাৰ গজালি
সেউজ সুন্দৰ,
অচলায়তন, ভাঙি কাৰাগাৰ
তুমিয়ে আনা প্ৰগতিৰ
জোঁৱাৰ, তোমাক নমস্কাৰ।

(৭৫৭)

নৰৰূপী নাৰায়ণ
দেশৰ জনতাক পূজিবলৈ
ওলাই আহ পূজাৰীৰ দল,
বেলিযে হ'ল,
সময় উকলি গ'ল,
এয়া গধূলি লগন
ওলাই আহ ঐ
পূজাৰীৰ দল।

নেলাগে ধূপ, চন্দন
ফুল বেলপাত,
নেলাগে ষোড়শোপচাৰ,
পূজাৰ মন্ত্ৰ নহ'লে হ'ব,
এমুঠি চাউল, এখনি বস্ত্ৰ
হ'লেই হ'ব,
দেৱতাক নেলাগে পঞ্চমকাৰ
শুদ্ধভাৱে, নিকামনে
ওলাই আহ ঐ
পূজাৰীৰ দল।

উদাৰতা ফুলেৰে
দেৱতাক পূজিবলে',
মানৱতাৰ মন্ত্ৰেৰে
দেৱতাক জগাবলে',
সংহতি ধূপৰ
গোন্ধৰ মাজত
বহি একতা আসনত
দেৱতাক পূজিবলে'
ওলাই আহ ঐ
পূজাৰীৰ দল।

(৭৫৮)

ছন্দ মধুৰ সুৰ, ৰুণ্ জুন
বাজে নূপুৰ,
ৰিমঝিম বৰ্ষা নামে নাচে
মেঘৰ ময়ূৰ।

চিক্ মিক্, চিক্ মিক্
নাচে নাচনী বিজুলী,
চমকি চমকি উজলে
আকাশৰ পদূলি
ছন্দ মধুৰ নূপুৰ
নাচে মেঘৰ ময়ূৰ।

(৭৫৯)

সেউজীয়া সজালৰূপ বিনন্দীয়া
আই মই ক'তো দেখা নাই,
সুৱদি সুৰীয়া মৌ মিঠা মাতষাৰি
আই মই ক'তো শুনা নাই।

সোণ সেৰীয়া লাহী আঙুলিৰ পৰশ
আই মই ক'তো পোৱা নাই,
ফটিক নিৰমল, শীতল সোৱাদ পানী
মই ক'তো খোৱা নাই।

দেহা মোৰ শাঁত কৰে আই তোৰ
আঁচলৰ শীতল মলয়াই,
মুগা, ৰিহা, মেখেলাৰে তোৰ মান শুৱনি
মই ক'তো দেখা নাই।

(৭৬০)

স্বামী ময়ো
বনে যাওঁ
তুমি বিনে ৰাজপুৰীত
কি বা সুখ পাওঁ।

তুমি যাইবা বনে
লক্ষ্মণ যাইবো সংগে
থাকোঁ অযোধ্যাতে
মনৰ কি বা ৰংগে।

স্বামীৰ সংগে স্ত্ৰীৰ বাস
তুমি যৈতে থাকা
মই থাকোঁ তোমাৰ পাশ,
তোমাৰ সংগে খাটো বনবাস।

(৭৬১)

হে জীৱন দেৱতা,
লোৱা মোৰ প্ৰাণৰ প্ৰণতি,

এতিয়াই মই
জনালোঁ মোৰ হিয়াৰ ভকতি।

গীতা ভাগৱত
নেজানো, নেজানো পূজাৰ মন্ত্ৰ,
আচাৰ, অনুষ্ঠান,
নীতি, নেজানো নিয়ম তন্ত্ৰ,
আৱেগ আকুল
হিয়াৰে মই জনাও প্ৰণতি।

এই নুমাও এই নুমাও
প্ৰাণৰ চাকিটি মোৰ,
চাকিটি নুমালে নামিব
নিশাৰ এন্ধাৰ ঘোৰ,
এতিয়াই জনালোঁ মই
মোৰ প্ৰাণৰ প্ৰণতি।

(৭৬২)

ওন্দোলি উঠিছে আকাশৰ পাৰ,
হেন্দোলদোল লাগিছে তোলপাৰ।

মেঘৰ চকুলো পৰিছে নিজৰি,
সজাব ধৰণী সেউজীয়া কৰি,
আজি পিন্ধিছে ৰূপালী সাজপাৰ।

পাট গাভৰু আজি গাভৰু হ'ল,
ৰখে ৰূপে ধৰা পয়োভৰ হ'ল,
হেন্দোল-দোল লাগিছে তোলপাৰ।

(৭৬৩)

মেঘৰ ময়ূৰে আকাশত ধৰিছে ছালি,
বিজুলী নাচনীজনী নাচে হালি-জালি।

বাউলী ধুমুহা ক'লা চুলিটাৰি মেলি
আউলী-বাউলী হৈ উৰিছে,
হাজাৰ মেঘৰ ময়ূৰে পেখম ধৰি ধৰি
ডেও দি হালি-জালি নাচিছে,
লগতে নাচনী বিজুলী নাচে হালি-জালি।

ভেবেলি ফুলি, মৰহি শুকাই গ'ল
গুৰু, গুৰু মেঘে গৰ্জিছে আজি
লাহনি গগনা চোতালত পৰি ৰ'ল,
বিৰহী বীণ উঠিছে বাজি,
মেঘৰ ময়ূৰে আকাশত ধৰিছে ছালি।

(৭৬৪)

মিঠা, মিঠা লাগিছে
কেতেকী ফুলিছে
অ' চেনাই ৰাই-জাই লাগিছে গা,
কপৌফুল ফুলিছে
সুবাসো উৰিছে, অ' চেনাই,
বলিছে ব'হাগৰ বা।

ব'হাগী আহিছে
পখিলা উৰিছে,
নাচনীৰ কঁকালত ভুঁইকঁপ উঠিছে
ঢুলীয়াৰ উঠিছে গা।

হালিছে, জালিছে,
ৰিহাৰে আঁচল উৰিছে,
গগনা বাজিছে
চেৰেকী ঘূৰাদি ঘূৰিছে
নাচনী নাচিছে চা, অ' চেনাই,
উখল-মাখল লাগিছে গা।

(৭৬৫)

তেলীৰ মূৰতে তেল পৰে ভাই,
দুখীয়াৰ কোনো যে সহায় নাই,
বিনালে কি হ'ব, কান্দিলে কি হ'ব,
দুখীয়াৰ দুখ কোনে বুজে ভাই।

ৰুগীয়া দেহাৰে মাথোন খাটিছা,
দৰৱ জাতি কিবা জানো পাইছা,
কপালৰ ঘামেৰে সোণ ফলাইছা,
লোকৰ উঁৰাল ভৰাইছা,
প্ৰতিদান কি বাৰু পাইছা,
তুমি তেজক পানী কৰিছা ভাই।

উজাগৰ নিশা কিমান কটাবা,
পেটৰ পোৰণি কিমান সহিবা
মিছাৰ যাতনা কিমান ভুগিবা,
পোৱাইহে পায় নোপোৱাৰ নাই।

(৭৬৬)

নাচনীয়ে নচা নাই,
ঢুলীয়া ওলোৱা নাই,
কুলিয়ে মতা নাই,
দেওধনী উঠিছে আই।

তাঁতশাল তৰা নাই,
বিহুৱান বোৱা নাই,
মহঙা বজাৰত আজি
সূতা পাবলৈ নাই,
বলিছে বলিয়া বা
দেওধনী উঠিছে আই।

বৰদৈ অহা নাই
হেনো এবেলি নাহে তাই,
নাহৰ কেতেকী
তগৰ ফুলা যে নাই,
নপানী বঢ়া নাই
দেওধনী উঠিছে আই।

(৭৬৭)

অমৃতৰ সন্তান আমি
সেয়ে আমাৰ পৰিচয়,
হিংসাৰ অগনি নুমাই
দানৱক কৰিম জয়।

বিশাল এই বিশ্ব, জন্মদাত্ৰী
ধৰণী আমাৰ আই,
বিশাল এখনি আকাশ
আমাৰ ভেদাভেদ নাই,
লক্ষ্য আমাৰ ঐক্য, মানুহৰ
সংহতি সমন্বয়।

শান্তি আমাৰ মন্ত্ৰ, মৈত্ৰী আমাৰ অস্ত্ৰ,
সংহতি আমাৰ বৰ্ম,
কণ্ঠত আমাৰ প্ৰীতিৰ সংগীত
সুধা নিগৰি বয়,
আহা আমি গাওঁ সমস্বৰে
মানৱতাৰ জয়।

(৭৬৮)

সাধনাৰ অগনিৰে দগ্ধ কৰিলোঁ
মনৰ আবিলতা,
জ্ঞানৰ প্ৰদীপ জ্বলাই বিনাশিলোঁ
মনৰ অজ্ঞানতা।

কৰমৰ মাজতে মই কৰোঁ সত্য
সুন্দৰৰ সাধনা,
কৰমৰ মাজতে পাওঁ মই মোৰ
জীৱনৰ প্ৰেৰণা,
যজ্ঞভূমি এই পৃথিৱীতে আছে
সেউজৰ সজীৱতা।

বিশাল বিশ্বৰ বুকুত মই মাথোন
এটি ধূলিকণা,
ধূলিৰ মাজতে পূৰ্ণ কৰিম মোৰ
জীৱনৰ সাধনা,
কৰমৰ মাজতে লভিম মই
জীৱনৰ পৱিত্ৰতা।

(৭৬৯)
এইপিনে কোন আহি কোন গুচি গ'ল,
কাৰ চৰণৰ নূপুৰ ছিঙি পৰি ৰ'ল।

বিজুলীৰ শিখা যেন ক্ষণিকতে মাৰ গ'ল,
মন আকাশ মোৰ পলকতে এন্ধাৰ হ'ল,
নাচোনৰ ছন্দ কিয়বা আজি হেৰাই গ'ল।

বুকু ভঙা হুমুনিয়াহ,
করুণ বিননি মাথোঁ বাজি ৰ'ল,
আশা ফুল নুফুলিল কলিতে মৰহি গ'ল,
মিলন মধুৰ সপোন সপোন হৈয়ে ৰ'ল।

(৭৭০)
পাহাৰৰ দাঁতি কাষৰীয়া
এটি সৰু পঁজা,
দুটি হৃদয়ৰ সপোনৰ
ৰঙেৰে সজা।

কোনেনো বুজিব আশা,
ভাষা, আমাৰ মনৰ কথা,
ফুলো ফুলো কৰা আশাৰ
কলিটিৰ মৰহা মনৰ ব্যথা,
সেই কাহিনী, কাহিনী হৈয়ে
ৰ'ল, উদং আজি পঁজা।

সৃষ্টিৰ আশা, মৰম আকলুৱা
মন আধৰুৱা হৈ ৰ'ল,
চেনেহ ফুলীয়া, মৰম বুলীয়া
দুখনি হিয়া জঁয় পৰি গ'ল,
উৰণীয়া পখী উৰি গ'ল,
উকা পঁজাটি, উদং হ'ল সঁজা।

(৭৭১)
যৌৱনৰ জীয়া জুই কিয়নো জ্বলালি,
কিয়নো শুনালি হেৰ পীৰিতিৰে সুৰ,
দেহা ইচাটি বিচাটি অ' চেনাই
বুকু চমেচমায়, হিয়া ৰমেৰমায়,
মোৰ হিয়া নপৰে জুৰ।

ব'হাগৰ বাতৰি কিয়নো বিলালি
কিয়নো বজালি গগনা, বাজে উতনুৱা সুৰ,
ব'হাগৰ বাতৰি শুনি ৰ'ব মই নোৱাৰোঁ,
অ' চেনাই দেহা পিৰেপিৰাই, মোৰ
হিয়া নপৰে জুৰ।

ব'হাগৰ বিহুতলী আঁহতৰ তলতে
ঢোল বায় কৰেনো অচিনাকি ঢুলীয়াই
তাকধিন তাও বোল,
দেখিও নেদেখ কিয় মোৰে চেনাই
গাভৰু দেহা মোৰ, দুচকুত পীৰিতিৰে বোল।

বুজিও নুবুজ কিয় মোৰে চেনাই
জাকৰুৱা ভোমোৰাই জোকায় বাৰে বাৰে
কিয়নো শুনালি পীৰিতিৰে সুৰ
হিয়া নপৰে জুৰ।

(৭৭২)
তুমি প্ৰিয়া, প্ৰিয়তমা, জননী, জায়া
মোৰ প্ৰাণৰ অধিক,
তোমাৰ গৰ্ভতে সিঁচি জীৱনৰ বীজ
জীয়াই ৰাখো সৃষ্টিক।

তোমাৰ দেহৰ ধমনীত শুনো
মোৰ প্ৰাণৰ স্পন্দন,
তোমাৰ তেজৰ সোঁতে সোঁতে
মোৰ হৃদয়ৰে কম্পন,
প্ৰিয়া, প্ৰিয়তমা তুমি যে জননী, জায়া
মোৰ প্ৰাণৰ অধিক।

তোমাৰ দেহৰ অঙ্গে অঙ্গে, জ্বলে
কামনাৰ অনল শিখা,

কোমল দেহৰ ভাঁজে ভাঁজে হেনো প্ৰেমৰ
কবিতা আছে লিখা,
তোমাৰে প্ৰেমৰ শীতল ধাৰাৰে মই
জীয়াই ৰাখোঁ সৃষ্টিক।

(৭৭৩)

ফুলৰ পাহি
কোমল হাঁহি,
ফাগুনী মলয়াই
বজায় বাঁহী।

গাভৰু দেহাটি
মোৰে চেনাইটি
চিকুণ লাহী
ফুলৰে পাহি
পলাশ ডালত
বাজে বাঁহী।

পীৰিতি সুৰীয়া
মন জুৰণীয়া
বিহুৰে গুণগুণনি
দেহাতে ৰমৰমণি
ফাগুনী মলয়াই
বজায় বাঁহী।

(৭৭৪)

বাৰিষা বৰষুণ দিলে, বোকা
পানীৰে পথাৰ উপচিলে,
এলাহ নিহালীৰে গা ঢাকি
ঘৰতে বহি থাকিলে
আঘোণত জানো লখিমী
চপাব পাৰিবা।

নিজৰ প্ৰাপ্যখিনিৰ বাবে
সংগ্ৰাম কৰিব খুজিলে,
কোনোবাই ৰঙা চকু দেখুৱাই
তোমাক আগচি ধৰিলে
ভয়তে পেঁপুৱা লাগি তুমি
কিয় আঁতৰি আহিবা।

এলাহ নিহালী এৰি
পথাৰত নামাগৈ,
সাহস টঙালি বান্ধি
ওলাই আহা সংগ্ৰামলৈ
এলাহ এৰিলে
লখিমী আহিব,
সাহস গোটাই ল'লে
শতৰু জিনিব পাৰিবা।

(৭৭৫)

ইয়াতে অলপ বহাচোন বহা
জোনৰ ধেমালি চোৱাচোন চোৱা
নাহৰ ফুলে শুৱনি
মনৰ পদূলি
কেতেকীৰ সুছবি শুনাচোন শুনা।

নীৰব হৈ কিয়নো আছা বাৰু
হাতত হাত থোৱাচোন থোৱা,
কি দেখিলা বাৰু কোৱাচোন কোৱা,
তৰা ফুলে শুৱনি, মন আকাশখনি,
জোনৰ ধেমালি চোৱাচোন চোৱা।

নিজম নিশাৰ বুকুত
বাজে নিশাৰ বাঁহীটি
নিজান মনৰ দুকূল
উপচি বয় প্ৰণয় জুৰিটি,
প্ৰীতিৰ সুৰভি সনা
তুমি কিয় বাৰু আনমনা
কোৱাচোন হেৰা কোৱা
জোনৰ ধেমালি চোৱা।

(৭৭৬)
নহওঁ মই ঘাট মাউৰা
নহওঁ যে মই জহৰা,
আই মোৰ নহয় হেৰা
পখৰা ধুন মৰা।

মূৰৰ ওৰণি আঁতৰাই
আই হ'ল মুকলি মূৰীয়া,
ছেগ বুজি ছুল চাই কত জন
আহে যায় হৈ জীৰণীয়া।

আই মোৰ ৰূপহী প্ৰকৃতি জীয়ৰী
নহয় ৰূপৰ পোহাৰী
আই মোৰ লখিমী,
আই মোৰ আজলী
লাজুকী বোৱাৰী,
উদাৰ লুইত পিতৃ যে মোৰ
আই অসমীৰ সন্তান
মই নহওঁ ঘাট মাউৰা।

(৭৭৭)
ত'ত কংস ৰজাই ভৰিয়ে মূৰে কাঢ়ে
অ'ত নন্দৰ ঘৰত কৃষ্ণ গোসাঁই
দিনে দিনে বাঢ়ে।

দানৱৰ অতপালি কিমান সহিব,
ৰজাঘৰে প্ৰজাঘৰে কিমান যুঁজিব,
দিনে দিনে প্ৰজাৰ দুখ হে (মাথোঁ) বাঢ়ে।

অনাচাৰ অতিচাৰ নসহে যে আৰু,
সমাজ শালত গঢ়িছে লোহাৰ খাৰু,
কৃষ্টিৰ প্ৰতিভূ কৃষ্ণ দিনে দিনে বাঢ়ে।

(৭৭৮)
মই এটা পপীয়া তৰা,
ৰংঘৰ-চোতালত গজা
কৃষ্টিহীন গহৰা।
মূৰৰ মথুৰা পাগ
কঁকালৰ চুৰীয়া ফাটি ছিটি
পদূলিত পৰি ৰ'ল।

নাই সোণৰ সাতেসৰী
নাই ডিঙিৰ জোনেবিৰি
ডিঙি কাণ শুদা হ'ল
মগৰুৱা বালাযুৰি
কোনে লৈ গ'ল,
পখৰা ধুন মৰা
মই হ'লোঁ কৃষ্টিহীন গহৰা।

পথাৰৰ লখিমী
মাণিকী-মধুৰি ধান
চপাব লাগিব,
আই অসমীৰ মান
ৰাখিব লাগিব,
সোণ-ৰূপ ৰহণীয়া,
কৃষ্টি বাৰে বৰণীয়া,
নতুন ৰূপেৰে
সজাব লাগিব,
পখৰা ধুন মাৰি
নেথাকোঁ আৰু
নহওঁ কৃষ্টিহীন গহৰা।

(৭৭৯)
ব'হাগ মানে এখনি ফুলাম গামোচা,
এথুপি নাহৰৰ ফুল চেনেহীৰ
লাহতী খোপাত,
তিহিতি, তিহিতি পেঁপাৰ মাত।

ব'হাগ মানে আউল বাউল চুলি
এজাক ধুমুহা,

জেতুকা বুলীয়া হাত
(তত নাই তামোল সেলেঙি লগা
নাচনী আইতাৰ গাত)
পীৰিতিৰ ৰাগি লগা দেহা
ইচাট্ বিচাট্।

ব'হাগ মানে খামুচীয়া কঁকালৰ নাচ,
পীৰিতি বলিয়া মাত,
আউল বাউলী বিৰিণাৰ পাত,
'চেনাই কুশলে থাক'
হিয়া উবুৰিয়াই দিয়া
এষাৰি আশীৰ্বাদ।

(৭৮০)

তোমাৰ বুকুত আছে
এবুকু কামনা,
তোমাৰ হিয়াত মিলন
মধুৰ বাসনা,
তুমি মোৰ
প্ৰেমৰ প্ৰেৰণা।

কামনা কুসুম ফুলে
তোমাৰ চকুত,
মিলন-মাধুৰি আছে
তোমাৰ বুকুত,
তুমি মোৰ
সৃষ্টিৰ প্ৰেৰণা।

এবুকু কামনাৰে তুমি
মোক জগালা,
মিলন মধুৰ সুৰ
তুমিয়ে শুনালা,
মন মোৰ
কৰিলা উন্মনা।

সেউজ সঁজাল তোমাৰ
দেহৰ বৰণ,
পুলকিত মন মোৰ
জাগে শিহৰণ,
তুমি মোৰ
প্ৰেমৰ প্ৰেৰণা।

(৭৮১)

ফিৰফিৰাই বলিছে অ' চেনাই পীৰিতি,
মলয়াৰে চাটি অ' চেনাই পীৰিতি
যৌৱনৰে বা লাগি অ' চেনাই পীৰিতি
দেহা ইচাটি বিচাটি অ' চেনাই পীৰিতি
চ'তৰে চটিয়না বা অ' চেনাই পীৰিতি
আঁচলকে উৰুৱাই অ' চেনাই পীৰিতি
বহাগে পালেহি অ' চেনাই পীৰিতি
হিয়া কৰে ৰাই-জাই অ' চেনাই পীৰিতি
কতেনো আছ ঐ চেনাইটি
এই বিহুৱা ৰাতি।

বিহু গ'লে অ' চেনাইটি,
আহিব আকৌ অ' চেনাইটি,
যৌৱন গ'লে নাহে
দুনাই অ' চেনাই পীৰিতি,
হিয়া মোৰ অ' চেনাইটি
দেহা ইচাটি বিচাটি
অ' চেনাই পীৰিতি।

(৭৮২)

মনৰ মাজত কুলিয়ে মাতিছে,
পদূলিত বাজিছে সুহুৰি,
টকা, পেঁপা, গগনা
বৈ বৈ বাজিছে,

মুগা, ৰিহা, মেখেলাৰে শুৱনি
নাচনী অসমীৰ জীয়ৰী।

অসমীৰ জীয়ৰী ৰূপহী কুঁৱৰী
পীৰিতি বলিয়া চিত,
জেতুকা বুলীয়া হাত,
থৌকি বাথৌ হিয়া,
বিহুৰে লাগিছে বা,
সুৰদি সুৰীয়া মাত
লাহতী খোপাতে
কপৌফুল এপাহি
ঢুলীয়া চেনাইটি
নাচনী অসমীৰ জীয়ৰী।

বুকুৰে মাজতে চেনেহ নিজৰা,
শুনি কি নুশুনি
ম'হৰ শিং পেঁপাৰে মাত,
নেওঠনি যঁতৰ গচকত ভাঙিলে
পীৰিতি পিৰেপিৰাই গাত,
মুগা-ৰিহা মেখেলাৰে
সাজিছে পখিলী
নাচনী অসমীৰ জীয়ৰী।

(৭৮৩)

আগত হালোৱা হালি
কান্ধত নাঙল যুৱলি,
ধনবৰকাই পথাৰলৈ যায়,
ধলপুৱাতে এৰি ঢাৰি পাটী,
বনুৱাৰ ল'ৰা বনুৱাৰ নাতি,
সোণতলী মাটি
মাণিকী-মধুৰি ফলাই
মাটিৰ মৰমতে
বন্দী যুগ যুগ ধৰি,
মাটিৰ বুকুতে থাকে
আপোন পাহৰি
সেউজী সপোন ফলাই
বুকুৰ তেজ পানী কৰি
হাড়ক মাটি কৰি
আঘোণত চপাই অনা
মাণিকী-মধুৰি
লোকৰ ভঁৰাল ভৰাই,
নীৰৱে চকুলো টোকে
ধনবৰ আৰু ৰতনী বাই।

(৭৮৪)

কিংখাপ মেখেলাখনি
মগৰুৱা বালাযুৰি,
মুগা, ৰিহা, কেৰুমণি
কতেনো হেৰুৱালি
হেৰ অসমীৰ বোৱাৰী।

জপাতে কুটিলে জপাৰে খনীয়া যোৰ
উদণ্ড নো কৰিলি লখিমী ভঁৰাল তোৰ
মুগা, ৰিহা, মেখেলা,
কিয়নো এৰিলি অসমীৰ বোৱাৰী।

মুকুতা এৰি তই শোকোতাৰে
ভঁৰাল ভৰালি
গলপতা, সাতসৰী এৰিলি
লকেট নে কি আঁৰিলি
নিজক পাহৰি লোককে আপোন কৰিলি,
হেৰ' অসমীৰ বোৱাৰী।

(৭৮৫)

গাভৰুৰ হিয়া উঠিছে উথলি।
মনৰে পদূলি উদুলি-মুদুলি।।

গাভৰুৰ মন আজি থৌকি বাথৌ।
দেহাৰে ভাঁজতে নাচোঁনৰ ঢউ।।

খোপাৰ কপৌফুল পৰিছে সৰি।
গাভৰু নাচনী নাই যে আহৰি।।

লিহিৰি বিৰিণা আউলী বাউলী
শুকুলা কঁহুৱা নাচে হালি-জালি।।

(৭৮৬)

বিহুটি আহিলে নাহৰো ফুলিলে
ঘনে বাজে লাহৰী গগনা,
ঢুলীয়া ওলালে ভেবেলী ফুলিলে
অহা নাই বুকুৰে বহনা।
বাটলৈ চাওতে ঘাটলৈ যাওতে
ঘনে পৰে মনতে বহনা,
বিহুলৈ আহিবি একোকে নানিবি
নেলাগে কেৰুমণি গহনা।
গাভৰু দেহাতে পীৰিতি পোৰণি
অ' চেনাই বুকুৰে বহনা
মনৰে বনতে জ্বলিছে অগনি
ঘনে বাজে পীৰিতি গগনা।

(৭৮৭)

গামোচা, গামোচা, ৰঙা আচুৰ
কঢ়া পৰা গামোচা,
শিপিনীৰ সপোন ফুল হৈ ফুলিছে চা।

শালৰে শিপিনী মৰমী শুৱনি
জেতুকাবুলীয়া হাত লাৱণি মুখনি,
উঘানে, চেৰেকী ঘুৰাদি ঘুৰিছে চা,
নাচিছে চা।

পাটে মেজাংকৰী, দেহা চম্পাকলি
আঁহতৰ তলৰে শুৱনি বিহুতলী
ৰাংঢালি নাচনী উলাহতে নাচিছে চা।

(৭৮৮)

ব'হাগ আকউ আহিছে,
আগলতি কলাপাত আকউ লৰিছে,
অসমীৰ জীয়ৰী বৰদৈ চিলাজনী
উৰি আহি তাতে পৰিছে।

ৰাঁই-জাই কৰিছে, বন জুই জ্বলিছে,
ঢোল, পেঁপা, গগনাই মাতিছে
মন চাটি ফুটি কৰিছে
গাভৰু দেহাতে পীৰিতি (বন) জুই জ্বলিছে।

পীৰিতি জুই জ্বলিছে,
বিহা নে বৰলে ডাকিছে
নাহৰ, কপৌ, ভেবেলী ফুলিছে
পদুলিত সুহুৰি মাৰিছে
চেনাইলৈ ঘনে মনত পৰিছে।

(৭৮৯)

এটি তৰা আকাশত
থিতাপি লৈছিলে,
ঘোঁৰাশাল উজলাই
ঈশ পুত্ৰ উপজিছিলে।

পাপকহে ঘিণাবলৈ
পাপীক নিঘিণাবলৈ
উপদেশ দিছিলে,
হিংসাৰ পৃথিৱীলৈ
শান্তিৰ দূত
হৈ আহিছিলে।

পিছে শান্তিৰ কপৌ যুৰি
কোনে শৰবিদ্ধ কৰিছে
যীশুৰ শিষ্য সবে সৌৱা
মিচিকাই হাঁহিছে

ই সৱক শিকাবলৈ, ই সৱক বুজাবলৈ
ঈশ পুত্ৰই প্ৰাণ যাচিছিলে।

(৭৯০)

মই এই যুগৰ যাযাবৰ
পথে পথে ফুৰিছোঁ ঘুৰি
নাই মোৰ ক'তো নিগাজি ঘৰ।

দূৰ নীল আকাশৰ তলত
চিৰ সেউজী গছৰ মাজত
মুকলি মূৰীয়া শোৱনি-ঘৰ।

ঘুৰি ঘুৰি মই পৰিছোঁ ভাগৰি
নেপালোঁ বিচাৰি প্ৰাণৰ লগৰী
প্ৰেমৰ পৃথিৱীত নাই মোৰ ঘৰ।

(৭৯১)

যাযাবৰী দিনৰ
শেষ হ'ল তেতিয়া
সৰু নিজৰাটিৰ পাৰত তোমাক
লগ পালোঁ যেতিয়া।

উদ্দেশ্যবিহীন ভ্ৰমণ
মোৰ জীৱন পথত,
বান্ধ খালোঁ মই তোমাৰ
নগ্ন বাহুৰ মাজত,
যাযাবৰী জীৱন শেষ হ'ল
তোমাক পালোঁ যেতিয়া।

মোৰ দেহৰ প্ৰতি ধমনীত
কামনাৰ স্পন্দন,
তাতে তুমি সানি দিলা
প্ৰেমৰ প্ৰলেপ চন্দন,
সৃষ্টিৰ কামনা সোণালী সপোন
হ'ল চিৰ সেউজীয়া।

(৭৯২)

চৰাই হালধীয়া পাখি হালধীয়া,
দ পথাৰত ধান সঁজাল সেউজীয়া।

টঙি সাজি ৰখি আছে শহুৰৰ ল'ৰাই,
বাওঁধান নেখাবি হেৰ উৰণীয়া চৰাই,
দুদিনৰ পিছত হ'ব সোণবৰণীয়া।

শহুৰৰ ল'ৰা পাহুৱাল ডেকাটি
পীৰিতি সোণেৰে ভৰা মন ভঁৰালটি
বিহু সুৰীয়া ম'হৰ শিঙৰ পেঁপাটি,
মাত মন মোহনীয়া।

(৭৯৩)

ক্লান্ত পথিক মই
ক্ষন্তেক জিৰাও যদি,
তোমাৰ প্ৰেমৰ শীতল ছায়াত
কিবা জানো ক্ষতি হ'ব তোমাৰ।

মৃদু মধু প্ৰেমৰ সমীৰে যদি,
কঁপনি তোলে তোমাৰ হিয়াত,
কি বুলি উপেক্ষা কৰিবা
প্ৰেমক আমাৰ।

যুগে যুগে একেলগে
আমি দুয়ো ৰচিছোঁ সপোন,
মায়াভৰা এই ধৰা
আমাৰ বাবে অতিকে আপোন,
ক্লান্ত পথিক মই হ'লোঁ আজি
আজীৱন আলহী তোমাৰ।

জীৱনৰ বালি চাপৰিত
আমি দুয়ো এহালি বালিমাহী,
প্ৰেমৰ মাজুলী, কঁহুৱা শাৰী শাৰী
দক্ষিণ পৱনে তাতে বজায় বাঁহী

জীৱনৰ বালি চাপৰিত সজা
মৰমৰ সৰু পঁজাটি আমাৰ।

(৭৯৪)

তৰা জিল্‌মিল্ নিশাৰ আকাশ
জোনৰ ডিঙা উটি যায়
ৰ'দ জিলমিল কাঁচি চিকমিক
আঘোণৰ পথাৰে ৰিঙিয়ায়।

তৰা জিলমিল দাৱনীৰ চকু
চেনেহ নিগৰি পৰে,
স্বপ্ননীল মনৰ আকাশ
পীৰিতি মুকুতা সৰে,
মন পদূলি উদুলি-মুদুলি
ব'হাগে মাতে ৰিঙিয়ায়।

ব'হাগৰ ৰেঙণি, বুকুতে পোৰণি
পীৰিতি বিহুৱান যাচে
গাঁৱৰে মূৰতে, আঁহতৰ তলতে
ডেকা-গাভৰু যোৰ পাতি নাচে,
ব'হাগী বা লাগি, পীৰিতি পানচৈখনি
হেঁপাহৰ পালতৰি উটি যায়।

(৭৯৫)

দেৱশিশু মোৰ
মৰমৰ মইনাহঁত,
উকলি মুকলি বতৰ,
মুকলি মনেৰে
খেলি থাকা, মোৰ
মৰমৰ মইনাহঁত।

এই ধুনীয়া ধৰা, আশাভৰা
ধুনীয়া এটি ঘৰ,
তোমালোক সকলো দেৱশিশু
নাই ভিন পৰ,
মিলিজুলি খেলি থাকা
মৰমৰ মইনাহঁত।

ফুলনি শুৱাই থকা একোপাহি ফুল
কুমলীয়া ওঁঠৰ ভাষা,
মুকলি, মুকলি মন দেৱ শিশু
সূৰুযমুখী ফুলৰ আশা,
ধুনীয়া ধৰা ধুনীয়া কৰা মোৰ
মৰমৰ মইনাহঁত।

(৭৯৬)

কামনাসিক্ত মোৰ দুটি নয়নত
সৃষ্টিৰ উজ্জ্বল ছবি,
নহও কল্পনাপ্ৰৱণ, মই এক নতুন
দিনৰ নতুন কবি।

মোৰ কবিতাৰ ছন্দত জাগে নতুনৰ
আগমনী সুৰ,
মোৰ কবিতাৰ (ছন্দেৰে) সুবাসেৰে
ধৰণী কৰিম মধুৰ
আঁউসী এন্ধাৰৰ শেষত পূব আকাশত
উজলিব নতুন ৰবি।

সূতাৰৰ হাতৰ কৰতৰ দৰে ৰূঢ়
মোৰ কবিতাৰ ভাষা
কমাৰৰ ভাটিত উৰা
অগ্নিযুগৰ নতুন আশা
নহও কল্পনাপ্ৰৱণ মই
নতুন যুগৰ নতুন কবি।

(৭৯৭)

কামনা কুসুমৰ মধুৰ সুবাসে
আজি মোক নকৰে উন্মনা,
উঁৱলা বসন্ত এই দেহত আজি
আৰু নাই মিলন কামনা।

বঞ্চিত যৌৱন মোৰ হৃদয়ত
নাই কোনো অনুভূতি,
নেলাগে জ্বলাব কামনাৰ শিখা,
নিবিচাৰোঁ সহানুভূতি,
অশ্রুসিক্ত দুটি নয়ন মোৰ
নাই মোৰ দৈহিক কামনা।

নেলাগে দেহজ প্ৰেম সৰগী
সুধাৰ পাইছোঁ সন্ধান,
ৰিক্ত যদিও হৃদয় মোৰ আজি
নাই কোনো অভিমান,
কামনা কুসুমৰ মধুৰ সুবাসে
মন মোৰ আজি নকৰে উন্মনা।

(৭৯৮)

বিশ্বৰূপা আই মোৰ
কঁকালত বাজে কৰধ্বনি,
তুষাৰ শুভ্ৰ কিৰীটি
নূপুৰৰ ধ্বনি ৰিণিজিনি।

সেউজ সঁজাল চিৰ যৌৱনা
ধৰিত্ৰী দুহিতা,
সাগৰ মেখেলা আই মোৰ
সুৰাসুৰ বন্দিতা,
ৰত্নগৰ্ভা আই মোৰ
(তুমি) বিশ্ব বিমোহিনী।

লুইত, গংগা, গোদাবৰী,
কৃষ্ণা, কাবেৰী,
আৰাৱলী, বিন্ধ্য, পাটকাই
পাহাৰ শাৰী শাৰী,
দেৱতাৰ কাম্যভূমি, আই মোৰ
(তুমি) বীৰ প্ৰসৱিনী।

(৭৯৯)

যৌৱনৰ জীয়া জুই জ্বলিছে,
দেই পুৰি মাৰিছে,
চেনাই মোৰ আহিব
পদূলিত সুহুৰি মাৰিব,
ইচাটি বিচাটি লাগিছে গা।

সুহুৰিৰ সুৰ শুনি
ৰ'ব মই নোৱাৰোঁ
নিশা উজাগৰে থাকোঁ,
তাঁতশালত বহিলে
ইচাটি বিচাটি কৰে
মাকো সৰি সৰি পৰে,
এনেকৈ কেনেকৈ থাকোঁ
বলিছে যৌৱনৰ বলিয়া বা।

মৰমৰ দীঘদি চেনেহৰ বাণি দি
পীৰিতি আঁচুৰে তুলিছোঁ ফুল,
সেইনো গামোচা তোকে দিবলৈ
মন মোৰ উগুল থুগুল,
ব'হাগী কুলিয়ে কৰে কুউ কুউ
অ' চেনাই মোৰ কলিজাৰ জীউ
এই বেলি নকৰিবি ভুল,
ফুলিছে পীৰিতি ফুল
বলিছে ব'হাগী বা।

(৮০০)

ৰাইজৰ প্ৰতিনিধি তুমি হেনো
আইন প্ৰণেতা, স্বয়ম্ভু নেতা,
আইনৰ হেঙাৰ স্বৰূপ তুমি হেনো
জনগণ ভাগ্য বিধাতা।

নিজে গঢ়ি, নিজে ভাঙিছা, আইনৰ
অনুশাসন জানো মানিছা,

দেশৰ বুকুলৈ মৰ আঁউসীৰ ঘোৰ
এন্ধাৰ নমাই আনিছা,
তুমি হেনো পাবতে গজা, ৰাইজৰ
ধনেৰে বৰ সবাহ্ পাতা।

ৰাইজৰ হিত নহয় তোমাৰ কাম্য,
মাথোঁ বিচৰা ধনমান
অজ্ঞ নহয় দেশৰ জনগণ, তোমাক
আৰু নকৰে সম্মান,
কুখ্যাতি আৰ্জিছা মাথোঁ ক'লা আইন
প্ৰণেতা, হে দুৰ্নীতিৰ নেতা।

(৮০১)

হোমৰ ধোঁৱাৰে ধূৱলি-কুৱলী
ৰভাতল উদুলি মুদুলি
ওৰণি তলতে দুটি তৰা জিল্‌মিল্
হৃদয় উঠিছে উথলি।

হাতত গামে খাৰু, ডিঙিত জোনেবিৰি,
বুকুত আবেগৰ ঢৌ,
জাগে পুলক শিহৰণ অনুৰাগে
ওপচা হিয়া কঁপে থৌকি-বাথৌ,
কপালত এটি জোন কৰে তিৰবিৰ
উঠে হিয়া উথলি।

দশদিক্ পাল, দেৱতাক সাক্ষী কৰি
আজি যাক কৰিলা বৰণ,
হৃদয় কৰিলা দান, জানিবা তেওঁ
সঙ্গী হ'ল তোমাৰ আমৰণ,
অদুৰ মধুৰ আবেগ বিধুৰ আশাৰে
হৃদয় উঠিছে উথলি।

(৮০২)

ফটিকৰ চন্দ্ৰতাপ তৰিছে আকাশে
বয় নিৰমল নিজৰা।
ৰিমঝিম ৰিমঝিম নামে বৰষা
কি সুৰে উতলা বসুন্ধৰা।।

উলাহে উতলা নাচে গছ বনলতা
পিন্ধি মুকুতাৰ মালা।
হাতে হাতে ধৰি নাচে কিশোৰ-কিশোৰী
আৰু নাচে দেৱবালা।
দেহ-মন শীতল কৰা, আজি নামে
শীতল সুজল জলধাৰা।।

গুৰু গুৰু গুৰু বাজে মেঘৰ ডম্বৰু
ফাঁকে ফাঁকে নাচে বিজুলী।
ভৰিৰ নূপুৰ বাজে ৰুণুজুনু সুৰৰে (ৰূপালী)
চুলি আউলী-বাউলী।
কুলু কুলু গায় গীত, নাছে পাহাৰী
বালা আপোন পাহৰা।।

(৮০৩)

বন্ধনবিহীন অঘৰী
পুৰুষ মই
চিৰ গতিমান,
বল্গা বিহীন অশ্বৰ
দুৰন্ত গতিৰে
চিৰ ধাৱমান।

মোৰ ধমনীত
উষ্ণ প্ৰৱাহ,
দুচকুত জ্বলে
কামনাৰ অনল,
বিশ্বগ্ৰাস মই
সৰ্বগ্ৰাস,
মোৰ কণ্ঠত
তীব্ৰ হলাহল
স্থিতিহীন বন্ধনবিহীন
চিৰ ধাৱমান।

সূৰ্যাস্তৰ কিৰণ
হেঙুলি
অতীতৰ কোনো
এক গধূলি
নাৰীৰ মোহিনী
মায়াত বন্দী,
এই জীৱন
হ'ল সোণালী
অন্ধগতিৰ পথত
পৰিল যতি
প্ৰেমৰ গতি
চিৰ প্ৰৱাহমান।

(৮০৪)

এন্ধাৰ নিশা পথ ভুল কৰি,
ৰ'লাহি আহি
মোৰ পদূলিত
জীৱনৰ শেষ সন্ধিয়াত,
ওৰেটি জীৱন বাৰু
নেপালানে তুমি আহৰি।

এন্ধাৰ ঘৰত মোৰ
নজ্বলে প্ৰদীপ শিখা
এন্ধাৰ অন্তৰ, মচ
খালে অতীতৰ লিখা
বিৰহ অনল জ্বলাই
সেইদিনা গৈছিলা আঁতৰি।

(৮০৫)

হে বন্ধু, দুৰ্নীতি লব্ধ ঐশ্বৰ্যৰ প্ৰদৰ্শনী
পাতি দেখুৱাইছা কাকনো,
কিন্তু হে বন্ধু, মানৱতা গুণেৰে সঁচা
মানুহ হ'ব পাৰিছা জানো।

মানুহ নহয় জানা নিৰ্দয়
শিলেৰে বন্ধোৱা কঠিন হৃদয়,
মানুহ দয়া, ক্ষমা, কৰুণা
গুণৰ সমাহাৰ, নহয় নিৰ্দয়,
মানুহ অসুৰ নহয় হেৰা নহয় দানৱ
সেই কথা বুজিছা জানো।

বিবেক আৰু মনৰ সমন্বয়
হ'লে মানুহ সঁচা মানুহ হয়,
বিবেকহীন, মানৱতাবিহীন
মানুহ জানা মানুহ নহয়
সেই কথা বুজি চাইছা জানো।

(৮০৬)

ইমান ধুনীয়া, ইমান ধুনীয়া,
ক'তেনো ৰাখিম লুকাই
ক'তেনো ৰাখিম সজাই।

সুৰুযৰ হেঙুলী আভা,
চমকি উজলে প্ৰভা,
ৰূপৰ ৰূপালী ধাৰা,
দুকূল উপচি পৰা,
মোহিনী মায়াৰে ৰাখিছে লুকাই।

ফুলৰ কোমলতা, জোনাকৰ শীতলতা
জঁই পৰি যায়,
চেনেহৰ ৰহঘৰা, মৰম নিগৰি পৰা,
গাভৰু দেহাৰ ৰূপ, কিযে অপৰূপ,
সোণৰ সঁজাত ৰাখিম সজাই
চকুৰ মণিত ৰাখিম লুকাই।

(৮০৭)

হেৰ' অসমীৰ জীয়ৰী,
মুগা ৰিহা মেখেলা

ক'তেনো এৰিলি,
কিয়নো এৰিলি
কেৰুমণি থুৰীয়া
পুৰণি কলীয়া
মগৰুৱা বালাযুৰি
দুহাত শুৱনি,
চোতালৰ শুৱনি
তাঁতশাল এখনি,
তোৰ হাতৰ মাকোটি
ক'তেনো হেৰুৱালি
চেলোৱাৰ কামিজেৰে
দেহা যে ঢাকিলি
উঠন বুকুখনি
উদঙাই ৰাখিলি
লাজ মান ক'তেনো এৰিলি
কিয়নো এৰিলি
বজৰুৱা গামোচাৰে
বিছুৱান যাচিলি
খাৰ-খাৰলি, খৰিচাৰ
জুতি পাহৰিলি
শেৱালি উভালি
গহৰা পুতিলি
হেৰ, ভাবিচা
সময় যায় উকলি।

(৮০৮)

পলাশৰ ফুল যেন ৰঙা
ওঁঠৰ দুটি পাহি,
পখিলাৰ পাখি যেন
দেহাও যে লাহী,
লুইতৰ বালিত নাচে
এটি বালিমাহী।
বিজুলী বাঁহৰে
চিকুণ বাঁহী
মিঠা কিনো সুৰ
আহে ভাঁহি,
এধানি বুকুতে ঢৌ
কিনো থৌকি-বাথৌ,
বিজুলী চমক যেন
খিল্ খিল্ হাঁহি।

দেহাৰে ভাজতে
মৰমৰে ঢৌ
মন কৰে ৰাইজাই,
তাঁতৰে পাততে দেহি
পীৰিতি সপোন ফুলাই,
মন ভুলোৱা,
হিয়া জুৰোৱা
মিচিক্ মাচাক্ হাঁহি।

(৮০৯)

কাষত কলহ লৈ হালি-জালি
আহিছে চোৱা-সৌজনী,
উছল-পিছল দেহা, আই ঐ
ঘনে লৰে কঁকালখনি।

পিছল ৰিহাখনি বুকুতে
নেথাকে পিছলি যে যায়,
কিনো লাজ, কিনো লাজ
চাৱনি পিছলি পিছলি যায়
উভতি, চমকি পিছলৈ চায়
ঘনে টানে আঁচলখনি।

কোনোবাই দেখে নেকি চায়
ডিঙি মেলি মেলি,
চুচুক চামাক খোজ, কলাফুল
যুৰি কলৰে পুলি

কাৰেনো জীয়ৰী, কাৰেনো বুকুৰ
সোণ, চকুৰে মণি।

(৮১০)
এই বেলি কুলিয়ে নেমাতিলে
গছৰ ডালত,
ঢোল-পেঁপা, গগনা নেবাজিলে
আঁহতৰ তলত।

এই বেলি ফুলা নাই
কপৌ ফুল মনৰ বনত,
চেনাইয়ে সুছৰি মৰা
নাই পদুলিমুখত।

এইবেলি হুচৰি গাবলৈ
নাই ডেকা ল'ৰা,
মানৰ শৰাই লৈ ৰৈ আছোঁ
অথনিৰে পৰা,
দবা, কাঁহ বজা নাই
নামঘৰ চোতালত।

(৮১১)
গুৰুসেৱা নকৰোঁ, গায়ত্ৰী
জপ নকৰোঁ মই,
ৰোজা নেৰাখো, নামাজ
কলিমা নপঢ়োঁ মই।

মই নহও হিন্দু, নহও মুছলমান
চাবাথ নেপাতো,
গিৰ্জালৈ নেযাও মই,
পবিত্ৰ শুক্ৰবাৰ মনা
নাই মই, মই হেনো
নহও খ্ৰীষ্টিয়ান।

সকলো আপোন মোৰ
কোনো নহয় পৰ
সীমাৰ মাজত নহও বন্দী
আকাশৰ তলত ঘৰ
মানুহ সবাতোকৈ বৰ
অমৃতৰ সন্তান
মানুহকে যাচোঁ
মোৰ মান।

(৮১২)
সোণতকৈ ৰহণীয়া
মোৰ দেশৰ মাটি,
জিলিকে জোনাক পৰি
আকাশত জ্বলে হাতীপটি,
আছেনে ক'ৰবাত
এনে মাটি, এনে দেশ।

সোণালী ধাননি
হালে জালে ইয়াত
সুবদি সুৰীয়া কুলি
কেতেকীৰ মৌ, মিঠা মাত
বৰষে হিয়াত, বৰুণে মেলে
ইয়াতে ৰূপালী ছাতি।

কৃষ্টিৰ সেউজীয়া কঠীয়া
শঙ্কৰে ইয়াতে সিঁচিলে
সৃষ্টিৰ সোণালী সপোন
দিঠক হয় ইয়াতে
ভাল লাগে, ভালপাও সোণ
ফলোৱা মোৰ এই দেশৰ মাটি।

(৮১৩)
কামনাময়ী তুমিতো নোহোৱা
মাথোন কামিনী,
প্ৰেমময়ী নাৰী তুমিয়ে মোৰ
জীৱন সংগিনী।

তোমাৰ হাতৰ শীতল পৰশ
পৰাণ জুৰণীয়া,
তোমাৰ হৃদয় মৰম জীপাল
চিৰ সেউজীয়া
অময়া সুখৰ আকাৰ
তুমি বাৰু কাৰ প্ৰণয়িনী।

শত সন্তানৰ জন্মদাত্ৰী
করুণাময়ী মাতৃ,
দুচকুত চেনেহ নিজৰা
তুমি আমাৰো ধাত্ৰী,
নোহোৱা ছলনাময়ী
তুমি স্নেহময়ী জননী।

(৮১৪)

যুগে যুগে পুৰুষৰ সঙ্গিনী
নহও মাথোন অংকশায়িনী
অমিত শকতি ধাৰিণী
মাতৃ আমি বিশ্বৰ জননী।

সীতা, সাবিত্ৰী আৰু মন্দোদৰী
গাৰ্গী, মৈত্ৰেয়ী আমাৰ পূৰ্বসূৰী
স্নেহেৰে আমাৰ ধৰাত ৰচোঁ
শান্তিৰ অময়াপুৰী,
আমাৰ বুকুৰে বয়
সুৰৰ মন্দাকিনী।

যুগ মুক্তিৰ পতাকা
আমাৰ হাতত
সাম্য, মৈত্ৰী মহামন্ত্ৰ আমাৰ কণ্ঠত
(আমি) মৰমৰ ৰহঘৰা
(আমি) প্ৰেমৰ করুণাধাৰা
মাতৃ আমি শকতি ৰূপিণী।

(৮১৫)

আই তই চকুলো কিমান মচিবি,
দানৱৰ অতপালি কিয়নো সহিবি।

চাপৰিলে মেঘ আঁতৰি নেযায়
সহিলে আই সুবিচাৰ নেপায়
বাৰে বাৰে বুকু শুদা কিয়নো কৰিবি।

সহিব নেলাগে (আমি) আহিছোঁ ওলাই,
লাচিতৰ পো-নাতি থাকোঁতে জীয়াই
বুকুৰ তেজেৰে ফুল কিয়নো ফুলাবি।

(৮১৬)

আকৌ আহিল,
আকৌ আহিল,
ৰঙালী ব'হাগ
আকৌ আহিল,
আকৌ ফুলিল,
আকৌ ফুলিল,
লাহতী ভেবেলী
আকৌ ফুলিল,
নাচনী নাচিলে,
ঢুলীয়া ওলালে,
কেতেকী নাহৰ
তগৰে হাঁহিলে,
টকা, পেঁপা, গগনা
আকৌ বাজিল,
যুৱতী জীৱনৰ
সুৰ বৈ বৈ বাজিলে,
সুৱীয়া সপোন
ফুল হৈ ফুলিলে,
পীৰিতি গগনা
আকৌ বাজিল।

(৮১৭)

পুৰণি ইতিহাস মেলি
দিনবাৰ আঙুলি মূৰত
লেখি, কি হ'ব জানিলে আজি
কোনে, কাহানি, কেতিয়া
আমাৰ বৰঘৰৰ মজিয়াত
ফেঁটী সাপ মেলিছিল,
সাপে যে মোট সলাইছে আজি।

ৰংঘৰ চোতালৰ আকাশত
উৰিছে শগুণ চিলনী
নিমাত, নিতাল মাৰিছে আজি
বাঘে, ছাগে পানী খোৱা
গড়গাঁওখন
ছাগলীৰ গঁৰালত
বাঘ ওলাইছে আজি
সাপে যে মোট সলাইছে আজি।

এনেহেন দিনতো কিয় জানো
কোনোৰে মাত মতা নাই,
আইৰ চকুলো মচিবলৈ
আহ ঐ বুলি কোনো
ওলাই অহা নাই
ডা-ডাঙৰীয়া সবে বহি
আছে নিবোকা চামোন সাজি
শিৰত সাপে খুঁটিছে আজি।

(৮১৮)

ৰুণু জুনু নূপুৰে মাতে
কি সাজে, সাজে কুঁহিপাতে
মন মোৰ বলিয়া কৰে
কুহু কুহু কুলিৰ মাতে,
মন মোৰ উৰি যায়,
চমকি, থমকি ৰয়
যৌৱন যমুনাৰ পাৰতে
কিবা ভাবি-গুণি মনতে,
মনত পৰিছে আজি
মন উতলা সুৰ,
ফাগুনৰ মধুৰ বাঁহী
বাজিছিল তাহানি ইয়াতে,
ফাগুন আহিছে আজি
পলাশ বননি শুৱাই
ফুলিছে নাহৰ জকেমকাই
মোৰ মন বননিতে।

(৮১৯)

আকাশৰ বিশালতা দেখি
ভাৱত বিভোৰ মই, হ'লোঁ যে তন্ময়,
গধূলিৰ ছাঁ-পোহৰত দেখিলোঁ
তোমাক, মৃন্ময় কামনা কৰিলোঁ জয়।

আকাশৰ অলেখ তৰাৰ মাজত
জ্বলে এটি ধ্ৰুৱ তৰা অচঞ্চল,
হৃদয় আকাশত মোৰ জ্বলে
তোমাৰ ৰূপ অপৰূপ সমুজ্জ্বল,
নিজকে চিনিলোঁ মই,
পালোঁ মোৰ সত্য পৰিচয়।

মৃন্ময় এই দেহৰ মাজত বিৰাজে
বিদেহী চিন্ময় সত্তা চিৰন্তন,
মৃন্ময় এই দেহ অনিত্য মাথোন
চিন্ময় আত্মাৰ, স্বৰূপ সনাতন,
তুমি মই অভিন্ন স্বৰূপ, তুমিয়ে মই,
ময়ে তুমি, পালো পৰিচয়।

(৮২০)

তমসা নিবিড় নিশা,
এন্ধাৰৰ কুঁৱলী

সৰযূ পাৰৰ সেই
দোকমোকালি
সিন্ধুৰ পাৰত হ'ল
প্ৰভাত সোণালী।

সৃষ্টিৰ আদিৰ সেই
ওংকাৰ ধ্বনি,
বহুধা বিভক্ত হ'ল,
হ'ল সুৰদি বাণী,
অমাতৰ মাত
ভাষাৰ জননী
কাহিলি কাহিলি পুৱা
পোহৰ হেঙুলি।

সিন্ধু, গংগা, লুইতৰ পাৰ
ভাষাৰে জননী ওংকাৰ,
পুণ্য ভূমি ভাৰত সুৰদি
সুৰৰ ঝংকাৰ,
কৃষ্ণা কাবেৰী, বৃদ্ধ বিন্ধ্য
কৃষ্টিৰ কলাধাৰ,
লুইতৰ পাৰত নিতৌ পুৱা
জ্বলে সূৰুয সোণালী।

(৮২১)

ভালপাওঁ মই মোৰ
কপালত মৰমী হাতৰ পৰশ
ক্লান্ত আবেলি পৰত,
ভাল লাগে মোৰ শৰৎ ঋতুক
সিয়ে ফুলাব পাৰে
তৰাফুল আকাশত।

ভাল লাগে মোৰ
ৰূণ দি উৰি ফুৰা পাৰযুৰি
মোৰ চোতালত,
ভাল লাগে মোৰ গধূলি বেলি
প্ৰদীপ শিখাৰ পোহৰ
চোতালৰ তুলসী তলত।

ভালপাওঁ মই শিশুৰ
ওঁঠৰ কোমল হাঁহি,
নিজে হাঁহি হঁহুৱায় আনক,
ভাল পাওঁ মই পোনাৰ
মুখৰ আধা ফুটা মাত, অবুজ
অবুজ কিবা থুনুক-থানাক,
ভাল লাগে মোৰ উষাৰ কপালত
হেঙুলি ফোঁট নিশাৰ শেষত।

(৮২২)

বৰদৈ চিলাজনী, লাহী কঁকালখনি
আমাৰ বুকুৰ আপোন
ব'হাগৰ চোতালৰ নাচনী
অসমীৰ জীয়ৰী ৰাংঢালী ধুনীয়া।

ভায়ে ভায়ে বিভাজন ভাললৈ নহয়
শতৰুৱে লাই পায়, বুঢ়ালোকে কয়,
জনে জনে মন, ধানটোৱে প্ৰতি কণ,
হ'লেও অসমবাসী প্ৰতিজন
আইৰ আঁচলৰ ধন,
বৰ অসমৰ সমাজ বাৰে বৰণীয়া।

ভাঙিব নালাগে, বাটিবহে লাগে,
শনাহী শতৰুৱে বিভেদ আনিলে,
বৰঘৰৰ মজিয়া ভগাব যে শিকালে,
মনৰ নঙলা আঁতৰাই পদূলি
চিকুণাই ল সমনীয়া, মিলনৰ বৰঘৰ,
কৃষ্টিৰ দেউল সাজি ল, হেৰ' অসমীয়া।

(৮২৩)

নমো নমো মাতৃ অসমা
অনন্ত ৰত্ন সম্ভৱা
নমো মাতৃ অসমা।

অমলা, ধৱলা, সবলা
সূৰ্য কৰোঁজ্জ্বলা,
সুফলা, সুজলা, শ্যামলা
নমো মাতৃ অসমা।

নদী, গিৰিমালা শোভিতা
সুহাসিনী বিশ্ববন্দিতা
বিচিত্র বর্ণা পুষ্পিতা
নমো মাতৃ অসমা।

শত সতী বীৰ প্ৰসৱা
ঐশ্বৰ্যশালিনী বিভৱা
সদা স্বৰ্ণ শস্য প্ৰসৱা
নমো মাতৃ অসমা।

শংকৰ, মাধৱ, জয়া,
মূলাৰ জননী,
বীৰ প্ৰসৱিনী
সদা স্বৰ্ণ প্ৰসৱা
নমো মাতৃ অসমা।

(৮২৪)

গুৰু সেৱা নকৰোঁ,
গায়ত্ৰী জপ নকৰোঁ মই
ৰোজা নাৰাখোঁ, নামাজ
কলিমা নপঢ়োঁ মই।

বেদ, বাইবেল, কোৰান
পঢ়া নাই মই
মন্দিৰ মছজিদ গিৰ্জালৈ
নাযাও মই।

সীমাৰ মাজত
বন্দী নহও মই,
মুক্ত আত্মা মই
অমৃতৰ সন্তান
মানুহকে যাচোঁ মোৰ মান,
সেয়ে মোৰ সঁচা পৰিচয়।

(৮১১ নং গীতটিৰ পৰিৱৰ্তীত ৰূপ)

(৮২৫)

তৰা জিলমিল জ্বলি
আছে আকাশ উজলাই
শেৱালিৰ অভিসাৰ নিশা
শেষ হোৱা নাই।

মিলন বাসনাৰে
পূৰ্ণ নিশাটি
কামনাৰ ধূপ জ্বলে
উমি উমি,
আৱেগ পুলকিত
হিয়া দুজনৰ
বিদায়ৰ সময়
হোৱা নাই।

তৃষিত নয়নযুৰি
মৰম পৰে নিগৰি,
ভ্ৰমৰ নয়নযুৰি
পৰা নাই ভাগৰি,
এতিয়াও কত কথা
আছে বাকী
কত কথা কোৱা
হোৱা নাই
এতিয়াও বৈ বৈ
বাজে বাঁহী
মিলনৰ মধুৰ নিশা
শেষ হোৱা নাই।

(৮২৬)

কাব্য, পুৰাণ প্ৰসিদ্ধ নগৰ
তাহানিৰ শোণিতপুৰ,
জ্ঞান বিজ্ঞান সাধনাৰ
পীঠস্থান আজিৰ তেজপুৰ।

উষা অনিৰুদ্ধৰ কাহিনী
নহয় মাথোঁ প্ৰণয়ৰ,
ইযে কাহিনী আদান-প্ৰদানৰ
সংহতি সমন্বয়ৰ।
পাহৰণিয়ে কথ ক'ব,
সাৰ পাব চিত্ৰলেখা সখী
প্ৰাণ পাব শৈল প্ৰতিমাই
দ' পৰ্বতীয়া উঠিব জাগি।

জিলিকি উঠিব হৰ্জৰৰ
হাৰুপেশ্বৰ আকৌ এবাৰ,
জ্ঞানৰ জ্যোতিৰে উজলিব
লুইতৰ ইপাৰ সিপাৰ।

গুৰুকুল তেজপুৰে জ্যোতিৰ
প্ৰপাত আনিব নমাই
নতুনৰ ৰহণ চৰায়, অসমীক
আকৌ তুলিব সজাই।

(৮২৭)

নৰিয়া পাটিত থাকোঁতে
পৰি কেঁকাই
ওৰে নিশা কোনেনো
উজাগৰে থাকি,
পৰ দি আছিল বাৰু
মৰণক আগচি ধৰি,
জানোঁ মই, মৰমী দৰদী
তেওঁ মোৰ আই।

তাহানি ল'ৰালি কালত
ফুৰোঁতে লৰৰি,
বাগৰি পৰিলে কোনেনো
তুলিছিল ধৰি,
ধূলি বালি জোকাৰি কোনে
লৈছিল চপায়,
জানো মই, মৰমী চেনেহী
তেওঁ মোৰ আই।

নিচুকনি গাই কোনেনো
থৈছিল শুৱাই
কোনেনো কৈছিল সোণ
নাকান্দা নাপায়
নিদিওঁ দুখ মই
থাকোঁতে জীয়াই,
জানোঁ মই, মৰমী চেনেহী
তেওঁ মোৰ আই।

(৮২৮)

প্ৰিয় মোৰ
আজিও নাহিল হায়,
ডালত বহি
চাকৈয়ে বিনাই।

পথিক প্ৰিয় মোৰ
ক'তে বা নিশাটি কটাই,
বলিয়া ধুমুহা জাকে
বিৰহিণী-হিয়াযে কঁপাই।

শাওণৰ এই নিশাটি
অকলে কটাওঁ
নাজাই নুপুৰাই,
খোপাৰ কৰবী পাহি
খোপাতে হায়
মৰহি শুকায়।

(৮২৯)

সপোন সপোন লগা এই জীৱন,
আজি মই সঁপিলোঁ তোমাক,
ৰামধেনু বুলীয়া মোৰ
এই কেঁচা যৌৱন।

নালাগে গঢ়িব
হেৰা ধনৰ পাহাৰ,
দুজনৰ প্ৰেমেৰে সুৰভিত
হ'ব জীৱন আমাৰ,
গাভৰুৰ ধন সঁপিলোঁ তোমাক
মোৰ এই যৌৱন।

সোণৰ হৰিণ নিবিচাৰোঁ
কাহানিও নালাগে মোক,
বৈদেহী নহওঁ মই, নোৱাৰোঁ
সহিব বিৰহৰ শোক,
তোমাকে সঁপিলোঁ
মোৰ জীৱন যৌৱন।

(৮৩০)

চিৰ সেউজীয়া (আমাৰ)
মোৰ দেশ, ভাৰত মহান,
দেৱতাৰ ৰম্য ভূমি স্বৰ্গতো অধিক
(আমাৰ) মোৰ দেশ, ভাৰত মহান।

ঋষি, মুনি, সাধকৰ দেশ, (আমাৰ)
মোৰ চিৰ ভাস্বত, শাশ্বত মহান,
পুণ্যভূমি (আমাৰ) মোৰ দেশ
জ্ঞানৰ জ্যোতিৰে চিৰ অম্লান।

বেদ, পুৰাণ, উপনিষদৰ দেশ
(আমাৰ) মোৰ ভাৰত চিৰ গৰীয়ান,
চিৰ উন্নত শিৰ (আমাৰ) মোৰ,
(আমি) মই আই ভাৰতীৰ সন্তান।

(৮৩১)

যোগসিদ্ধ যোগী নাম যজ্ঞেশ্বৰ,
শুদ্ধ, সত্ত্ব আত্মা নিৰ্মল অবিনশ্বৰ।

অধ্যয়ন, অধ্যাপনা লক্ষ্য জীৱনৰ,
সাধক, তপস্বী কলা, কৃষ্টি, সাহিত্যৰ।

জ্ঞানৰ মহিমাৰে মহীয়ান জীৱন,
অসমীৰ সুসন্তান আদৰৰ ধন।

নিৰলস সাধনাৰ ব্যক্তিত্ব বিৰল,
জীৱনৰ আদৰ্শ তথু সহজ সৰল।

আমি সবে গুণমুগ্ধ অনুজ তোমাৰ,
লোৱাহে, লোৱাহে তুমি প্ৰণাম আমাৰ।
(জনালোঁ তোমাক সশ্ৰদ্ধ প্ৰণাম আমাৰ)

(৮৩২)

ৰাষ্ট্ৰনেতা ধৃতৰাষ্ট্ৰই দেশ বিভাজন
কৰিলে তাহানি, শুনিছা নিশ্চয়,
স্বজন প্ৰীতিৰ সেই ভয়ংকৰ কাহিনী,
সৌ সিদিনা আকৌ এবাৰ বিদেশী
শাসকে দেশনেতাৰে মিলি
দোহাৰিলে ইতিহাস কৰিলে বিভাজন
এই দেশৰ মাটি, জানোঁ আমি
তেজেৰে ৰাঙলী সেই কাহিনী।

দ্বাপৰৰ ইতিহাস দোহাৰি
বিনাশ আনিলে মাতি
সকলো পাহৰি আঁকোৱালি ল'লা
স্বজন প্ৰীতি স্বাৰ্থৰ নীতি,
বধিৰ নহ'বা হেৰা ৰাষ্ট্ৰনেতা,
শুনা হেৰা, সময়ৰ সঁকীয়নি।

(৮৩৩)

ওভতি, ওভতি নাচাৰি ঐ চেনাইটি,
নিশা দুপৰত নবজাবি ঐ পেঁপাটি।

পেঁপাৰ মাতে শুনি সৰে চকুৰ পানী,
আজি মোক নকৰিবি তই আমনি,
পাহৰি যা গাভৰু কালৰে ঐ পীৰিতি।

তাহানিৰ গাভৰু নহও ঐ চেনাইটি,
(নাযাচিবি আঁহতৰ তলৰে পীৰিতি)
কাবৌটি কৰিছোঁ নবজাবি ঐ পেঁপাটি, (আজি)
শিৰত জ্বলে যে মোৰ সেন্দূৰৰ ফোঁট এটি।

(৮৩৪)

হৰিণী যেন চঞ্চল চাৱনি,
গোলাপৰ পাহি যেন গাল দুখনি।

ভোমোৰা যেন কলীয়া কলীয়া চুলিতাৰি,
দুখনি হাঁত যেন পদুমৰে ঠাৰি,
হৰৰে ডম্বৰু যেন লাহী কঁকালখনি।

ডিঙিৰে শুৱনি সাতসৰী জোনবিৰি
পীৰিতি বলিয়া মন গাভৰু জীয়ৰী,
ক'তেনো লুকালি ঐ মোৰ চকুৰে মণি।

(৮৩৫)

আমি শিশু (অসমৰ) সৰগৰ,
আমি শিশু (ভাৰতৰ) মৰতৰ,
আমি কলীয়া কানাইৰ লগৰীয়া,
আমাৰ নাই কোনো জাতিকুল
নাই ভেদাভেদ,
বিশ্বৰ শিশু আমি সৱে সমনীয়া।

লুইতপৰীয়া আমি, আমাৰ হৃদয় মুকলি,
হোৱাংহো, মিচিচিপি আমাৰ চিনাকি,
ভল্গাৰ পাৰত বহি আমি কৰোঁ ধেমালি,
কুঁহিপাত কুমলীয়া আমাৰ
মন চিৰ সেউজীয়া।

হাতে হাতে ধৰি আহিছোঁ ওলাই
আমি শিশু সূৰ্যৰ সহযাত্ৰী,
দেশে দেশে আছে আমাৰ মাতৃ,
(সাতো ৰং সানি) আমাৰ হাঁহিৰে
বোলাই ধৰণী, কৰিম ৰামধেনু (বুলীয়া)

(৮৩৬)

জন্ম, মৃত্যু ৰহিত এই
আত্মা অজৰ, অমৰ,
ঘটৰ আকাশ যেন,
অংশ এক পৰমাত্মাৰ।

নশ্বৰ এই সৃষ্টি, নশ্বৰ
এই মানৱী দেহা,
মাটিতে মিলি যায়
দুদিনীয়া এই বেহা।

অবিনাশী এই আত্মা
নামৰূপ অনিত্য,
প্ৰলয় কালতো নহয় বিনাশ
ই চিৰন্তন সত্য।

(৮৩৭)

জীৱন নহয় মাথোঁ দুঃখেৰে ভৰা,
ধূসৰ নহয় ধুনীয়া এই ধৰা।

জীৱন নহয় মাথোঁ শোকৰ সাগৰ হেৰা,
বাৰিষাৰ বানে গৰকি যোৱা ধাননি এডৰা।

মানুহৰ হৃদয় একোটি প্ৰেমৰ নিজৰা
দুকুল ওপচি বয় শান্তিৰ শীতল ধাৰা।

(৮৩৮)

হিংসাৰ অগনি কোনেনো জ্বলালে,
(কিয়বা জ্বলালে),

হোমাগ্নি শিখা কোনেনো নুমুৱালে
(কিয়বা নুমুৱালে)।
প্ৰীতিৰ বান্ধোন কোনেনো ছিঙিলে,
(কিয়বা ছিঙিলে),
চেনেহ নিজৰা কোনেনো ভেটিলে,
(কিয়বা ভেটিলে)।
আততায়ীৰে কোনে মিতিৰালি পাতিলে,
(কিয়বা পাতিলে)
শনাহী মিতিৰে শতৰু শালিলে
(কিয়বা শালিলে)।
আজি প্ৰতিহিংসাৰ অগনিযে জ্বলে
(কোনেনো জ্বলালে),
চেনেহী আইৰে চকুলো কোনেনো সৰালে
(কিয়নো সৰালে)।

(৮৩৯)

বাটঘৰ কৰোঁতে দিন উকলি
গধূলি যে হ'ল,
নিশাটো নাযায় নুপুৱাই,
অথনিতে আহিব বুলি
যোৱা ল'ৰাজন ঘৰ
আহি পোৱা নাই।

উজাগৰী নিশাৰ শেষত
পদূলি ওলাই,
আছোঁ বৈ, গাঁৱৰ সিমূৰলৈ
দুচকু পোনাই,
'কালি আবেলিতে বাচা মোৰ
এই বাটে গৈছিল ওলাই।'

তেজেৰে লুতুৰি পুতুৰি
তাৰ ভাগৰুৱা দেহাটি,
বগা কাপোৰেৰে ঢাকি
সি আহিছে ওভতি,
ফুট্ গধূলিতে শুইছেহি
তুলসী-তল
শুৱাই, মইহে কান্দিব
পৰা নাই।

(৮৪০)

বহুদিন হ'ল ঢেঁকীৰ ঢেংকুৰুচ
ঢেংকুৰুচ মাত শুনা নাই,
মোৰ ওপজা গাঁওখন
বহুদিন দেখা যে নাই।

বহুদিন হ'ল গঞাৰ লগত বহি,
লগভাত খোৱা নাই,
বহুদিন হ'ল ভলুকা বাঁহৰ
পানীহিলৈ মৰা নাই।

ওপজা গাঁৱৰ মাটিৰ গোন্ধ
বহুদিন পোৱা নাই,
বহুদিন হ'ল (বাৰিষাৰ) পথাৰত
বোকা পানী গচকি পোৱা নাই।

বহুদিন হ'ল মাঘৰ মেজি
সাজিবলৈ মই যোৱা নাই,
সেই কথা ভাবিলে আজি হিয়াৰ
আমঠু ক'লা পৰি যায়।

(৮৪১)

যুগৰ এলান্ধু লাগি ক'লীয়া
পৰিছে বৰজাপিটি,
ঘনে ঘনে উঠিছে কঁপি আও
পুৰণি বিশ্বাসৰ ভেটি।

বিশ্বজুৰি বলিছে বতাহ,
আনিছে নতুনৰ বাতৰি,

ওলাই আহিছে নাৰী বন্ধ
দুৱাৰ মুকলি কৰি;
একাঠী ওৰণিয়ে নোৱাৰে
ভেটিব প্ৰগতিৰ গতি।

নাৰী নহয় মাথোন শাহুৰে
গৰকা বোৱাৰী,
জননী, জায়া সবে
আহিছে ওলাই
অধিকাৰ বিচাৰি,
পলকতে পৰিব ভাঙি
সামন্তবাদী প্ৰাচীৰৰ
(পুৰণি) ভেটি।

(৮৪২)

উতলা যৌৱন মোৰ ক'তেনো হেৰাল,
ফুলনি শুৱনি ফুল লেৰেলি শুকাল।

পদুম কোমল হিয়া জঁই পৰি গ'ল,
ডালৰে পখীটি, ডালতে নিমাত হ'ল,
খোপাৰ মালতী পাহি খোপাতে শুকাল।

কি হ'ব জীয়াই থাকি জীয়াতু ভুগিলে,
অতীত সুঁৱৰি আজি চকুলো টুকিলে,
মনৰ ফুলনি যদি লেৰেলি শুকাল।

(৮৪৩)

ঢাপৰ বাঁহজাৰ কাটি
উদং কৰা যদি,
কিহেৰে সাজিবা ঘৰ
ক'ত পাবা কাঠী-কামী,
ভায়ে ভায়ে হেৰা
দনখৰিয়াল কৰা যদি,
দুঃখিনী আইৰ চকুলো
কেনেকৈ মচিবা তুমি।

চেনেহৰ এনাজৰী
আঁজুৰি ছিঙা যদি,
আই বুলি, বাই বুলি
কাকনো মাতিবা তুমি,
নিজৰে ভাই-ভনীক
হেৰা নিচিনা যদি,
তোমাৰ নিজৰ চিনাকি
কি বুলি দিবা তুমি।

খাল কাটি ঘৰলৈ
ঘঁৰিয়াল নানিবা মাতি,
বিপদ নল'বা চপাই,
নহ'বা আপোনঘাতী,
ভাবি গুণী চোৱা হেৰা,
থিৰ কৰা মতি গতি,
ওচৰ-চুবুৰীয়া সকলোৰে
গিয়াতী (যে) তুমি।

(৮৪৪)

অপৌৰুষেয় বেদৰ বাণী
প্ৰণৱ ওংকাৰ ধ্বনি,
নামে ভাগিৰথী গংগা,
বয় সুৰৰ মন্দাকিনী।

মহান এই দেশ, শুদ্ধ
শান্ত পৰিৱেশ,
সাধু, সন্ত, সাধক, সত্য
সন্ধানীৰ দেশ,
ব্যাস বাল্মিকী, ওপজিলে
কত ঋষি, মুনি।

শান্ত হিমালয় অতন্দ্ৰ প্ৰহৰী,
ভোলানাথ ধ্যানত মগন,
সেউজ সজাল ধাননি পথাৰ,
জিলমিল সুনীল গগন,

'স্বৰ্গাদপি গৰীয়সী' এই দেশ
আমাৰ, বিশ্ব সভ্যতাৰ জননী।

(৮৪৫)

উভৈনদী আদি পণ্ডিত
ব্ৰহ্মাৰ শ্ৰীমুখৰ বাণী,
শুনি শুনি লাগিছে আমনি,
সদায়ে টেকেলী কাটি,
দেশৰ জনতা দৰিদ্ৰ নাৰায়ণ
পেটত জ্বলে ক্ষুধাৰ অগনি।

বিলাসী বিষ্ণুহঁত
বিলাসত মগন,
(সিসবৰ) আছে
বিচিত্ৰ প্ৰমোদ ভৱন,
গৃহহাৰা দেশৰ কতজন,
ৰোগ ক্লিষ্ট শত, শতজন
(মহানগৰীৰ) পদপথ
শেতেলীত কৰে যে শয়ন,
গাঁৱে ভূঁয়ে আছে কতজন
মৃত্যুৰ ক্ষণ গণি।

পণ্ডিত ব্ৰহ্মাইঁতে চহৰে-নগৰে
পাতিছে জ্ঞানৰ বিপণী,
আনহাতে ওপচি পৰা বিলাসী
বিষ্ণুহঁতৰ ভোগৰ কৰণি,
ভোকাতুৰ, ৰুগ্ন শত শতজনৰ
মচিবলৈ চকুলো
আমাক লাগে এজন
নীলকণ্ঠ শিৱ শূলপাণি।

(৮৪৬)

ওভতাই দিয়া আজি
মোৰ শৈশৱ সোণালী,
মুকলি মূৰীয়া জীৱন
(আৰু) জোনৰ জোনালী।

ওভতাই দিয়া মোক
ফুলনিৰ জাক পখিলী,
লগৰ লগৰীয়া (আৰু)
আমাৰ হাঁহিৰ বা-মাৰলী।

ওভতাই দিয়া মোক
আইৰ চেনেহৰ জুৰিটি,
বুঢ়ী আইতাৰ সোলা
মুখৰ মৰমৰ চুমাটি।

ওভতাই দিয়া মোক
তাহানিৰ গাঁৱৰ গধূলি,
তাহানিৰ নীলা আকাশখনি
জিল্‌মিল্ তৰালী।

(৮৪৭)

আমাৰ এই দেশ ঐতিহ্যৰ
সাগৰে আবৰা,
কৃষ্টিৰ নদী, নিজৰা বয়
(অলকানন্দা) মন্দাকিনী ধাৰা।

জিলমিল তৰাৱলী
চন্দ্ৰতাপ আঁৰা,
সেউজ শুৱনি দেশ
দেহ-মন জুৰ কৰা।

সুউচ্চ হিমালয়
মেৰুদণ্ড ধৰাৰ,
সভ্যতাৰ জননী
এই দেশ আমাৰ।

মহান এই দেশ
কৰ্মযোগী জনকৰ,

গংগাপুত্ৰ স্থিতপ্ৰজ্ঞ
পিতামহ ভীষ্মৰ।

(৮৪৮)

চেনেহৰ এনাজৰীৰে
সবাকো ৰাখিছিল বান্ধি,
সাতামপুৰুষীয়া প্ৰীতিৰ বান্ধোন
কিয় জানো গ'ল সোলকি,
হিংসা, দ্বেষ, বিভেদ মহাচোৰে
বৰঘৰৰ ভেটিত খান্দিলে সিন্ধি।

সেউজ শুৱনি পথাৰ
জিল্‌মিল্ মৰম ৰ'দালি,
চন পৰি ৰ'ল, গজিছে গ'হাৰা
পঁথাৰত নফলে সোণগুটি সোণালী,
মৰমী, দৰদী আয়ে পিৰালিত
বহি হিয়া ঢাকুৰি আছে কান্দি।

মৰম পলসুৱা হিয়াত জ্বলে যদি
জুই, দুচকুত জ্বলে যদি ফিৰিঙতি,
বৰঘৰৰ মুধচতো জ্বলিব,
জুই, এনাজৰী ছিঙিলে,
প্ৰীতিৰ বান্ধোন সোলকিলে, হিয়াক
হিয়াৰে কিহেৰে ৰাখিবা বান্ধি।

(৮৪৯)

অসমীৰ জীয়ৰী, বোৱাৰী
কাষত নলয় গাগৰি,
বুকুত মেঠোনি মাৰি
নানামে পথাৰত,
পাহুৱাল ডেকাই কাণত
নলয় হোলোঙা মাৰি।

আইনাম, ধাইনাম, বনগীতৰ
সুৰ গৈছে পাহৰি
তাঁতৰ পাটত বহিবলৈ
নাপায় আহৰি
অসমীৰ জীয়ৰী লাজতে
যায় যে মৰি।

উদং ভঁৰালৰ বেৰত নাঙল
যুৱলি থৈছে আঁৰি,
ভোৰতাল বজাবলৈ ডেকা
ল'ৰাই নাপায় আহৰি,
নিৰুপায় বুঢ়া-মেঠা
সৰে কৰে হৰি হৰি।

(৮৫০)

অস্থিহীন অস্তিত্বৰ অসমীয়া
এটা জাতিৰ নাম,
পিঠি পুৰিলে, ফিৰি শোৱা
অসমীয়া এটা জাতিৰ নাম।

কৰ্ম বিমুখ নিৰনুৱা
ধোদৰ পচলা,
আত্ম সন্মানহীন
অসমীয়া এটা জাতিৰ নাম।

আলাসত চাঙ্‌পতা
অতীত বিস্মৃত এলেহুৱা
ঘৰতে আলহী
নিজকে চিনি নোপোৱা
অসমীয়া এটা
জাতিৰ নাম।

(৮৫১)

ৰঙচুৱা গাল দুখনি
মুখৰে শুৱনি,
ডালিম গুটীয়া দাঁত দুপাৰি
ওঁঠত হাঁহিৰ খলকনি।

কঁকাল বৈ পৰা চুলিতাৰি
ডাৱৰ কলীয়া,
গলধন শুৱনি খোপাটি
কল ডিলীয়া,
কাজল সনা দুচকুত চমকে
বিজুলীৰে চমকনি।

এবুকু মৰম ওপচি পৰা
হৃদয় নিজৰা,
মুগা ৰিহা মেখেলাৰে লাহি
দেহা শুৱনি কৰা,
এঘৰৰ জীয়ৰী, এঘৰৰ
বোৱাৰী, বৰঘৰ শুৱনি।

(৮৫২)

জ্যোতিৰ জ্যোতিৰে, ৰাভাৰ আভাৰে
উজ্জ্বল আকাশত,
মানাহ, কলং, কপিলীৰ পাৰত
জুই জ্বলিছে,
ঢাপৰ জেতুকা জুপি জুইৰে তাপতে
লেৰেলি শুকাইছে,
কপাল উকা গাভৰুজনীৰ বুকুতে
আজি জুই জ্বলিছে।

ককা, আজোককাৰ বৰঘৰত
এলান্ধু লাগিছে,
অসমীৰ চোতালত দানহৰ
বৰমেল বহিছে,
বৰঘৰৰ মজিয়াত পিশাচে কিৰিলি
পাৰি নাচিছে,
চুকত থাকি বুকুত খোৱা মিতিৰে
বেঁকা-হাঁহি হাঁহিছে।

অসমৰ চহৰে-নগৰে একুৰা
জুই জ্বলিছে,
অসমীয়াৰ চেনেহৰ এনাজৰী
উমি উমি জ্বলিছে,
দুঃখুনী আইৰ তপত
চকুলো সৰিছে।

(৮৫৩)

মহাকবি বাল্মীকিয়ে ইয়াতে
তাহানি, ৰচিছিল ৰামায়ণ
অমৰ কাহিনী, মৰ্যাদাৰ
প্ৰতিমূৰ্তি ৰাম দিনমণি।

মৎস্য গন্ধাৰ পুত্ৰ ব্যাস
মহামুনি ৰচিছিল তাহানি,
সমস্ত জ্ঞানৰ ভাণ্ডাৰ
মহাভাৰতৰ বাণী
গীতা গ্ৰন্থখনি তমসা নিবিড়
ধৰাৰ বুকুত আশাৰ ৰেঙণি।

বিশ্বনাথ পুত্ৰ নৰেন্দ্ৰৰ কাহিনী,
নহয় তাহানিৰ, হোৱা নাই পুৰণি,
স্বামী বিবেকানন্দই দোহাৰিছিল
উপনিষদ, গীতাৰ বাণী।

(আততায়ী বত্নাকৰ হৈছিল বাল্মীকি,
'অমৃতৰ পুত্ৰ' নকৰা অপমান নিজকে তুমি,
উঠা, জাগা সদ্ গুৰুৰ উপদেশ লোৱা মানি।)

(৮৫৪)

সোণৰ অসম গঢ়িব বুলি
'জয় আই' ধ্বনিৰে আকাশ কঁপাই
এজাক চেঙেলীয়াই লুইতপৰীয়া
ৰাইজক তুলিছিল জগায়।

তাহানিৰ 'জয়-আই'-'ওলাই আহ'
ধ্বনি বতাহত মাৰ গ'ল,

সোণৰ অসম দেখো বিদেশীৰ
চৰণীয়া পথাৰ হ'ল, হুম্‌হুম্,
গুম্‌গুম্ জ্বলে জুই, পি-পু, ফি-শু,
ধোদ অসমীয়াৰ কাণসাৰ নাই।

উৰু উৰু চেঙেলীয়া মনৰ
সপোন চিকা ৰূপ হ'ল,
সোণৰ অসম আজি
কুমাৰৰ পোৰা মাটি হ'ল,
লাওলোৰা জনেও আজি
তলাতল কাৰেং সজায়।

(৮৫৫)

গণতন্ত্ৰ হেনো এক যাদুকাঠী
দেশৰ প্ৰগতিৰ মহামন্ত্ৰ,
ৰাইজক ৰজা পতা এই যুগৰ
এক অভিনৱ শাসনতন্ত্ৰ।

ৰাইজক ৰজা পতা কথাষাৰ
এক অভিসন্ধি, তেনেই মিছা,
ৰজা নহয় পৰজা হয় জৰৌৰোৱা
সেই আষাৰ কথাহে সঁচা,
প্ৰতিনিধি ৰজা হোৱা
ষড়যন্ত্ৰ, এই গণতন্ত্ৰ,।

মগজুক পাহৰি মানুহৰ
মূৰৰ লেখ লোৱা,
গৰিষ্ঠজনৰ মূক সম্মতিৰে
শাসনৰ বাঘজৰী লোৱা
স্বাৰ্থ সিদ্ধিৰ আলষণী
মন্ত্ৰ (অমঙ্গলীয়া)
শতিকাৰ অভিনৱ শাসনতন্ত্ৰ
হেনো বিকল্পহীন এই গণতন্ত্ৰ।

(৮৫৬)

বোৱাৰী পুৱাতে ঢাৰি পাটি এৰি
চোতাল পদূলি সাৰি
চিকুণকৈ ৰখা এজনীও
বোৱাৰী নেদেখিলোঁ তাত,
খোজে খোজে পদুম ফুলাই
হালি জালি গোধূলি কাষত
কলহলৈ পানী অনা
জীয়ৰী নেদেখিলোঁ তাত
নুশুনিলো কাৰো মাত।

নামঘৰ মণিকূটত আজি
নজ্বলে ভকতিৰ চাকি
নুশুনিলোঁ ভোৰতাল
নাগাৰাৰ মাত,
ফুট গোধূলিতে নিজম-নিতাল
হৈগুদু খেলা জাক
চেমনীয়া ল'ৰা
নেদেখিলোঁ তাত।

দুপৰ নিশালৈ উখল-মাখল
গাঁৱৰ ঢেঁকীশাল
ঢেংকুৰুচ্ ঢেংকুৰুচ মাত,
ভয়ত পেঁপুৱা লগা জীয়ৰী
বোৱাৰী, খুড়ী, পেহীহঁত
বিয়ানাম জাতজাত
নুশুনিলোঁ তাত।

ভৰ দুপৰতে দুৱাৰত ডাং তোলা
দুপৰ নিশা যেন নিমাওঁ-মাওঁ
গাঁৱৰ আলিবাট,
বিষাদে আৱৰা গাঁৱৰ আকাশ
দেও ভূতে নাচে তাত
শংকাত আতুৰ গঞাৰ
হৰিছে মুখৰ মাত।

(৮৫৭)

জাকপাতি উৰিলে
জাকৰুৱা শৰালি
পাখি মেলি উৰিলে
বগাকৈনো বগলী।

ক'ৰেনো গৰখীয়া
বাঁহীটি বজালি
অতীতৰ পাহৰা সুৰ
কিয়নো শুনালি।

হেৰ, বুকুতে একুৰা
জুই জ্বলালি
শুকান চকুৰ লোটক
কিয়নো সৰালি।

(৮৫৮)

আমি হেনো এই দেশৰ নহওঁ থলুৱা,
বহুজনৰ মুখত শুনা কথা বহুজনে কোৱা।

নাসদীয় সূক্তৰ ৰচক সেই মুনিজন,
গায়ত্ৰী মন্ত্ৰৰ দ্ৰষ্টা গাঁধীৰ নন্দন,
সবে হেনো বহিৰাগত,
ছিন্নমূল একোজন নহয় থলুৱা।

অহিংস মন্ত্ৰৰ প্ৰবক্তা মহাকবি বাল্মীকি
পৰাশৰ পুত্ৰ বেদব্যাস,
দেৱী জানকী নহয় হেনো থলুৱা।

গীতাগ্ৰন্থৰ প্ৰবক্তা দৈৱকী নন্দন
হেনো নহয় থলুৱা
এই দেশত আছে বুদ্ধিজীৱী বহুজন
তথাকথিত শিক্ষাৰে ধীমান
সজাৰ ভাটৌ সিসব 'হয় হুজুৰ' কোৱা।

(৮৫৯)

বিদেশী পণ্ডিত মহাজ্ঞানী,
বেদ, বেদান্ত কৰি অধ্যয়ন
জনালে বিশ্বক আৰ্য নামে যাযাবৰ
এক জাতি কৰি উদ্ভাৱন।

আমি সবে হেনো যাযাবৰ সন্তান,
বহিৰাগত আমি এই দেশত,
নহওঁ এই দেশৰ থলুৱা
তথাকথিত এচাম বুদ্ধিজীৱীয়ে
জনালে সমৰ্থন।

সেই তাহানিতে মিলনৰ কঠীয়াতলীত,
বিভেদৰ গুটি সিঁচা, সেই
পণ্ডিতজন আজিও মাননীয় সিসবৰ মাজত,
আমি হ'লোঁ যাযাবৰ সন্তান,
নীৰৱে সহিছোঁ অপমান।

(৮৬০)

মৰমৰ প্ৰতিদান মৰমেৰে দিব লাগে
সেই কথা জানোঁ,
দানৰ প্ৰতিদান দানেৰে দিব লাগে
সেই কথা মানোঁ।

হিংসাৰ প্ৰতিবাদ হিংসা নহয়
বুঢ়ালোকে কয়,
মহাত্মাই কৈ যোৱা কথা আমি
শুনিও নুশুনোঁ,
ৰাক্ষসিনী হিংসাৰ ভয়ংকৰ ৰূপ
দেখা নাই জানো।

হত্যাৰ প্ৰতিবাদ হত্যা,
কাপুৰুষালি মাথোন
পশুৱেও স্বজাতিক হত্যা
কৰা দেখা নাই দেখোন,

প্ৰতিহিংসাৰ অগনি জ্বলাই নিজকে
বিনাশ কৰা কিয়নো।

(৮৬১)

সিপাৰত অশ্বক্লান্ত, ক্লান্ত ৰথচক্ৰ
ইপাৰত আধুনিকা নগৰীত
কৰ্মব্যস্ত কতনা নৰ-নাৰী উৎকণ্ঠিত
মাজত উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

কাণপাতি শুনোঁ মই শত পদধ্বনি
স্মৃতি সজাগ মোৰ অতীত সোঁৱৰণি
ৰুণুজুনু নৃত্যৰ ছন্দেৰে
ইপাৰৰ মন্দিৰে মন্দিৰে
কতজনক ভকতিত নতশিৰ নম্ৰ
মাজত উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

এয়েনে তাহানিৰ প্ৰাগজ্যোতিষপুৰ
আজিৰ নগৰী আধুনিকা দিশপুৰ
প্ৰাণহীন বিদ্যুৎ মালাৰে সজ্জিত
মূক মৌন ধৰ্ষিতা নগৰী যে স্তব্ধ
দ্বিপ্ৰহৰ নিশা শুইছে ক্লান্তিত
ইসবৰ সাক্ষী উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

মই যেন এক ছাঁয়াহীন কায়া
ক্লান্ত দুচকুত মোৰ অতীতৰ মায়া
জীৱনৰ গতি ক্ৰমে হয় যে স্তব্ধ
সাক্ষী মাথোঁ উদাসী বয়োবৃদ্ধ ব্ৰহ্মপুত্ৰ।

(৪৬২ নং গীতটিৰ পৰিৱৰ্তিত ৰূপ)

(৮৬২)

শংকৰ শিষ্য 'বঢ়াৰ-পো' গুৰু অসমীয়াৰ,
গুণী জ্ঞানী যোগ্য শিষ্য,
মহান উদাৰ, সেইজন গুৰুই 'ধন্য' বুলিলে
কলি কালক, ক'লে 'ধন্য নৰতনু ভাল'
ধন্য বুলিলে ভাৰতবৰিষক।

শংকৰ, মাধৱক আমি গুৰু বুলি মানো,
গুৰু দুজনৰ বাণী উপদেশ নামানো,
শদিয়াৰ জীয়ৰী (ৰুক্মিণী)
তাহানি দ্বাৰকাৰ বোৱাৰী হ'ল,
দ্বাৰকাৰ অনিৰুদ্ধ শোণিতপুৰৰ
(কামৰূপৰ) জোঁৱাই হ'ল।

সেই দিনৰ সেই কথা অসমীয়াই পাহৰি গ'ল,
ধন্য একে নৰতনু অসমীয়াৰ শতৰু হ'ল,
অসম, অসম বুলি অসমীয়া নাদৰ ভেকুলী হ'ল,
ধন্য ভাৰতবৰিষ এজাক ভেক ভকতৰ এলাগী হ'ল।

(৮৬৩)

'সোণৰ অসম', 'সোণৰ অসম' বুলি
চিয়ঁৰিলে হ'বনে
সোণৰ নালাগে, মাটিৰ অসম গঢ়া
কোনোবা খনিকৰ আছেনে।

অম্বিকাগিৰীয়ে 'অসম গ'ল গ'ল' বুলি
তাহানিতে দিছিল সকীয়াই,
'শ্মশান নোহে কোনে কয়' চিঞৰি
চিঞৰি কৈছিল কমলাকান্তই,
ভাবি চোৱা হেৰা অসমীয়া, সেই কথা
(আজি বাৰু) সঁচা হোৱা নাইনে।

সোণৰ অসম গঢ়িবলৈ শপত লোৱাসবে
নিজৰ ঘৰ সোণেৰে সাজিলে,
গছৰ ডালত বহি কল খায়
অসমৰ ৰাইজৰ প্ৰতিনিধিয়ে ৰাইজক ঠগিলে,
কাহানিবা সি সবৰ বিবেক জাগিবনে,
চেতনা উদয় হ'বনে।

(৮৬৪)

'জীৱে প্ৰতি শিৱ' উদাৰ মহান বাণী উচ্চাৰিত
হৈছিল পুণ্যভূমি এই ভাৰতত সেই তাহানি
ভূলুণ্ঠিত আজি সেই অমৃত বাণী
কোনেনো শুনিব মানৱতাৰ কৰুণ কাহিনী।

মানৱতা আজি বিপণীৰ পণ্য সামগ্ৰী
এহাতেৰে কিনি আনহাতেৰে বিকিব পাৰি
মানৱৰ দৃষ্টি আজি ধূলি ধূসৰিত
কোনেনো শুনিব মানৱতাৰ কৰুণ কাহিনী।

মানৱ সভাত আজি বিপন্না কত যাজ্ঞসেনী
দায়বদ্ধ ভীষ্ম পিতামহ ৰুদ্ধ কণ্ঠ আজি
অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ
নাই কোনো গুণী-জ্ঞানী
নিৰন্তৰ জ্বলে দুৰ্যোধন দুৰাশাৰ অগনি।

(৮৬৫)

চোতালত ঢাৰি পাৰি
জোনাক ৰাতি
আমি সবে ককাৰ নাতিপুতি
তাহানি কৰিছিলোঁ ধেমালি
ক'তেনো হেৰাল আমাৰ (সেই)
তাহানিৰ শৈশৱ সোণালী।

হৈগুদু, কুক্‌ভা খেলিছিলোঁ
আমি সবে মিলিজুলি
লেছেৰি বোটলা আমাৰ গাঁৱৰ
পথাৰৰ ধাননি সোণালী
ক'তেনো হেৰাল আমাৰ (সেই)
তাহানিৰ শৈশৱ সোণালী।

নীৰৱ নিজম আজি গাঁৱৰ পদূলি
নাই উদুলি-মুদুলি
নামঘৰ-চোতালত নাবাজে
ভোৰতাল, নাগাৰা গোধূলি
কতেনো হেৰাল আমাৰ (সেই)
তাহানিৰ শৈশৱ সোণালী।

(৮৬৬)

লুইতৰ পাৰৰে হেৰা ডেকা ল'ৰা
লুইতৰ পাৰতে নাথাকিবা বৈ,
মিচিচিপি, হোৱাংহো, ভল্‌গাৰ
ৰূপ এবাৰ চাই আহাঁগৈ।

লুইত, হোৱাংহোৰ একে কাহিনী,
পাৰ ভঙা বলিয়া বানপানী,
মিচিচিপিৰ পাৰতো শুনিবা
সৰ্বহাৰাৰ কাতৰ বিননি,
সকলোৰে ভোকাতুৰ
মোলান মুখ চাই আহাঁগৈ।

বিপুলা এই ধৰণী আমাৰ জননী,
দেশে দেশে আছে ভাই আৰু ভনী
লুইতৰ পাৰৰে হেৰা ডেকা ল'ৰা
লুইতৰ পাৰতে দৰক লাগি নাথাকিবা বৈ।

(৮৬৭)

স্থিতিহীন অতিথি মই
ফুৰোঁ অনাই বনাই,
চ'তৰ বা- মাৰলীয়ে মোক
নিয়ে উৰুৱাই।

মই যেন তলসৰা এখিলা
শুকান পাত,
চকুজুৰণীয়া সেউজীয়া
বোল নাই তাত,
গচকি মোহাৰি যায়
কত বাটৰুৱাই।

নিয়ৰ সেমেকা আজি
এই শীতৰ নিশা,
নিঃসঙ্গ জীৱন মোৰ
নাই কোনো আশা
জীৱন নদীৰ ঘাট হেৰুৱাই
ফুৰোঁ অনাই বনাই।

(৮৬৮)

তাহানিৰ নগৰ নটী নাম লক্ষ্যহীৰা
দুচকুত কামনাৰ বোল সনা,
গণবধূ চঞ্চলা নায়িকা যুৱতী চপলা
কবি কালিদাসৰ প্ৰেৰণা।

কন্বমুনি পালিতা যুৱতী শকুন্তলা,
আশ্ৰম লালিতা কন্যা
চক্ৰৱৰ্তী দুষন্তৰ প্ৰেয়সী
নায়িকা অনন্যা,
নহয় গণবধূ, নায়িকা তেওঁ দয়িতা
কবি কালিদাসৰ প্ৰেৰণা।

তন্বী শ্যামা কান্তা বিৰহিণী
দূৰণি অলকাৰ তৰুণী,
মালবিকা অগ্নিমিত্ৰৰ মোহময়ী
নায়িকা কামিনী,
হীৰা নে মুকুতা এটি নাম,
গণবধূ গণ আশ্ৰিতা,
তুমি নাৰী, যুগান্তৰ নায়িকা
নায়কৰ বক্ষ লগ্না,
মোহময়ী তুমি নাৰী চিৰন্তনী
কবিৰ কাব্যৰ প্ৰেৰণা।

(৪০৩ নং গীতটিৰ পৰিৱৰ্তিত ৰূপ)

(৮৬৯)

উজ্জয়িনীৰ নগৰ নটী নাম লক্ষ্যহীৰা,
কবি মানসৰ প্ৰেৰণা তুমি উজ্জ্বল হীৰা।
কন্বমুনি পালিতা শকুন্তলা আশ্ৰম কন্যা,
চক্ৰৱৰ্তী দুষ্যন্তৰ প্ৰেয়সী, তুমি অনন্যা,
কবি কালিদাসৰ প্ৰেৰণা নাম লক্ষ্যহীৰা।

বিৰহিনী কান্তা দূৰণি অলকাৰ যখিনী,
মালবিকা অগ্নিমিত্ৰৰ ৰূপহী কামিনী,
কবি মানসৰ প্ৰেৰণা তুমি উজ্জ্বল হীৰা,
গণিকা নোহোৱা তুমি গণ আশ্ৰিতা।

ভীত কম্পিতা, নায়িকা তুমি নাৰী
নায়কৰ বক্ষ আশ্ৰিতা,
কবি মানসৰ প্ৰেৰণা তুমি উজ্জ্বল হীৰা।

(৪০৩ আৰু ৮৬৮ নং গীতটিৰ পৰিৱৰ্তিত ৰূপ)

(৮৭০)

বিভাবৰী মই তমসা নন্দিনী,
মোৰ বুকুতে আছে লুকাই
কতনা কৰুণ কাহিনী।

বিৰহী অন্তৰৰ কত যে হা- হুতাশ,
আৰু কতনা হা-হুমুনিয়াহ, জানো
মই অশ্ৰু সজল কত যে কাহিনী।

তমসা নন্দিনী মই বিশ্ববিনিন্দিতা,
কুহকিনী মই চিৰ উপেক্ষিতা,
মোৰ বুকুত বাজে ব্যথাৰ ৰাগিণী।

(৮৭১)

দুঃখুনী বৰষাৰ চকুলো সৰে
ধাৰাসাৰ, দুগাল তিয়াই
নামে ধল, হৰ্ হৰ্ কল্ কল্
ঘৰবাৰী নিয়ে উটুৱাই।

বাৰে বাৰে আহ
হেৰ বলিয়া বান,

সেউজ সজাল আশা
কৰ থানবান
হাটে বাটে মহামাৰী
মৰণে ৰিঙিয়াই।

বলিয়া বানৰ প্ৰকোপ
সহিম কিমান,
জীৱন জীয়াতু আৰু নো
ভুগিম কিমান,
নাহিবি বান তই
আকৌ দিলোঁ সকীয়াই।

বাৰিষাৰ বান তই
নঘটাবি বিঘিনি
দুচকুত জ্বলিছে প্ৰতিৰোধ
প্ৰবল অগনি,
এইবেলি বান্ধিম বান্ধ,
মাৰ বান্ধি আহিছোঁ ওলাই।

(৮৭২)

গছে বনে শুৱনি
আই মোৰ লাৱণী,
কুলিৰ কণ্ঠত
জাগে পঞ্চম ৰাগিণী।

লাহি দেহা শুৱনি
মুগাৰে ৰিহাখনি,
পথাৰৰে শুৱনি
সোণগুটি ধাননি।

সোৱণশিৰিৰ সোণ
আইৰ ডিঙিৰে মণি,
শিতানৰ শুৱনি
পাটকাই পাহাৰখনি।

লুইতৰ জীয়ৰী
ৰূপে গুণে অনুপম
আইৰ সমান নাই (কোনো),
নামযে অসম
মানাহে পখালে
তোৰ চৰণ দুখনি।

(৮৭৩)

তাহানিৰ বৰ অসম
আজি থানবান হ'ল,
আজো ককাৰ বৰ চোতাল
ভাগ ভাগ হ'ল।

'কথা শুনি তল যাওঁ'
গড়গাওঁ এৰাবাৰী হ'ল,
তলাতল, কাৰেংঘৰ
অতীতৰ স্মৃতি হৈ ৰ'ল।

সতী জয়মতীৰ কান্দোন
বতাহত মাৰ গ'ল,
লাচিত, মূলাৰ দেশত
মানুহ নোহোৱা হ'ল।

সোণৰ অসমৰ
সপোন চুৰমাৰ হ'ল,
লুইতৰ দুয়োপাৰ
বিদেশীৰ চৰণীয়া হ'ল।

(৮৭৪)

নীতিহীন নেতাৰ
আশ্বাস কিমান শুনিম,
দুৰ্নীতি দানৱৰ
অতপালি কিমান সহিম।

দৰিদ্ৰনাৰায়ণৰ
চকুলো কিমান মচিম,
দলিতৰ কৰুণ
ক্ৰন্দন কিমান শুনিম।

চক্ৰান্তকাৰীৰ চক্ৰান্ত
কিমান সহিম,
শনাইী মিতিৰৰ
ছলনা কিমান ভুগিম।

বিপন্ন সময়ৰ
বিলাপ কিমান শুনিম,
মানুহৰ মনৰ
কালিমা কিহেৰে ঢাকিম।

বৰদৈচিলা হৈ
ব'হাগত ইয়ালৈ আহিম,
দেওধনী সাজি
সমাজক নিকা কৰিম।

(৮৭৫)

জোনৰ পোহৰত জিলিকে
ৰূপহী আমাৰ গাঁওখনি
জিল্ মিল্ তৰাৰে শুৱনি
আমাৰ গাঁৱৰে আকাশখনি।

তুলসী তলত জ্বলে
মাটিৰে চাকিটি
বিলৰ বুকুতে নাচে পদুমী
বৰদৈচিলাজনী বিহুৰে নাচনী।

ৰূপহী আমাৰ গাঁৱৰ
সজাল ধাননি
নৈৰে পাৰতে হালে জালে
শুকুলা কঁহুৱা বননি
নিতৌ পুৱাতে সূৰুযে হেঙুল
ৰহণেৰে সজাই আমাৰ গাঁওখনি।

(৮৭৬)

যাযাবৰী গীতৰ সুৰে
সুৰে মন মোৰ
অনাই-বনাই ঘূৰে ঘূৰে
যাযাবৰী এক সাপুৰে মই।

মৃত্যুৰূপী কাল নাগিনী
মোৰ জীৱন সঙ্গিনী
মৃত্যু ভয়হীন সোণালী
এক সাপুৰে মই।

জীৱন তন্ত্ৰৰ সাধক মই
বীজ মন্ত্ৰ জানোঁ
বিষধৰ নাগিনীক
বলিব পাৰোঁ
নিৰ্ভয় হৃদয় নীলকণ্ঠ
সাপুৰে মই।

(৮৭৭)

অসমীয়াৰ তেজেৰে লুইতৰ পানী
ৰাঙলী হ'ল,
ঊনাশীৰ জনজাগৰণ বিফল হ'ল
অথলে গ'ল।

সোণৰ অসম গঢ়াৰ সপোন
সপোন হৈ ৰ'ল,
মাটিৰ অসম ডেইপুৰি
কলীয়া হ'ল।

মাজ নিশাৰ বুজাবুজি কোনোৰে
নুবুজা হ'ল;

চুক্তিৰ দলিলখন মূল্যহীন ফটা
কাগজ হ'ল।

পাইকৰ ল'ৰাহঁত একোজনা
স্বৰ্গদেও হ'ল,
বিদেশী বিতাড়ণ ভাওনা, এক
প্ৰহসন হ'ল।

(৮৭৮)

দেশে দেশে আছে কত ভাষা
কতজনা জননী আমাৰ,
কাৰ ভাষা সুৱদি
কাৰ ভাষা পুৰণি
আমি নকৰোঁ বিচাৰ।

আইৰ মুখৰে মাতেষাৰি
অমিয়া বৰষা,
মনৰ আবেগ, হৃদয়ৰ
অনুভূতিৰ একেই ভাষা,
চিৰ চেনেহী ভাষা জননী আমাৰ।

আইৰ মুখৰে মাতেষাৰি
সুৱদি সুৰীয়া,
অনুপম শীতল এছাটি বা
মন জুৰণীয়া,
চিৰ চেনেহী ভাষা জননী আমাৰ।

লুইত, ভলগাৰ পাৰৰ ভাষা
যদিও সুকীয়া সুকীয়া,
সকলো আইৰ নিচুকনি গীত
অতিকৈ সুৰীয়া,
চিৰ চেনেহী ভাষা জননী আমাৰ।

(৮৭৯)

তলভৰি সৰিছে আজি
শেৱালিৰ শুকুলা পাহি
ডাবৰৰ ডিঙা কোনে বায়,
কোনে বজায় বাঁহী।

উদুলি মুদুলি মুকলি
শৰতৰ পদূলি
ফৰকাল মন আজি
মুকলি মুকলি
ক'ৰেনো গৰখীয়াই পথাৰত
বজায় বাঁহী।

মনৰ ডালত বহি
মাতে বুলবুলি
আকাশত জ্বলে
তৰাৰ দীপালী
কঁহুৱা বনত শৰতে
বজায় বাঁহী।

(৮৮০)

শব্দকোষ চলাথ কৰি বুটলি
অনা নামটি শুনিবলৈ ভাল,
মদাৰ গছৰ ফুল, তেনেই এলাগী
তলভৰি সৰি গছকত মৰহি যায়,
সেই ফুল গছতহে দেখিবলৈ ভাল।

ৰঙিয়াল ফুল চকুত লগা
বাহিৰৰ ৰঙেৰে মানুহক ভুলাব পৰা,
গা-গছ কাঁইটীয়া, ৰঙা ফুল
এলাগী হোৱাৰ দুঃখ হিয়া ওপচি পৰা।

গুণ যদি নাথাকিল হেৰা
শুৱনি নামেৰে হিয়াৰ
ক'লা ৰং কিহেৰে ঢাকিবা কোৱা,
টেঙা আম বজাৰত এদিনহে বেচিব পাৰি
দেশৰ মানুহ হোজা হ'লেও মূৰ্খ নহয় হেৰা।

(৮৮১)

অজান মুলুকৰ কোনোবা চুকাফাই
পাটকাই পাৰ হৈ আহি সেই তাহানি
ইয়াতে ৰচিছিল অসমীয়া জাতিৰ ভেটি।

শংকৰ, মাধৱ, জ্যোতি, বিষ্ণু আৰু কতজনে
সজালে অসমক, কৃষ্টি দেউল সজালে ইয়াতে,
মুকুন্দ, মদন, কনক, কুশল, কমল, ভোগেশ্বৰীয়ে
বুকুৰ শোণিতেৰে লিখিলে ইতিহাস
এই দেশৰ মাটিতে,
এলান্ধু লাগি কলীয়া পৰিছে
হেঙুল হাইতালেৰে বোলোৱা কৃষ্টিৰ দেউলটি।

হেৰা অনুজ সহোদৰহঁত
তোমালোক নতুন সূৰ্য একোটি
নাথাকিবা বহি হাত সাৱটি,
ঘূৰি আহি যুঁজিম একেলগে মই দিলোঁ প্ৰতিশ্ৰুতি।

(৮৮২)

সোণবৰণীয়া ৰহণীয়া কৃষ্টি
সেউজ বুলীয়া অসমীৰ মাটি
কতজনে মিলি ৰচিলে ঐক্যৰ ভেটি,
গঢ়িলে অসমীয়া জাতি।

শনাহী মিতিৰে অসূয়া কৰিলে সৃষ্টি,
বিভেদৰ বলিয়া হাতীয়ে
খহালে ঐক্যৰ ভেটি,
জাতিৰ জীৱনত ঘটালে বিজুতি।

বিভেদ বলিয়া হাতী বলাব লাগিব
চেনেহৰ এনাজৰী জোৰাব লাগিব,
সংহতি সমন্বয়ৰ সেতু গঢ়িব লাগিব,
গঢ়িব লাগিব অসমীয়া জাতি।

(৮৮৩)

জীৱনত পোৱা নোপোৱাৰ
হিচাপ কেনেকৈ কৰিবা,
সফলতা, বিফলতা বান্ধে
কিহেৰে জুখিবা।

সফল হ'লা নে নাই
কেনেকৈ জানিবা,
বিফল হোৱা যদি বাৰু
কেনেকৈ বুজিবা।

লক্ষ্যচ্যুত হোৱা যদি হেৰা
কাকনো দোষীবা
চাই চিতি দিবা খোজ, লোকৰ
মুখাপেক্ষী কদাপি নহ'বা।

(৮৮৪)

ৰঙচুৱা গাল দুখনি
মুখৰেনো শুৱনি,
ডালিম গুটীয়া দাঁত
ওঁঠত হাঁহিৰ খলকনি।

কঁকাললৈ বৈ পৰা চুলিতাৰি
ডাৱৰ কলীয়া,
গল ধন শুৱনি খোপাটি
কলডিলীয়া
কাজল সনা দুচকুত চমকে
বিজুলী চমকনি।

এবুকু মৰম ওপচি পৰা
হৃদয় নিজৰা,
মুগা-ৰিহা-মেখেলা,
দেহা শুৱনি কৰা,
এঘৰৰ জীয়ৰী, এঘৰৰ বোৱাৰী
বৰঘৰ শুৱনি।

(৮৮৫)

পাহৰণি পিটনিত পোত যোৱা
পুৰণি ইতিহাস দোহাৰি
শুনাব লাগিব,
নতুন যুগৰ, নৱ প্ৰভাতৰ
নতুন ইতিহাস
আমিয়ে ৰচিব লাগিব।

ইতিহাস নহয় মাথোন
ৰজা, মহাৰজাৰ কাহিনী
উত্থান পতনৰ, হৃদয়ৰ
উত্তাপেৰে পিটনি শুকাই
কৃষ্টিৰ আকাশ-বন্তি
জ্বলাব লাগিব।

(৮৮৬)

আমি হ'মেই সফল,
আমি হ'মেই সফল,
আমি হ'মেই সফল এদিন।

আমাৰ মনত আছে বিশ্বাস,
অচল অটল বিশ্বাস,
আমি সফল হ'মেই এদিন।

হাতে হাতে ধৰি আগুৱাই যাম,
অসূয়া, বিভেদ পাহৰি যাম,
সকলো সমান হ'মেই এদিন।

ভীত, শঙ্কিত নহওঁ আমি,
চল, চাতুৰি নাজানো আমি,
হিংসাৰ পৰাজয় হ'বই এদিন।

ৰুণ দিয়া পাৰযুৰি,
কুউ কুউ কৰা কপৌ যুৰি,
শান্তিৰে ডেউকা মেলি
আকাশত উৰিব এদিন।

[Paul Rabsonৰ We shall over come one day
গীতৰ ভাবানুবাদ]

(৮৮৭)

কাৰ সৰব কণ্ঠ তাহানি
ৰুদ্ধ কৰিছিল কোনে,
আইৰ পূজাৰ বেদীত
ফেঁটী সাপ মেলিলে কোনে।

প্ৰতিবাদী কণ্ঠ এতিয়া
নীৰৱ হ'ব নেকি,
সংগীতৰ মূৰ্চ্ছনা এতিয়া
থমকি ৰ'ব নেকি,
সেই কথা
লুইতেহে জানে।

জনতাৰ হিয়াৰ আমঠু
ক'লা পৰি গ'ল,
বুকুৰ আপোনজন
আজি পৰ হ'ল,
আঁতৰি যে গ'ল,
বিশ্বাসৰ ভেটি
কঁপালে কোনে,
খহালে কোনে।

(৮৮৮)

দেহাতে যৌৱনৰ
ধল নামিছে
মনতে পীৰিতি
পদুম ফুলিছে।

গছৰে ডালতে
কুলিয়ে মাতিছে,

কেতেকী সুৰভি
বতাহত উৰিছে।

তাঁতৰে শালতে
নাচনীয়ে নাচিছে,
গৰকাত ভৰি থৈ
ভাবিছে গুণিছে।

পদূলিত চেনাইৰ
বাঁহী বাজিছে,
গাভৰু দেহা
ৰাইজাই কৰিছে।

মূৰতে ওৰণি লৈ
বোৱাৰী সাজিছে,
নঘৰ পতাৰ
হাবিয়াহ জাগিছে।

(৮৮৯)

কাজী শিপিনী আইতাৰ
কাজুৱা আঙুলি
মুজুৰা পৰিছে, বয়সৰ ভৰতে
ধুনীয়া দেহাটি জুৰুলা কৰিছে।

বিহুৱা দেউতাৰ
দেহা থৰক্ বৰক্
ঢোলৰ মাত শুনিও হোৱা নাই
সাতখন, আঠখন।

বলিয়া হাতীয়ে গচকি
ভাঙিলে পেঁপাটি,
কোনেনো ছিঙিলে
ঢোলৰে বৰটি,
বিহুৱা দেউতাই
গুণা-গথাঁ কৰিছে।

কৃষ্টিৰ কঠীয়াতলী
চহাৰ কোনে,
এইবেলি ব'হাগে বা কি
প্ৰতিশ্ৰুতি আনে
লুইত পৰীয়াইঁতে সেই
কথা ভাবিয়ে আছে।

(৮৯০)

শংকৰ গুৰুৰ অসম
মোৰ ওপজা ঠাই,
লুইতৰ জীয়ৰী অসমী
জননী মোৰ আই।

আই তোক নাপাহৰোঁ
নেওচা নিদিবি মোক,
কাহানিও অৱহেলা কৰা
নাই আই তোক।

ৰাইজৰ গৰিহণা, শাওপাত
প্ৰাপ্য যদি মোৰ,
ৰাইজৰ আশীৰ্বাদ বুলি
শিৰত লম মোৰ।

সুৱদি সুৰীয়া আইৰ
মাত নাপাহৰোঁ মই,
সেই মাতেৰে মাতি গণদেৱতাৰ
হৃদয় কৰিম জয়।

(৮৯১)

ইতিহাস পুৰণি নহয়,
ইতিহাস পুৰণি নহয়,
সেই একেই যুঁজৰ কাহিনী
দেৱতা আৰু অসুৰৰ,
ইতিহাসে কথা কয়, হেৰা
ইতিহাস পুৰণি নহয়।

ৰাম-ৰাৱণৰ যুঁজ
আজিও জ্বলে সমাজত
পাশৱিক প্ৰবৃত্তি আজিও
জাগ্ৰত মানুহৰ মনত,
ইতিহাস পুৰণি নহয়
মানুহে অমানুহ হয়।

দুঃশাসন দুৰ্জনে আজিও
হৰণ কৰে পাঞ্চালি বস্ত্ৰ,
আজিও অপত্য স্নেহত অন্ধ
কত শতজন ধৃতৰাষ্ট্ৰ,
দেশ বিভাজন হয়, মানুহৰ
মনৰো বিভাজন হয়।

মনৰ বিভাজন ভাললৈ নহয়
পতা ঘৰ ভাঙি যায়,
দেশৰ বিভাজনে খাল কাটি
ঘঁৰিয়াল আনে চপায়,
সত্যৰ জয় হয় নে নহয়
ইতিহাসে কিন্তু কথা কয়।

(৮৯২)

মোৰ বীৰ্য্যৰ গৌৰৱেৰে
জগৎ জিনিম।
মোৰ শৌৰ্য্যৰ সৌৰভেৰে
জগৎ জুৰিম।।

মোৰ কণ্ঠত প্ৰৱাহিত
সুৰৰ প্ৰৱাহ।
সুৰৰ ছন্দেৰে কম্পিত
আকাশ বতাহ।।

আই তোৰ সন্তান
মই অমৰ হ'ম।
সুৰৰ শিখা হৈ আকাশত
জ্বলি ৰ'ম।।

গৌৰৱ জ্যোতিৰে আই
(তোৰ) মুখ উজ্জলাম।
সৌৰভ সুমধুৰ মই
জগতক বিলাম।।

(৮৯৩)

ব'হাগ মানে কুলিৰ মাত
ব'হাগ মানে সেউজী কুঁহিপাত
ব'হাগ মানে ধিনিকি-ধিনাও ঢোলৰ মাত।

ব'হাগ মানে যুৰীয়া আঁহতৰ তল
ব'হাগ মানে যৌৱনৰ বলিয়া ধল
ব'হাগ মানে (সৃষ্টিৰ কামনা উচ্ছল)
নপানী চলচল।

ব'হাগ (মানে) এটি সোণালী সপোন
জাতিৰ মনৰ দাপোণ
ব'হাগ আমাৰ বাপতি সাহোন
এই ব'হাগ আমাৰ বুকুৰ আপোন।

ব'হাগে আনে ছন্দ জীৱনৰ
ৰূপহী ব'হাগৰ ৰূপ অপৰূপ
ব'হাগ সংহতি সমন্বয়ৰ সুৰ
ব'হাগতে আহে বৰদৈচিলা
লৰে চৰে কলৰে পাত।

(৮৯৪)

গাভৰুৰ ওঁঠৰ মিচিকি হাঁহি,
কুন্দি-কেতেকীৰ মিঠামাত,
ইচাটি-বিচাটি দেহা,
বাজে মধুৰ বাঁহী।

উঠন বুকুত কঁপনি লাগে,
লয়লাস গতিৰ ভংগীৰে
গাভৰুৰ দেহা হালে কি জালে,
যৌৱন নদীৰ পাৰে পাৰে
মনৰে পদূলিত বাজে চেনাইৰে
সুহুৰি, মিলন বলিয়া বাঁহী।

চল্‌চল্ নয়ন চঞ্চল
চাৱনি বিলোল,
হিয়াৰ দুকূল ওপচি
জাগে কামনা হিল্লোল,
ৰূপৰ অগনি জ্বলে,
চগাহৈ যৌৱন উৰে,
নিলাজ, তটিনীৰ
খিল্ খিল্ হাঁহি,
শিলনিত ঠেকা
খাই আহে ভাহি।

(৮৯৫)

দিনে দিনে সংকুচিত
খেতিৰ মাটি,
উদ্যোগ অবিহনে
নাই আৰু গতি,
হেন জানি দেশৰ যুৱক যুৱতী
উদ্যোগত দিয়া মতি।

উদ্যোগীৰহে উদ্যোগ
উদ্যোগতে সুখ-সম্ভোগ,
উন্নত সা-সঁজুলি
উন্নত ব্যৱস্থাপনা,
উদ্যোগী মনৰ
ঘটায় সংযোগ,
স্বাবলম্বী হোৱা আৰু
হোৱা ধনপতি।

ধনেই ধৰ্মৰ মূল
সাধুজনৰ বাণী
উদ্যোগ স্থাপন কৰি
আঁতৰোৱা নিবনুৱা গ্লানি,
উন্নতিৰ সপোন বগাই
সুচল কৰা দেশৰ প্ৰগতি।

(৮৯৬)

'শ্যামল সুন্দৰ তনু
কপালত জ্বলে ইন্দ্ৰধনু'
মুখে বায় বেণু,
বৃন্দাবনত চৰায় ধনু।

গলে দোলে কদম্বৰ মালা,
মূৰতে মৈৰাৰ পাখি,
গোপশিশু সঙ্গে কৰে খেলা,
মোহন সুন্দৰ দুটি আঁখি,
গোপিনী মোহন নন্দৰ নন্দন,
'শ্যামল সুন্দৰ তনু'।

ৰুণুজুনু বাজে নূপুৰ,
নাচে ভুৱন মোহন কানু,
মদন মনোহৰ শ্যাম কানু
'ৰূপে শত কৌটি ভান',
ত্ৰিভুৱন মোহন হৰি
'শ্যামল সুন্দৰ তনু'।

(৮৯৭)

সময় উকলি গ'ল হেৰা
সময় উকলি গ'ল,
জোৰ পুৰি হাতত
লাগিবৰ হ'ল।

জ্বলা জোৰ দলিয়াই
পেলাব লাগিব,

নেজৰ জুই মুখেৰে
নুমাব লাগিব।

লোকৰ মুখলৈ চাই
থাকিলে নহ'ব,
লাচিতক সুঁৱৰি
থাকিলে নহ'ব,
হেৰা লুইতপৰীয়া
ডেকা গাভৰুৰ দল।

লাচিতৰ শৌৰ্য বীৰ্য্য
ঘূৰাই আনিবলৈ,
আই অসমীৰ
সন্মান ৰাখিবলৈ,
ভেদাভেদ পৰিহৰি
প্ৰাণ পণ কৰি,
ওলাই আহা
লাচিতৰ বেশেৰে,
ওলাই আহা ৰণুৱাৰ সাজেৰে,
ওলাই আহা
ডেকা গাভৰুৰ দল
সময় উকলি গ'ল।

(৯৯৮)
পীৰিতি পীৰিতি,
অ' চেনাই পীৰিতি,
পীৰিতি বলিয়া মন।

পীৰিতি পীৰিতি ঐ
ব'হাগৰ বিহুটি
বজালি যে পেঁপাটি
বলিয়া কৰিলি মন।

মনেহে বলিয়া অ' চেনাইটি,
দেহা ৰাই-জাই কৰে অ' চেনাইটি,
বুকু চমেচমাই অ' চেনাইটি,
নিশা নাহে টোপনি
অ' চেনাই পীৰিতি।

পীৰিতি পীৰিতি
ব'হাগৰ বিহুটি
বিহু গ'লে আহিব ওভতি
যৌৱন গ'লে
মৰহে পীৰিতি।

(৯৯৯)
ইমান কোমল বুলি জনা হ'লে
হাতত নললোঁহেঁতেন,
ইমান কঠোৰ বুলি জনা হ'লে
ওচৰলৈ নগ'লোঁহেঁতেন।

মৰমতে মৰহি জই পৰি যোৱা
লাজুকী লতা ইমান কাতৰ,
দুঃখতো নোলায় চকুলো, ইমান
কঠিন সৃষ্টি কাৰনো হাতৰ,
নিমাতী বুলি জনা হ'লে
তোমাক নামাতিলোঁহেঁতেন।

সঁচাই জানো তুমি ইমান কোমল
পলকতে পমি যোৱা,
সঁচাই যদি ইমান কঠিন
অলপতে দুখ কিয় পোৱা,
তোমাৰ মনৰ কথা জনা হ'লে
প্ৰীতিৰ শলিতা নজলালোঁহেঁতেন।

(৯০০)
লা-ইলাহা ইল্লাহা
ৰচুলোল্লাহা,
দুনিয়াত জনম লৈ
কি কৰিলি,

আল্লাহৰ নাম
মুখে নল'লি।

আল্লাহৰ বিনে
তৰিব কোনে,
ৰুচুলৰ বিনে
তৰিব কোনে,
মায়াৰ পাকত পৰি
পাক্ নকৰিলি।

কেয়ামতৰ দিনা
কি বুলি ক'বি,
গুণাহৰ বোজা
ক'ত বাৰু থ'বি,
দোৰ্জখৰ শাস্তিলৈ
ভয় নকৰিলি।

ভাই, বন্ধু কোনো
লগত নাযায়,
ধন, দৌলত সকলো
পৰি ৰ'ব ভাই,
সময় থাকোঁতে
কিয় চিন্তা নকৰিলি।

(৯০১)

জনতাক ভালপাওঁ
বুলিলে নহ'ব,
হেৰা, জনতাৰ
নেতা, জনতাৰ
বুকুৰ বেদনা
বুজিবও লাগিব।

দেশৰ জনতা,
গণ দেৱতা,
তুমি মাথোন
সেৱক, দেশৰ
সম্পদ, জনতাৰ বাবে,
তুমি মাথোন ৰক্ষক,
সেই কথা জানিব,
বুজিব লাগিব।

ৰক্ষক হেনো আজি
ভক্ষক হৈছে,
ৰক্ষক কিন্তু হেৰা
ভক্ষক নহয়,
সেই কথা জানিব,
বুজিব লাগিব।

(৯০২)

অ' কুলিটি কিনো শুনিবি
মোৰ কাহিনী,
কুউ কুউ কৰি মোক কিয়
দিয় হেৰ, আমনি।

নালাগে শুনিব যা নকও
মোৰ মনৰ বতৰা,
নালাগে নুশুনাবি মোক
ফাগুনৰ বতৰা,
কুউ কুউ মাত শুনি মোৰ
ওলাই চকুপানী।

শৈশৱৰ সোণালী সপোন
মনৰ ৰূপালী দাপোণ,
ল'ৰালিৰ কত স্মৃতি
কতনা মধুৰ সপোন,
আজি হেৰ উঁৰলি গ'ল,
অতীত স্মৃতি হ'ল,
অ' কুলিটি নোজোকাবি মোক,
নকৰিবি আমনি

তোৰ মাত শুনি মোৰ
ওলাই চকুপানী।

(৯০৩)

মানুহ এক অপৰূপ সৃষ্টি
ধৰাৰ বুকুত,
প্ৰেমৰ মোহনীয়া ছবি
মানুহৰ দুচকুত।

মানুহৰ চকুত জ্বলে
শান্তি শিখা সমুজ্জ্বল,
মানুহৰ বুকুৰে বয় আশাৰ
ফল্গুধাৰা অবিৰল,
মৃত্যুভয় নাই সত্যসন্ধানী·
মানুহৰ চকুত।

দয়া, ক্ষমা গুণেৰে ধন্য
মানুহ যে মহান
'মানুহ ময়াপী জীৱ', অমৰ
মানুহৰ প্ৰাণ (আত্মা)
সুন্দৰৰ সাধনাৰ অগনি,
জ্বলে মানুহৰ চকুত।
(২৫১ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯০৪)

গাভৰু পৃথিৱীৰ যৌৱনৰ দীপ্তি,
শীতল জোনাকৰ শীতল দৃষ্টি।

সোণালী জোনালী জল্ মল্ ৰূপ,
জ্বলি জ্বলি শেষ হয় কামনাৰ ধূপ।

ৰঙে ৰূপে সেউজীয়া বিনন্দীয়া সৃষ্টি,
যৌৱন টল্‌মল্ টল্‌মল্
প্ৰেমৰ নিজৰা বয় হৃদয় ওপচি
চঞ্চলা হৰিণী যেন নয়নৰ দৃষ্টি।

(৯০৫)

নীৰৱ কুলিটি নিথৰ
আমৰে ডালত,
সুৰৰ নিজৰা হেৰাল
কুলিৰ কণ্ঠত।

কোনেনো বুজিব আমাৰ
সুৰৰ ৰাগিণী,
কোনেনো শুনিব বিৰহী
প্ৰাণৰ বিননি
কোনেনো ৰচিব কবিতা
ৰে পুলিন্দত।

ডালতে মৰহি সৰিল
গোলাপ পাহিটি
মনতে লেৰেলি শুকাল
মনৰে আশাটি
শুনিছোঁ নিৰস মূৰ্চ্ছনা
কুলিৰ কণ্ঠত।

(৯০৬)

জয়াৰ জননী আই
তই সেউজী শুৱনি,
আই মোৰ চেনেহী,
জননী শকতি ৰূপিণী।

আই তই জাগ্ৰতা গোসাঁনী
মানাহে পখালে চৰণ দুখনি,
আই তই লখিমী ৰূপিণী।

আই তই সোণালী ধনেৰে থোক,
ল'বি তই মোৰ ভকতি প্ৰণতি,
লাঞ্চিত, মূলাৰ জননী।

অপৰূপ সাজেৰে সজাই

আই তোক আসনত বহুৱাই
কৰিম জগৎ শুৱনি।

(৯০৭)

হেৰ, অসমীয়া বিহু বলিয়া
অকলে অকলে বিহু মাৰিলে
জুৰ জানো পৰিব তোৰ গা,
জোৰ পুৰি হাত পালেহি
নাচাওঁ বুলি চকু মুদি থাকিলে
নহ'ব, হেৰ, মূৰ তুলি চা।

ভেটুটা [illegible] বুলি হৈছে নামি
টাপত সোমাইছে বাঢ়নী পানী,
লগত আহিছে মগৰ ঘঁৰিয়াল।

পুৰণি কলীয়া একোটি বৰঘৰ
একেলগে বহিছিল তাত,
আজি মিলিছে অথন্তৰ,
ভায়ে ভায়ে কৰ দন্ খৰিয়াল,
হাতৰ কুঠাৰ ভৰিত নামাৰিবি
হেৰ, এবাৰ ভাবিছা।

সোদৰৰ ভনী বৰদৈচিলাজনী
কিনো বেজাৰত আউলী-বাউলী
আজি সাজিছে দেওধনী,
মাকৰ ঘৰলৈ ধুমুহাৰ গতিৰে
আহিছে উৰি, আছে ভাবি গুণী,
হেৰ' দন্ খৰিয়াল পাহৰি যা
হাতে হাতে ধৰি
একেলগে নাচগৈ যা।

(৯০৮)

আমি মাতৃ, আমি ভগিনী
ধাত্ৰী আমি পূজাৰিণী,
পুণ্যৱতী ফ্লোৰেনচৰ উত্তৰ সাধিকা,
আমি শুশ্ৰূষাকাৰিণী।

শুভ্ৰ সাজ পৰিহিতা
আমি আৰ্তজন সেৱিকা,
শুশ্ৰূষা আমাৰ
নহয় মাথোন জীৱিকা,
সেৱাত বিলীন আমি
জাতি বৰ্ণৰ বিভেদ নামানি।

হৃদয়ত পাতিছোঁ থাপনা
ৰোগ মুক্তি আমাৰ কামনা
ক্লান্তিহীন আমাৰ তনুমন
সেৱাত মগন, মানৱতা
মন্ত্ৰেৰে দীক্ষিত আমি
ফ্লোৰেনচৰ অনুগামিনী।

(৯০৯)

এই দেশ, কাৰ দেশ, (বন্ধু তুমি)
কাৰ দেশ বুলি ভাবিছা,
দেশৰ বাবে, দহৰ বাবে কেতিয়াবা,
জানো, কিবা কৰিছা।

তোমাৰ পৰিয়াল, তুমিয়ে
নোহোৱা মানুহ এই দেশৰ,
ভোকাতুৰ, শোকাতুৰ আছে
অগণন জনগণ দেশৰ
সিসবৰ কথা জানো ভাবিছা,
কেতিয়াবা জানো কিবা কৰিছা।

সোণ-ৰূপ বহুত চপালা,
বহুতক কঙাল কৰিলা,
বিবেক বেচিলা, বন্ধু তুমি
মানৱতা ধন যে হেৰুৱালা,

মানুহৰ সমাজত অমানুহ হ'লা
সেই কথা জানো তুমি ভাবিছা।

(৯১০)

তোৰ সমান শুৱনি
মই কাকো দেখা নাই,
ইমান সুৱদি কণ্ঠ
মই ক'তো শুনা নাই।

পূজাৰ প্ৰতিমা তই,
আই মোৰ হৃদয়ৰ,
তই মাতৃ অপৰূপা
দেৱী এই মৰতৰ,
ফলে ফুলে পয়োভৰা
পূজনীয়া মোৰ আই।

সাগৰে পখালে চৰণ
শিতানত হিমালয়,
মৰিলেও তোৰে বুকুত
আই লভিম আশ্ৰয়,
তই মোৰ জন্মভূমি
মাটিৰ মৰমী আই।

(৯১১)

মুগা-ৰিহা মেখেলা সাইলাখ
পখিলা, এ' দেহি কলৰে পুলি
পদুলিত কিয়নো ৰুলি,
এ' দেহি বুকুৰে কাঁচলি
মেৰিয়াই বান্ধিলি
এ' দেহি কলৰে পুলি।

সোণশিৰীৰ বালিতে
এ' দেহি সোণৰে চেকুৰা
বন জুই জ্বলাদি
জ্বলে জুই, এ', দেহি
বুকুতে একুৰা ধান
খেৰ যেন পোৰে।

যৌৱন ফুলনি
পীৰিতি পোৰণি,
এ' দেহি দেওধনী
চৰিছে গাত,
মৌ মিঠা চেনাইৰে মাত,
মাহ হালধি সানিছে গাত
এ' দেহি কলৰে পুলি
পদুলিত কিয়নো ৰুলি,
বাটৰ বাটৰুৱাই ৰ' লাগি চায়
সেউজীয়া কুমলীয়া পাত।

(৯১২)

মেঘৰ লগত মই
আকাশত উৰিম,
শীতল বাৰিধাৰা হৈ
তোৰ বুকু শীতল কৰিম।

সেউজীয়া পাতৰ মাজত
ওলমি থাকিম,
সৰকি আহি আই
তোৰ চৰণ চুমিম।

বৰদৈচিলাৰ লগে
লগে পাখি মেলি
উৰি আহিম,
তোৰ চোতালত নামিম,
নাচনীৰ লগত
আই বিহুৱা সাজিম।

(৯১৩)

চ'তৰ চাপৰিত বহি
মাহ-হালধি সানি
লুইতৰ পানীত তিয়ালো
মোৰ গাভৰু দেহাটি,
ব'হাগ আহিব বুলি।

তাঁতৰে শালতে বহি
গড়কাত ভৰি থৈ ভাবিলো
কিনো বাছো, কি ফুল তোলো,
মই সপোন ৰচিলোঁ
ব'হাগ আহিব বুলি।

মনুৰে পদুলিৰে নঙলা আঁতৰাই,
চেনেহৰ থাপনাতে পীৰিতি সজাই,
এবুকু আশাৰে বৈ আছোঁ মই
ব'হাগ আহিব বুলি।

(৯১৪)

মোৰ কলিজাৰ কেঁচা
তেজেৰে শলিতা জ্বলাই,
আই তোৰ পূজাৰ
মন্দিৰ ৰাখিম উজলাই।

শতৰুৰে শালি শাল
মোৰ বুকুৰে ভেটিম,
শনাহী মিতিৰক বিচাৰি
পুলিয়ে পোখাই উভালিম
আই তোৰ শুৱনি মুখ
দুগুণে তুলিম উজলাই।

এবুকু সাহসেৰে আই (লাচিতৰ দৰে)
নৰিয়া গাৰে যুঁজিম,
ভাটিতে ভেটিম, আই তোৰ
যত শতৰু জিনিম
কি কৰিব মিঙ্গিমাহা,
বদন লালুকসোলাই।

(৯১৫)

লেপি মচি নিকাকৈ ৰখা
আই তোৰ চোতাল খনি,
গচকি অশুচি কৰিলে কোনে!

গধূলি তুলসী তলত জ্বলোৱা
ভকতি প্ৰদীপ গছি, আই
ফু মাৰি নুমুৱালে কোনে!

ঢাপৰে কেতেকী ছিঙিলে কোনে,
পদুলিৰ মাধৱী জুপি আজুৰি
নমালে কোনে,
মৰালৰ বেৰ ভাঙিলে কোনে,
বৰঘৰৰ মজিয়াত ফেঁটী সাপ
মেলিলে কোনে!

মনপথাৰৰ ধাননি ডৰাত
বলিয়া হাতী মেলিলে কোনে,
সাতামপুৰুষীয়া প্ৰীতিৰ
বান্ধোন, চেনেহৰ এনাজৰী ছিঙিলে কোনে,
শতৰু শালিলে ঘৰ বিভীষনে।

(৯১৬)

এই দেশ মোৰ স্বদেশ
মোৰ ওপজা ঠাই,
সাদৰী, মৰমী মোৰ আই
দেহা শীতলাই জুৰ মলয়াই।

মনোৰমা মোৰ এই দেশ
সুৰদি সুৰীয়া মোৰ আই,

বকুল, কেতেকীৰ গোন্ধত
মন আমোল-মোলাই।

বকুল, কেতেকীৰ গীতেৰে
মোৰ দেশৰ আকাশ,
ডিঙিত সাতেসৰী
বকুল ফুলৰ
কৃষ্টিৰ ৰহণীয়া প্ৰকাশ,
এই দেশ (মোৰ স্বদেশ)
ফলে ফুলে শোভিতা,
মোৰ ওপজা ঠাই।

(৯১৭)

মহান এইদেশ,
ভাৰতবৰ্ষ মহান জননীৰ
মহান সন্তান তুমি, বেদ,
উপনিষদ, বেদান্তৰ দেশ
স্বৰ্গাদপি গৰীয়সী
এখনি পুণ্য ভূমি।

পাহৰণি ঘোৰ অন্ধকাৰ
তোমাৰ চকুৰ মণিত
কাণ পাতি শুনা তুমি
'তমসোমা জ্যোতিৰ্গময়'
সুৰৰ ধ্বনি কঁপে তোমাৰ ধমনীত
এই দেশ পুণ্য ভূমি।

উঠা, জাগা, হেৰা বীৰ্য্যবান
ভাৰত সন্তান,
যুগৰ আহ্বান শুনা তুমি
ভীৰু, কাপুৰুষ নোহোৱা তুমি
তোমাৰ শৌৰ্য্যৰে
সজোৱা এই পুণ্য ভূমি।

(৯১৮)

শাৰী শাৰী জ্বলে দীপশিখা
ধৰণী পোহৰ হ'ল
আউসীৰ এন্ধাৰ ঘোৰ
পলকতে আঁতৰি গ'ল।

অজ্ঞান এন্ধাৰ বিনাশী
নামে পোহৰৰ ঢল,
ৰাজপথ, জনপথ আজি
উজ্জ্বল, কৰে জলমল।

[দলিত, শোষিত, হাজাৰ জনতা
নহয় হীনবল,
মুখৰিত আজি আকাশ, বতাহ
চৌদিশ পোহৰ হ'ল]

পোহৰ বিচাৰি ওলাই আহিছে
জনগণ, জনতাৰ দল,
বাধাৰ প্ৰাচীৰ, ভেটা ভাঙি
আগবাঢ়ে অনিৰুদ্ধ সমদল।

(৯১৯)

মনত পেলোৱা হেৰা
অতীত কাহিনী,
কুৰুক্ষেত্ৰ মহাৰণ,
ধৰ্মৰ সংস্থাপন,
শ্ৰীৰামচন্দ্ৰৰ লঙ্কা বিজয়, নৰ,
বা-নৰৰ বিপুল বাহিনী।

মনত পেলোৱা এই দেশৰ
সুউচ্চ পাহাৰ শ্ৰেণী,
নদী, নিজৰা, চহৰ, নগৰ
সভ্যতা, কৃষ্টি
হাজাৰ বছৰৰ
যত জ্ঞানী আৰু গুণী,

প্ৰহ্লাদ, ধ্ৰুৱ, মহামুনি
দধীচিৰ ত্যাগৰ কাহিনী।

মনত পেলোৱা দুৰ অতীতৰ
সুমধুৰ ধ্বনি প্ৰণৱ ওঙ্কাৰ,
পুণ্যভূমি এই দেশ ভাৰতবৰ্ষ
আদি জননী সভ্যতাৰ,
'মানুহ অমৃতৰ সন্তান' শান্তি
মৈত্ৰী, ভ্ৰাতৃত্বৰ বয় মন্দাকিনী।

(৯২০)

ভগৱান নাথাকে হেৰা
বাহিৰৰ মন্দিৰত,
ভগৱান নাথাকে
কল্পনাৰ বৈকুণ্ঠত।

অলীক নহয় ভগৱান ভাৱনা,
অলীক নহয় সত্য,
সুন্দৰৰ ধাৰণা,
মানুহৰ সমাজত,
সত্য সুন্দৰ ভগৱানে
বিৰাজে মানুহৰ ৰূপত।

মানুহৰ কল্যাণ হওঁক
জনোৱা প্ৰাৰ্থনা, .
জগতৰ কল্যাণ সাধন হওঁক
তোমাৰ কামনা,
মানুহে জাগ্ৰত দেৱ
মানুহৰ অন্তৰত।

(৯২১)

কাজী শিপিনী আইৰে
কাজুৱা আঙুলি
মুজুৰা পৰিছে,
নাচনী নাচি থকা
তাঁতশাল খনিতো
এলান্ধু লাগিছে।

ক'ৰনো বলিয়া হাতী
গচকি ভাঙিলে
শিঙৰে পেঁপাটি
চুৰ নিগনিয়ে ঘৰতে
সোমাই কুটিলে
ঢোলৰে বৰটি,
তাহানিৰ বৰঘৰৰ মাৰলীত
আজি ঘুণে ধৰিছে।

বৰটি ছিঙা ঢোলত হেৰা
আজি বৰটি লগাব কোনে,
কলীয়া পৰা তাঁতশালখনিৰ
এলান্ধু গুচাব কোনে,
ককা দেউতাৰ ভোগদানি
পথাৰত গহৰা গজিছে।

(৯২২)

লাচিতৰ নাতি বুলি
নিজকে চিনাকি নিদিবা,
বৰফুকনৰ স্মৃতিক
হেৰা অপমান নকৰিবা।

দেশপ্ৰেম নহয় পণ্য
হেৰা, দেশভক্ত সাউদৰ ল'ৰা,
সপ্তডিঙা ভৰাই
বিদেশত বণিজ কৰিব পৰা,
দেশপ্ৰেম মুখা পিন্ধি
আন জনা বৰফুকন নহ'বা।

ভীৰু কাপুৰুষ নাছিল
হেৰা, শৰাইঘটীয়া বীৰ,

দেশৰ কাৰণে কাটিছিল
নিজৰ মোমাইৰে শিৰ,
দেশপ্ৰেমিক সাজি তুমি
নিজকে আঁভুৱা নাভাৰিবা।

(৯২৩)

ৰিঙা ৰিঙা সুৰ বাজে
দূৰ দূৰণিত,
লেৰেলি শুকাই ফুল
মন কৰণিত।

এবুকু যৌৱন মোৰ
মৰহি গ'ল,
মিলন মধুৰ আশা,
নিৰাশাহে হ'ল।

নিয়ৰ সেমেকা মোৰ
মনৰে পদূলি,
হেমন্তত নুফুলে
শৰতৰ শেৱালি।

মাৰ গ'ল যৌৱনৰ
আবেলিৰ বেলি,
নীৰৱ নিমাত আজি
যৌৱন পদূলি।

(৯২৪)

অশান্ত মন আজি বাৰু
হ'লনে প্ৰশান্ত,
জীৱন জুৰি সন্ধানৰ
হ'ল নেকি অন্ত।

তোমাৰ সৃষ্টিৰ প্ৰয়াস
যদিহে সফল,
মন বাৰিধীত বিহ্বৰ
উখল-মাখল,
পিছলি আঁতৰি যায় কিয়
আশাৰ দিগন্ত।

উদাৰ মনৰ পৰিধি
বহল যিমান,
দৃষ্টিৰ দিগন্ত নহয়
বহল সিমান,
বিস্তীৰ্ণ জীৱন দৰ্শন,
নাই আদি অন্ত।

(৯২৫)

'বৰষুণ দে বৰষুণ দে
চাউল তিয়াই খাওঁ
কুহিলাৰ হাতীত উঠি
বাঘ মাৰিবলৈ যাওঁ'*
বৰষুণ বতৰত তাহানি
থিয়দি পিৰালিত,
গাইছিলোঁ এনে বহু
অৰ্থহীন কত গীত,
লৰালিৰ ধেমালি এদিন
আমি পাহৰি যাওঁ।
কুহিলাৰে সজা হাতীত উঠিব
পাৰি কি নোৱাৰি,
পিৰালিত বহি বনৰ বাঘ
মাৰিব জানো পাৰি,
বাঘৰ মাহী মেকুৰীজনীয়ে
কৰে মেওঁ মেওঁ।
মেকুৰীৰ মেওঁ মেওঁ
কুকুৰৰ ভেউ ভেউ,
বাৰীৰ চুকত শিয়াল
মামাই কৰে ফেউ ফেউ,

জেওৰা ভাঙি আমি
ভতুৱা ঢেকুৰাক কোবাওঁ।

*("বৈহৰাণদি বৈহৰাণদি
চাউল ভিজে খাওঁ
কাণকুল্লাৰ হাথীত উঠি
বাঘ মাৰবা যাওঁ")
(সৰুতে এনেকৈ গাইছিলোঁ)
(৪৪৪ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯২৬)

কঙাল আজি হৈছে খঙাল,
ক্ষুধাৰ অগনি যে কৰাল।

নাই আৰু নসহে অপমান
উৰিছে সৌ বিপ্লৱ-নিচান,
বলিছে ধুমুহা, গতিয়ে কোবাল।

উঠিছে প্ৰবাল জোঁৱাৰ
বিক্ষুব্ধ মন পাৰাবাৰ
গণদেৱতাৰ গৰ্জন ভয়াল।

মৌন জনগণ জাগিছে আজি,
ভয়ৰ প্ৰাচীৰ পৰিছে ভাঙি
অতীত হ'ল আজি শোষণৰ কাল,
শোষণ নচলে কদাপি চিৰকাল।
(২৪৯ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯২৭)

শান্তি, মৈত্ৰী, ভ্ৰাতৃত্ব সমন্বিত
মানৱতা এক ধ্ৰুপদী সংগীত।

মুক্ত মন তানপুৰাত আলাপ হিয়াৰ
বিশ্ব বিয়পা সুৰৰ বিস্তাৰ,
হৃদয় তন্ত্ৰীত কৰি হয় প্ৰৱাহিত।

মানৱতা সংগীতৰ বাণী প্ৰেমৰ বাণী
স্থায়ী ধাতু ললিত ৰাগিণী,
'বসুধৈৱ কুটুম্বকম্' ধ্ৰুপদী
সংগীত সঞ্চাৰিত।

বাদীস্বৰ শান্তি, মৈত্ৰী সম্বাদী,
তাল মান লয় সুৰৰ গমক্
ভ্ৰাতৃত্বত আৰোহণ,
স্বৰগম্ বিবেকে কৰে নিয়ন্ত্ৰণ,
উদাৰ গায়কৰ কণ্ঠত হয় সঞ্চাৰিত।
(৪৪৫ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯২৮)

যোৱা বাটেৰে
ওভতি নাহোঁ,
সৰাফুল বুটলি
নাগাথোঁ মালা
যোৱা বাটেৰে
ওভতি নাহোঁ।

অতীত সুঁৱৰি
চকুলো নোটোকোঁ,
বুকু ফাটিলেও মই
মুখেৰে নামাতোঁ,
মৰহা ফুলৰ সুৰভি বিচাৰি
ওভতি নাহোঁ।

সৰা চুলিৰে মই
নাবান্ধো খোপা
ঢাকি থৈছোঁ মোৰ
স্মৃতিৰ জপা,
হেৰোৱা দিনৰ স্মৃতি বিচাৰি
ওভতি নাহোঁ।
(৪৪৬নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯২৯)

সৃষ্টিৰ আদিতে উচ্চাৰিত
ব্ৰহ্মা, প্ৰজাপতিৰ বাণী,
দেৱতা, মানৱ অসুৰৰ প্ৰতি
দাম্যত, দত্ত, দয়ধ্বম্
আজিও মেঘৰ
বুকুত হয় ধ্বনিত।

ব্ৰহ্মা প্ৰজাপতিৰ আদিতম বাণী,
ভোগৰ বাসনা, ইন্দ্ৰিয় লালসা,
দাম্যত দমন কৰা সৰ্বগ্ৰাসী আশা,
দ-দ-দ ডাৱৰে শুনাই সতৰ্কবাণী।

নহ'বা লোভী হেৰা নাইবা কৃপণ,
মুক্ত হস্তে কৰা দান হে বিশ্বজন,
দ-দ-দ ডাৱৰে শুনাই উপদেশ বাণী।

হিংসা কৰা পৰিহাৰ, দয়া সুমহান,
জীৱ হিংসা মহাপাপ নহ'বা অজ্ঞান,
দ-দ-দ প্ৰজাপতি ব্ৰহ্মাৰ বাণী।

ডাৱৰে বজায় ডম্বৰু ডম্ ডম্ ডম্
উঠে ধ্বনিত হয় দাম্যত, দত্ত, দয়ধ্বম্
বিশ্ববাসীৰ কল্যাণ সাধন,
এয়া ডাৱৰৰ সতৰ্কবাণী।

(সৃষ্টিৰ আদিতে প্ৰজাপতি ব্ৰহ্মাই দেৱ,
মানৱ আৰু অসুৰক দিয়া এই জ্ঞান।
আজিও মেঘে উচ্চাৰণ কৰে
দ-দ-দ-দাম্যত, দত্ত, দয়ধ্বম্—
বিশ্ববাসীৰ কল্যাণৰ বাবে ই এক সতৰ্কবাণী।)

(৯৩০)

বিলৰে বুকুতে নাচে
ফুল ভেটকলি,
ডাৱৰৰ মাজত নাহে
ৰূপহী বিজুলী।

আঁহতৰ তলতে কোনে
বাৰু কথা পাতে,
গাঁৱৰে চিনাকি ডেকা-গাভৰু
নাচে উলাহতে।

পেঁপাৰে মাত তিহিঁতি
কুউ কুউ মাতে কুলিটি
নাচে গাভৰু ছোৱালী
ৰচকী পখিলী।

(৯৩১)

জ্যোতিৰ জ্যোতিৰে উজ্জ্বল
ৰাভাৰ আভাৰে ৰঙীন
আই তোৰ পথাৰতে চৰে
এটি সোণালী হৰিণ।

সীমাৰ সিপাৰৰ বননি পাৰ হৈ
আহে ক'ত বিঘিনি বাঘিনী হৈ
জ্যোতিৰ জ্যোতি নুমুৱাবলৈ
ৰাভাৰ আভা মচিবলৈ
দুষ্ট দুষ্কৃতিকাৰী
আহে কত জন।

পিছে পিছে আহিল
ঘৰ ভঙা বদন বিভীষণ,
ফান্দপাতি ধৰিলে
কৃষ্টিৰ সোণালী হৰিণ,
আই তোৰ কৃষ্টিৰ দেউল
ভাঙি হ'ল থানবান।

(২৩২ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩২)

আই তোৰ পথাৰতে
নাঙলৰ সীৰলুতে

ফলে সোণৰ সীতা,
নাঙলৰ ফালেৰে লিখে
সেউজী কত কবিতা,
আই তোৰ পথাৰতে।

সোণৰে গীতা
সোণৰে সীতা
সোণৰে সীতাৰ মূৰত
সোণৰে চোঁৰৰ,
মৃদু মৃদু বাজে বাঁহী
সুৰদি ছন্দৰ,
সেউজী কবিতাৰ
সুমধুৰ ধ্বনি।

পাহাৰত ঠেকা খাই
তোলে প্ৰতিধ্বনি
আই তোৰ
সেউজী বুকুতে।
(২৩৩ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩৩)

উষাৰ কপালৰ
ময়ে জ্যোতিলেখা,
জনজীৱনৰ ময়ে সুকীৰ্ত্তি ৰেখা
পৃথিৱী পোহৰ কৰা।

মই নাচনী নিজৰা
কুলুকুলু কৰা,
মই সুনীল গগনৰ
এটি ভোটাতৰা।

পাহৰণিৰ বুকুতে লুকাই থকা
মই যে স্মৃতি,
মুক মৌন জনতাৰ বাণী
মই যে শ্ৰুতি
প্ৰলয়ৰ ক্ষণ গণা
মই যে ধূৰ্জটি।
(২৩৭ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩৪)

ভৱিষ্যৎ অনাগত দিনৰ
সামাজিক সমতাৰ
মানসিক একতাৰ চিত্ৰ
আঁকিবলৈ আমাৰ মাজলৈ
আহিবনে চিত্ৰকৰ
কোনোবা সাধক সুন্দৰ।

হাতত তুলিকা পদুম পাহিৰ
চকুৰ চাৱনিত হেঙুল পুৱতিৰ
আপোন মনে আঁকিছে ছবি
কল্পনা কাৰেঙত বহি, উজলি
উঠিছে আশাৰ ৰবি, সপোন
শুৱনি সমাজৰ স্ৰষ্টা সুন্দৰৰ।
(২৩০ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩৫)

সন্মুখত সৌৱা
পৰশুৰাম কুণ্ড
হাতৰ কুঠাৰেৰে তাহানি
ভাৰ্গৱে কৰিছিল খণ্ডখণ্ড।

ভকতিৰ প্ৰদীপ জ্বলে
আইৰ চৰণ তলত,
কত শত তীৰ্থ স্থান
লৌহিত্য পাৰত,
মাজত জাগ্ৰত
মহাভৈৰৱ উমানন্দ।

ত্ৰিলোচন মহাদেৱ,
ধ্যানস্থ মহাকাল,

উদাৰ লৌহিত্য
প্ৰবাহমান চিৰকাল,
মাতৃ জননী
অসমীৰ মেৰুদণ্ড।
(২২০ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩৬)
পিতৃ পৰিচয় হীন মই
নাই মোৰ গৌৰৱ
অভিজাত বংশৰ,
মাতৃ মোৰ জবালা দাসী,
শিষ্য মই ব্ৰহ্মাজ্ঞ
ঋষি গৌতমৰ।

অজ্ঞান অটল
পাৰ কৰি উত্তৰণ,
ব্ৰহ্মাবিদ্যা কৰিলোঁ লাভ
গুৰুৰ কৃপাত,
ব্ৰহ্মাজ্ঞানে জ্ঞানী
হ'লোঁ যে ব্ৰাহ্মণ,
সমান মৰ্যাদাৰ স্থান
পালোঁ সমাজত।

সত্যকাম নাম মোৰ
হ'ল যে সাৰ্থক,
'পিতৃ পৰিচয়'হীন
সত্য উক্তি মোৰ,
মিছা জাত্যাভিমান তুচ্ছ নিৰৰ্থক,
জ্ঞানৰ আলোকেৰে
উদ্ভাসিত, আঁতৰিল
অজ্ঞানতা মোৰ।

বংশৰ গৌৰৱে
নকৰে গৰীয়ান,
নীচ নহয় কোনো
মানৱ সন্তান,
জ্ঞানৰ গৰিমাৰে উজ্জ্বল
জীৱন মহীয়ান,
জগত সভাত
লভে যে সন্মান
সত্যকাম জবালাই
কৰিলে প্ৰমাণ।

(৯৩৭)
মোৰ এই জীৱন মাথোঁ
এখিলা উকা তুলাপাত,
মোৰ বাবে তুমি
নকৰিবা মিছা অশ্ৰুপাত।

নালাগে ৰচিব শোকৰ
গীতি মোৰ স্মৃতিত,
নালাগে জ্বলাব বন্তি
তুমি মোৰ সমাধিত।

উকা হৈ থাকক মোৰ
জীৱনৰ উকা সমাধি,
প্ৰকৃতি আয়ে দিব
সেউজীয়া দলিচা পাতি,
জোনাকী পৰুৱাই জ্বলাব
বন্তি মোৰ সমাধিত।

(৯৩৮)
বল্গাবিহীন অশ্বৰ দুৰন্ত
গতিৰে চিৰ ধাৱমান,
বিশ্বত্ৰাস সৃষ্টিকাৰী মত্ত (পুৰুষ)
মই চিৰ চলমান।

মোহময়ী মায়াময়ী তোমাৰ
দৃষ্টিত প্ৰেমৰ প্লাৱণ,

সৃষ্টিৰ প্ৰেৰণা তুমি
স্নেহময়ী আশাৰ শ্ৰাৱণ,
কুসুম কোমল অন্তৰত
প্ৰেম ফল্গু চিৰ প্ৰবাহমান,
দুৰন্ত গতিত তাহানি স্তব্ধ
তোমাৰ প্ৰেমত পৰিল যতি।

অশান্ত ঘূৰ্ণী ক্ষন্তেক মাথোন
থমকিহে ৰ'ল, শান্ত নহ'ল গতি,
বন্ধন বিহীন উন্মুক্ত মন
আজিও চিৰ ধাৱমান।
(১৫২ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৩৯)

সংসাৰ সাগৰ হায়
অথাই অকূল,
উঠে ডকা চাকনৈয়া,
নমনি সিকূল,
ইপাৰত বৈ বৈ মই
পৰিছোঁ ভাগৰি।

ক্লান্ত অকলশৰীয়া
মই নাৱৰীয়া,
নিজে গুৰিয়াল, নাই
কোনো লগৰীয়া,
বঠা মাৰি মাৰি মই
পৰিছোঁ ভাগৰি।

মেলি দিলোঁ নাও
ভয়শঙ্কা পৰিহৰি,
কি হ'ব উপায়,
যাওঁ কেনেকৈ,
নিয়তিৰ সৈতে
যুঁজি বাগৰি,
জীৱনৰ বিয়লিবেলা আমি
মই পৰিছোঁ ভাগৰি।

(৯৪০)

আন্ধাৰ ঘৰত মোৰ
জ্বলাই চাকিটি,
শীতল শেতেলি সজাই
বৈ আছো, তুমি
আহিবা বুলি হেৰা,
মোৰ সোণটি।

এধানি বুকুখনি কঁপে
ঘনে ঘনে
আহা কি নাহা ভাবোঁ
মনে মনে,
শেষ হ'ল নিশাটি
নুমাল চাকিটি।

উদঙাই ৰাখিছোঁ
মনৰ নঙলাটি,
গধূলিতে ৰাখিছোঁ
সজাই বাটচৰা,
মোৰ মনৰ পদূলি হেৰা,
মোৰ সোণটি।

চুলি ছিঙি, আঁচল
পাতি কৰিছোঁ কাকুতি,
মোৰ প্ৰেম দুভৰিৰে
মোহাৰি নাযাবা আঁতৰি,
মই যে তোমাৰেই কৰিছোঁ
মিনতি হেৰা, মোৰ সোণটি।

(৯৪১)

মাঘৰ ভোগালী কোনে খায়
এইবেলি উৰুকাৰ ভোজ,

মনৰ পথাৰত চিপাহী চন্তৰী,
বিদেশী বঙালৰ খোজ।

মেজি তলী আজি হ'ল ৰণথলী
কোনে সাজে মেজি তাত,
মেজি নাই, সঞ্চাৰ নিৰোধ
আইনে হৰে মুখৰে মাত,
উদং পথাৰত জাকে জাকে বিদেশী
সিয়ান শিয়ালৰ খোজ।

এইবেলি মেজিৰ জুই
নজ্বলালে জানো নহ'ব,
এইবেলি উৰুকাৰ ভোজ
নাপাতিলে জানো নহ'ব,
অগ্নিস্ফুলিঙ্গ হৈ আকাশত
জুই জ্বলাব লাগিব,
বুকুৰ তেজেৰে ধুই মচিব
লাগিব বিদেশীৰ খোজ।

(৪৬৫ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৪২)

শিৱ আশুতোষ অলপতে হব সন্তোষ,
আই পাৰ্বতী তুমি নকৰা অসন্তোষ।

মূৰতে জটাজাল, পিন্ধে বাঘৰ ছাল
ডম্‌ডম্ ডম্বৰু বজাই, লাজ নাই নাচে ভঙুৱাই,
ছাল ছিঙা ভিকহু চাই
মোক কিয় বিয়া দিলা পিতাই,
শ্মশানে শ্মশানে ঘূৰি ফুৰে
কিনো মোৰ কপাল।

ধতুৰাৰ গুটি ভাৰে ভাৰে দেই আনি
মই খুন্দিবাক লাগে
বলিয়া ভঙুৱা নুবুজে আকো
হাতত হেমতালৰ লাঠি
চকু পাকে মাৰিবাক আহে,
পিন্ধে বাঘৰ ছাল, লাজ নাই
নাচে ভঙুৱাই, টলমল ইহকাল, পৰকাল,
সময় ডম্বৰু বাজে তিনিকাল
নটৰাজ শিৱ নাচে তালে তালে
থিৰ নহয় মহাকাল।

(৪৮২ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৪৩)

কামনা গধুৰ
এহালি চকুৰ,
এলাহ চাৱনি
ইমান মধুৰ।

চাওঁ কি নাচাওঁ চাৱনি,
চাই চমকি,
যাওঁ কি নাযাওঁ খোজ
ৰয় যে থমকি,
কঁকাল ভাঙি পৰে
ভৰতে বুকুৰ।

পদুম কোমল হাত
পৰশ মধুৰ,
চেনেহ কোমল মাত
মিলন বিধুৰ,
গাভৰু দেহাৰ সুবাস
মধুৰ মধুৰ,
নাচনী চেনেহী,
ওঁঠতে হাঁহিটি,
মৰমী দৰদী
হিয়াতে পীৰিতি,

বুকুৰে মাজতে
চেনেহ জুৰিটি,
এলাহ চাবনি,
ইমান মধুৰ।
(৩৮১ নং গীতটিৰ পৰিবৰ্ত্তিত ৰূপ)

(৯৪৪)

নতুন অসম
গঢ়াৰ সপোন,
সপোন হৈয়ে ৰ'ল,
সপোন শিল্পীৰ সপোন
অলীক সপোন
বাস্তৱ নহ'ল।

শংকৰ, মাধৱ, জ্যোতি, বিষ্ণু
আজি পৰাজিত হ'ল,
কৃষ্টিৰ কঠীয়াতলী
হেৰা, চন পৰি ৰ'ল।

অম্বিকাগিৰীৰ চিঞৰ
কোনোৱে নুশুনা হ'ল,
অসম বিদেশী-বিজাতিৰ
চৰণীয়া পথাৰ হ'ল,
অসমৰ অসমীয়া আজি
নিজৰে অচিনাকি হ'ল,
নতুন অসম গঢ়াৰ সপোন
সপোন হৈয়ে ৰ'ল,
আজি অসমীয়াই
নিজকে পাহৰি গ'ল।

(৯৪৫)

হোমৰ ধোঁৱাৰে
ধুঁৱলি-কুঁৱলী
ৰভাৰে তলতে,
কোনে জ্বলালে জোন
মোৰ কপালতে,
বেদমন্ত্ৰ নুবুজিলোঁ নাই
হৃদয় উঠিছে উঠলি
আয়তীৰ উৰুলিতে।

জীয়ৰী নহওঁ আৰু
হ'লোঁ যে বোৱাৰী
বিবাহিতা নাৰী
নঘৰৰ ন- গৃহিণী,
মেলিলোঁ নতুন জীৱনৰ
নতুন পাতনি,
জীয়ৰী জীৱন সামৰি
ওলালোঁ নতুন
ঘৰলৈ সখী
আজি এই পুৱাতে।

(৯৪৬)

যদি হোৱা
মুছলমান
হোৱা ইমানদাৰ,
ৰোজা ৰাখি,
জাকাত কৰি
হোৱা দিলদাৰ।

কাফেৰ বুলি কাকো
হেৰা নকৰিবা ঘিণ,
এই দুনিয়াত
সকলো (মানুহ) সমান
কোনো নহয় হীন,
প্ৰেমৰ ডোলেৰে
বান্ধা সকলোকে,
বন্ধুত্ব কৰা জোৰদাৰ।

ওপৰৱালাৰ
সন্তান সমান
কাফেৰ নহয়
কোনো, অকল
তুমিয়ে নোহোৱা
মুছলমান, ভাই
বুলি সবাকো
লোৱা আঁকোৱালি
হোৱা ইমানদাৰ
হোৱা দিলদাৰ।
(২২৮ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৪৭)

আল্লাহৰ দান বুলি
ভাবিলে নহ'ব,
নুখুজিলে নিদিয়ে কোনোৱে
আল্লাই কিয় দিব।

সংযত কৰা ভাই
নিজৰ কামনা,
সীমিত কৰা হেৰা
সন্তান বাসনা।

গুণাহ্ কৰি
দোজখ নুভুঞ্জিবা,
নিজে ভুল কৰি
আল্লাক নুদুষিবা,
নুখুজিলে নিদিয়ে কোনোৱে
আল্লাই কিয় দিব।
(২১৭ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৪৮)

জাকাত কৰা, কৰা পাক,
ৰাখা ৰোজা,
গুণাহ্ কৰি নবঢ়াবা
দুখৰ বোজা।

ভুল কৰি নিদিবা দোষ
আল্লাৰ নামত,
মনৰ শান্তি তোমাৰ
নিজৰ হাতত,
দেহাৰ শক্তি লগোৱা
দেশৰ কামত।

পাচওবাক্ত নামাজ,
ৰমজানৰ ৰোজা
অৰ্থহীন, বাঢ়ে যদি
সন্তানৰ বোজা।
(২১৮ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৪৯)

নমো নমো মাতৃ অসমা
অনন্ত ৰত্ন সম্ভৱা,
নমো মাতৃ নিৰুপমা।

অমলা, ধৱলা, সবলা
সুফলা, সুজলা, শ্যামলা,
সূৰ্য কৰোজ্জ্বলা,
নমামি জননী অসমা।

নদী, গিৰি, শোভিতা,
সুহাসিনী, বিশ্ববন্দিতা,
বিচিত্ৰাবনা, পুষ্পিতা,
নমো মাতৃ নিৰুপমা।

শত সতী, বীৰ প্ৰসৱা
ঐশ্বৰ্যশালিনী, বিভৱা,
নমামি জননী অসমা।
(৮২৩ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৫০)

অতীত ঐতিহ্য মণ্ডিত কৃষ্টিৰ জননী
বিশ্ব জনগণ ধাত্ৰী,
উদাৰ, বহল অন্তৰৰ
ভাৰতী আমাৰ মাতৃ।

'বসুধৈৱ কুটুম্বকম্' মহান বাণী,
হৈছিল ধ্বনিত এই দেশৰ
আকাশত তাহানি,
ভাৰতীৰ সন্তান আমি
মানৱতা পথৰ যাত্ৰী।
(মৈত্ৰী পথৰ যাত্ৰী)

সংহতি, সমন্বয়ৰ ভেটি
আমাৰ এই দেশৰ মাটি,
এই দেশৰ মানুহৰ হৃদয়ত
জ্বলে শান্তি, প্ৰগতিৰ বন্তি,
আমি মিলন পথৰ যাত্ৰী
ভাৰতী আমাৰ মাতৃ।

(৯৫১)

মনত পৰে মোৰ শৈশৱৰ ধেমালি,
ফৰিংফুটা জোনাকত,
ঢাৰি পাৰি চোতালত,
বুঢ়ী আইতাৰ মুখত শুনা
বান্দৰে পিঠা ভগোৱা কথা,
মনত পৰে গাঁৱৰ গধূলি।

পাৰত কাছুটি থৈ পুখুৰীৰ
পানী ঘোলা কৰি
সমনীয়াৰ লগত কৰিছিলোঁ
ধেমালি, সাঁতুৰি নাদুৰি,
আজিও মনত পৰে
তাহানিৰ ল'ৰালিৰ ধেমালি।

মুকলি মূৰীয়া তাহানিৰ
শৈশৱ আৰু নাহে ঘূৰি
মোৰ ওপজা ঠাই মৰমৰ গাঁওখনি,
যৌৱনৰ উছাহত আহিছিলোঁ এৰি,
ছিণ্ডি থৈ চেনেহৰ এনাজৰী,
জীৱনৰ এই আবেলি
মনত পৰিছে গাঁৱৰ গধূলি
মোৰ শৈশৱ সোণালী।

(৯৫২)

*"শুনা শুনা বিশ্বজন হে, অমৃতৰ

সন্তান, দিব্যধামবাসী দেৱগণ,
নিশ্চয় জানিছোঁ মই তেওঁ পুৰুষ মহান

শুনা হেৰা, অবোধ অজ্ঞান।"

এন্ধাৰৰ সিপাৰে চিৰ
জ্যোতির্ময় সেইজন,
মৃত্যুক জিনিব পাৰি
জানিলে সিজনক।

মানৱে পায় হেৰা
অমৃতৰ সন্ধান,
তেওঁৰ শৰণ বিনে
অন্য পথ দেখা নাই,
উচ্চাৰিত হৈছিল
এই মহান বাণী,
অৰণ্যবাসী দ্ৰষ্টা
কোনোবা ঋষিৰ কণ্ঠত,
সেই তাহানি এই
পুণ্যভূমি ভাৰতত।

(* শৃন্বন্তু বিশ্বে অমৃতস্যপুত্ৰা... শ্লোকটিৰ অসমীয়া অনুবাদ)

(৯৫৩)

উছল-পিছল দেহা
আই ঐ ঘনে লৰে কঁকালখনি,
কাষত কলহ লৈ
হালি-জালি আহিছে সৌজনী,
পিছলি পিছলি পৰে
বুকুৰে আঁচলখনি।

উদণ্ডীয়া ডেকাই দেখে বুলি
আই ঐ চাই ডিঙি মেলি মেলি,
চুচুক চামাক খোজ
কলাফুল কলৰে পুলি,
কাৰনো জীয়ৰী,
আই ঐ কাৰেনো চকুৰে মণি।

পিছল ৰিহাখনি, বুকুতে নাথাকে
পিছলি যে যায়,
কিনো লাজ, কিনো লাজ আই ঐ
চাবনি পিছলি যায়,
ওভতি চমকি পিছলৈ চাই
ঘনে টানে আঁচলখনি।

(৯৫৪)

কাজী শিপিনী আইৰে
কাজুৰা আঙুলি
মুজুৰা পৰিছে,
নাচনী নাচি থকা
তাঁতশাল খনিতো
এলান্ধু লাগিছে।

কৰেনো বলিয়া হাতী
গচকি ভাঙিলে
শিঙৰে পেঁপাটি,
চুৰ নিগনিয়ে ঘৰতে
সোমাই কুটিলে
ঢোলৰে বৰটি।

ঢাপৰেনো কেতেকী
পদূলিৰ নাহৰ
মোলান পৰিছে,
তাকে দেখি শনাহী
শতৰূৰে কিৰিলি
পাৰি হাঁহিছে।

তিহিঁতি তিঁহিতি
শিঙৰে পেঁপাটি
আজি নাবাজে নামাতে,
ধিনিকি ধানাও
বিহুৰে ঢোলটিও
নাবাজে নামাতে।

তাহানিতে সজা
বৰ ঘৰৰ
লাই খুঁটাত ঘুণে ধৰিছে,
ককাদেউতাৰ
ভোগদানি পথাৰত
গ'হৰা গজিছে।

(৯২১ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৫৫)

শৰতৰ আকাশ
মুকলি মুকলি,
সৌৱা যোৰপাতি
উৰিছে শৰালি।

চোতালত সৰিছে
শুকুলা শেৱালি,
মন বননিত
জোনাক সোণোবালী,

চিকচিক ৰূপোৱালী
লুইতৰে বালি।

মন পদূলিত
পোহৰৰ দীপালী
কঁকাল ভাঙি কঁহুৱাই
নাচে হালি-জালি,
(মুকলি মন নাচে
পেখম ধৰি)
মন ময়ূৰী নাচে
পাখি মেলি মেলি।

(৯৫৬)

ভাবিছা নে হেৰা,
প্ৰেম নহয় মোৰ
ৰূপৰ প্ৰশস্তি,
যুগান্তৰ প্ৰেম
মোৰ হৃদয়ৰ
গোপন প্ৰতিশ্ৰুতি।

অনৱগুণ্ঠিতা
ৰূপৰ শিখাযে
সৰগী সৌন্দৰ্য,
পূৰ্ণ হৃদয় উপচি
পৰা কি যে সুধা
মাধুৰ্য, যুগান্তৰ
প্ৰেম আমাৰ, ছন্দ মধুৰ
যতিহীন গতি।

ৰৌদ্ৰ দগ্ধ উত্তপ্ত
বক্ষ মোৰ, তুমি
শৰতৰ স্নিগ্ধ জোনালী,
আমাৰ এই প্ৰেম
হওক সুবিমল, ছলনা
বিহীন, সৃষ্টিৰ ছন্দেৰে
মূৰ্ত্ত হওক, শাশ্বত
বন্ধন প্ৰীতি।

(৯৫৭)

চেনেহ শিকলি ছিঙি
মৰমৰ পখীজনী
উৰি গুচি গ'ল,
মৰম নিজৰাটি
মুকলি হৈ তাহানিতে
ফল্গু ধাৰা হ'ল।

মানৱী প্ৰেমৰ বন্ধন খুলি
উন্মুক্ত যে হৃদয়,
প্ৰকৃতিৰ ৰূপ দেখি
মন বিহগী
প্ৰেমত হ'ল তন্ময়,
মলয় পৰশ পাই
উতলা যৌৱন
শান্ত প্ৰশান্ত হ'ল।

জিকা ফুল দুদিনীয়া
হেদালিতে লেৰেলি শুকাই,
ভাষা ফুলনিত
কবিতাৰ ফুল
চিৰদিন ফুলি ৰয়,
বিহগী প্ৰেমৰ
মিঠা মিঠা সুৰ
সৰগী মাধুৰি হ'ল।

(৯৫৮)

নিয়ৰ সেমেকা
মোৰ মনৰ পদূলি
হেমন্তত নুফুলে
শৰতৰ শেৱালি।

ৰিণ্ডা ৰিণ্ডা সুৰ
বাজে দূৰ দূৰণিত,
লেৰেলি শুকাই ফুল
মন কৰণিত।

এবুকু যৌৱন মোৰ
মৰহি যে গ'ল,
মিলন মধুৰ আশা,
নিৰাশা হে হ'ল।

মাৰ গ'ল যৌৱনৰ
আবেলিৰ বেলি,
নীৰৱ নিমজ আজি
যৌৱন পদূলি।

(৯৫৯)

তুমি কিয় নামানা বুজনি,
দুচকুত অভিমান
চাৱনি, হেৰা, মোৰ
মৰমী লাৱণী।

মইতো তোমাৰেই হেৰা
প্ৰেম গৰবিনী,
তোমাৰ মৰমেৰে ওপচা
মোৰ হৃদয় কৰণি।

মন যদিও মোৰ উৰণীয়া
প্ৰেম মোৰ নহয় পলৰীয়া
তোমাৰ মৰম তৰুৰ তল
মই জিৰণীয়া।

মূৰ তুলি চোৱা হেৰা
চাওঁ কাজল সনা চকুৰ মণি,
এবাৰ হাঁহাচোন চমকাই
বিজুলীৰ চমকনি,

ভুল তুমি নুবুজিবা
হেৰা মোৰ প্ৰণয়িনী।

(৯৬০)

বিৰহ বিধুৰ মই
মিলন আতুৰ
বাজে বাঁহী মধুৰ মধুৰ
যমুনাৰ পাৰ বহুদূৰ।

নোজোকাবি কুলিটি
(মোক) কৰিছোঁ কাকুতি
নোৱাৰোঁ সহিব
বিৰহ অনল,
মনে কৰে চাটিফুটি
মই মিলন আতুৰ।

ভাবিছোঁ মনতে মই
মাধৱী নিশাটি
কিজানি বিফলে
যায়, ফাগুন
ৰঙীন আশা, জানোবা
মৰহি যায়।

পাহাৰৰ টিঙত
নাচে যে ময়ূৰ
বতাহত ভাহি
মিলন মধুৰ সুৰ,
ময়ূৰী মন মোৰ
হায় বিৰহ বিধুৰ।

(৯৬১)

আজি এই আবেলি বেলি
কোনেনো শুনিব
মোৰ নিঃসংগ জীৱনৰ
কাহিনী, বিষণ্ণ ক্ষণত

কোনেনো শুনিব
মোৰ ব্যাথাৰ কাহিনী।

নিৰাশাৰ ডাৱৰে ঢকা মোৰ
মন আকাশত, কোনেনো
জ্বলাব তৰাৰে চাকি,
দুবৰি বনত পতা সেউজী
দলিচাত বহি কোনেনো শুনিব
মোৰ জীৱনৰ কৰুণ কাহিনী।

জ্বলি জ্বলি শেষ হ'ল
জীৱনৰ শলিতা গছি
কোনেনো শুনিব মোৰ
কৰুণ বিননি, নিঃসঙ্গ
জীৱনৰ আবেলি বেলি, আজি
বাজে ব্যথাৰ ৰাগিণী।

(৯৬২)

নতুন অসম গঢ়াৰ
সপোন, সপোন হৈ ৰ'ল,
সপোন শিল্পীৰ সপোন
দেখোন বাস্তৱহে নহ'ল।

শংকৰ, মাধৱ, জ্যোতি, বিষ্ণু,
হৰিদেৱ, দেৱ দামোদৰ
পৰাজিত হ'ল, কৃষ্টিৰ কঠীয়াতলী
কত দশক চন পৰি ৰ'ল।

অম্বিকাগিৰীৰ চিএৰ
কোনোৱে নুশুনা হ'ল,
অসম বিদেশী বিজাতিৰ
চৰণীয়া পথাৰ হ'ল।

অসমৰ অসমীয়া ভাগ ভাগ হ'ল
নিজৰে অচিনাকি হ'ল,
নতুন অসম গঢ়াৰ সপোন
সপোন হৈ ৰ'ল,
(হায়) অসমীয়াই
নিজকে পাহৰি গ'ল।

(৯৪৪ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৬৩)

ব্ৰহ্মাণ্ডৰ অধিকাৰী তুমি
প্ৰভু নাৰায়ণ,
চৰাচৰ এই ব্ৰহ্মাণ্ড
তোমাৰেই সৃজন।

নাৰী-ৰূপত ভোল গৈ
নিজকে ঠগিছোঁ মই,
ধনৰ লোভত ঠগিছোঁ
কতজনক হায়।

কতনা ভুগিলোঁ যে

নিকাৰ নকৰি ভকতি,
তুমি নকৰিলে উদ্ধাৰ
জীৱে নাপায় মুকুতি।

জনম জনমৰ
অজীণপাতকী যে মই
তোমাৰ চৰণ তলত
দিয়াহে মোক ঠাই।

(৯৬৪)

সাগৰ ফেনাই আৱৰি
ধৰিছে মনৰ ফুলনি,
বিষয় বিহত জুৰুলা
জীৱন, নামানে বুজনি।

কাম- ক্ৰোধ ৰিপু সবে
ৰাখিছে অন্ধ কৰি,

কৰকৰক কৰে ঐ
লোভৰ জালত পৰি,
সংস্কাৰ বিহীন মনে
নাপায় থাউনি।

মায়াময় এই সংসাৰ
নাই পাৰাপাৰ,
লেৰেলি শুকাল ফুল
মন ফুলনিৰ,
অতল জীৱন সাগৰ
নাপাওঁ থাউনি।

(৯৬৫)

মানুহৰ জীৱনৰ লক্ষ্য
মাথোন নহয়
পেটৰ এমুঠি অন্ন,
জীয়াই থাকিবলৈ
যদিও অন্নৰ প্ৰয়োজন,
তথাপি নহয়,
নহয় জানা অন্নময়
নহয় জীৱন।

জীৱনৰ অৰ্থ নহয় মাথোন
জীয়াই থকা,
জীৱন নহয় বিলাসী সপোন,
অনন্ত কামনাৰ
এক অনুগমন, মাথোন
সুখানুভূতি মগন।

জীৱন এক বিশাল বাৰিধী
এখনি উন্মুক্ত আকাশ,
উদিত সূৰ্যৰ কিৰণ,
উজ্জ্বল জীৱন সুন্দৰৰ
প্ৰকাশ, অন্নময়
মাথোন নহয় জীৱন।

(৯৬৬)

নিশাৰ সহবাস সুখৰ স্মৃতি
ক্ষন্তেকতে মাৰ যায়,
ক্ষোভৰ ধুমুহা বলে
ৰাতিপুৱা চাহৰ বাটিত।

এতিয়া মন-নদীৰ সিপাৰে
এজন, ইপাৰত
আনজন, অভিমান জুই
দুয়োৰে দৃষ্টিত।

(৯৬৭)

হে, শিল্পী কথাৰ মালা গাঁথি
তুমি জননীক পিন্ধালা
ভাৰত সভাত তুমি সিদিনা
মানৰ আসন পালা।

পৃথিৱীৰ অসুখ বুলি
তোমাৰ লিখনীত
পঢ়িলো, মদাৰৰ হিয়া
ভঙা উচুপনি শুনিলোঁ,
তোমাৰ লিখনীত দৰদী
হিয়াৰ খবৰ পালোঁ।

অনুভৱ, অনুভূতি
সজাগ হৃদয়ৰ ধৰ্ম,
জননীৰ আশীস তোমাৰ
সাধনাৰ অক্ষয় বৰ্ম,
শ্ৰদ্ধাৰ শৰাই সজাই আজি
আমি প্ৰণতি জনালোঁ।

(৯৬৮)

দোলা নহয় আমি আজি
চলাওঁ গাড়ী

ডা-ডাঙৰীয়া
চাহাব, বৰ চাহাবৰ
চাৰি চকীয়া গাড়ী,
হাতী, ঘোঁৰা নাই
আজি, দোলাত নুঠে
চাহাব আজি
কোট, টাই, চুট
চাহাবে পিন্ধে,
চেলোৱাৰ কামিজ, স্কাৰ্ট
পিন্ধে মেম চাহাবে,
আগলৈ চলাওঁ গাড়ী,
পিছলৈ নাচাওঁ ঘূৰি।

ওখ খুড়াৰ জোতা পিন্ধি
একোজনা আহে হালি জালি
'ফাট দিয়া বসুমতী পাতালে লুকাওঁ'
লাজতে যাম যেন মৰি।

দোলাখনি আছিল ভাল,
ছিঙিছিল যদিও কান্ধৰ ছাল,
সভ্যতাৰ স্বৰূপ দেখি
কতজনে হেৰুৱায় প্ৰাণ
দুৰ্ঘটনাত পৰি।

(৯৬৯)

শাওণৰ আকাশত হায়
কজলা মেঘ দেখি,
বিৰহিনী প্ৰিয়া মোৰ আছে
মিলনৰ ক্ষণ লেখি।

কজলা মেঘৰ ফাঁকে
ফাঁকে বিজুলীৰে ৰেখা,
তাকে দেখি প্ৰিয়াৰ হৃদয়ত
জাগে বিৰহৰে ব্যথা।

বিছুৰে বিছুৱানখনি
চকুলো বাগৰে দুগালে
যাওঁ বুলি কথা দি নহ'ল
যোৱা, মিতিৰে শতৰু শালে।

শাওণ, ভাদ আহিব আহিন
ভাহিব ডাবৰৰ ভেলা,
ধৰণী বুকুত হাঁহিব শেৱালি
বহিব দুয়োৰে প্ৰণয়ৰ মেলা।

(৯৭০)

ইমান ধুনীয়া, ইমান ধুনীয়া
লাহী কঁকালখনি,
লাৱণি মুখেখনি
ইমান মৰমী,
ইমান মৰমী
হিয়াৰে জুৰণি
পৰশ কোমল
হাত দুখনি।

ইমান শুৱনি, ইমান শুৱনি
কাণৰে কেৰুমণি
বুকুতে ৰিহাৰ
আঁচলখনি,
ইমান সুৱদি, ইমান সুৱদি
কোমল মিঠা মাতটি
ভাঁহি আহে যেন
পঞ্চম ৰাগিণী।

ইমান ধুনীয়া, ইমান মৰমী
ক'তেনো ৰাখিম লুকাই
মোৰ চকুৰে মণি
ইমান শুৱনি, ইমান সুৱদি
কনক চম্পাৰে পাহি
ৰিণিজিনি বাজে

কৰধ্বনি নামে
সুৰৰ মন্দাকিনী।

(৯৭১)

মেজাঙ্কৰী পাটৰেনো
ৰিহাখনি ইমান ধুনীয়া
ইমান ধুনীয়া ওঁঠযুৰি,
হাত জেতুকা বুলীয়া।

গামখাৰু এযুৰি আইটিৰেনো
হাতৰে শুৱনি,
হৰৰে ডম্বৰু যেন শুৱনি
লাহী কঁকালখনি,
আইটিৰে দেহা সোণালী
ৰ'দালি, হেঙুল বুলীয়া।

সাতসৰী, জোনবিৰি
কিনো চাবা
গাভৰু ছোৱালী
ডিঙিৰে শুৱনি
ৰোৱণী, বোৱনী,
পথাৰ শুৱনি
সবাতকৈ শুৱনি,
আবিয়ৈ জীয়ৰী
মন জুৰণীয়া
সুৱদি সুৰীয়া।

(৯৭২)

ইমান লাৱণি
ইমান লাৱণি
দেখিলে হিয়া
জুৰ পৰি যাই,
ইমান শুৱনি
ইমান শুৱনি
তোৰ মুখনি
ক'তো দেখা নাই।

কত জনমৰ
পুণ্যৰ ফল
নাজানো মই
জনমিলোঁ ইয়াত,
লাৱণি মুখৰ
ছবিটি তোৰ
জিলমিল জ্বলে
মোৰেই হিয়াত
ইমান লাৱণি
ইমান শুৱনি
পলকতে হিয়া
জুৰ পৰি যায়।

ইমান শীতল
তোৰ আঁচলৰ বা
জুৰাই ভাগৰ
দেহৰ মনৰ,
ইমান সোৱাদ
নিজৰাৰ জল
আঁতৰাই তৃষ্ণা
পলকতে কণ্ঠৰ,
ইমান সুৱদি
তোৰ কণ্ঠ আই
পৃথিৱীৰ ক'তো
মই শুনা নাই।

(৯৭৩)

অসমীৰ জীয়ৰী জয়া
যেন আই পৃথিৱীত,
নোপোৱা বিচাৰি, জয়াৰ
তুলনা যে নাই।

কমোৱা তুলা যেন
দেহাটি কৰিলে মাটি,
'নকওঁ' 'নকওঁ' কৰি আই
মোৰ হ'ল নিমাতী,
হাঁহি হাঁহি গুচি গ'ল
আমাক কন্দুৱায়।

সাহসেৰে হ'ল পাৰ
সংকট অপাৰ
নিজৰ প্ৰাণেৰে ৰাখিলে
প্ৰাণ অসমৰ প্ৰজাৰ
জয়াৰ সোঁৱৰণীয়ে
আজিও কন্দুৱায়।

(৯৭৪)

ভল্গা-গংগা, মিচিচিপি-হোৱাংহোৰ
ইপাৰ-সিপাৰ,
ভিন্ন দেশ, ভিন্ন ৰীতি-নীতি, ভিন্ন
আচাৰ-ব্যৱহাৰ।

ভিন্ন ৰুচি, ভিন্ন চিন্তাধাৰা (মনৰ)
প্ৰতিজন মানৱৰ,
ভিন্ন বেশ, ভিন্ন ভাষা, ভিন্ন ধৰ্ম
দেশ-বিদেশৰ।

ভিন্ন কৃষ্টি, সংস্কৃতি, ভিন্ন সংস্কাৰ
বিশাল বিশ্বৰ,
কত যুগ উকলি গ'ল, অতীত হ'ল
কত সহস্ৰ বছৰ।

দেশে-বিদেশে উত্থান-পতন হ'ল
কত সভ্যতাৰ,
চিৰন্তন কিন্তু মানৱতা অমূল্য
সম্পদ মানৱৰ।

(৯৭৫)

সেউজীয়া ডালে-পাতে
সজোৱা এই ধৰণী,
কুঁহিপাত কুমলীয়া, গছৰ
ডালত দেখোতে শুৱনি।

কুলি, কেতেকী, চাঁকে-চকোৱা,
কপৌৰ কু-কু মাত,
বসন্তৰ পুৱতি নিশা
ৰোমাঞ্চ জাগে হৃদয়ত;
সুফলা, সুজলা ফলে-ফুলে
ৰমকজমকতাহানিৰ এই ধৰণী।

নিৰস, নিস্তেজ আজি
সুফলা সুজলা ধৰণী,
মূৰুখ মানুহে গছ-বন কাটি টকলা
কৰিলে শুৱনি পৃথিৱী,
খাল খান্দি আনিলে মাতি
জাক ঘঁৰিয়াল বাহিনী।

(৯৭৬)

অবাটে গৈ বাট হেৰুৱালোঁ,
উজুটিত ভৰিৰ নখ ওফৰালোঁ,
পিছল ঘাটত খোপনি হেৰুৱাই
হায়, হায় অথাই সাগৰত ডুবিলোঁ।

স্বধৰ্ম এৰি পৰ ধৰ্মত মজিলোঁ,
নিজকে বহুৰা সজালোঁ
লোভত পৰি বৰশীত ওলমিলোঁ,
হায় হায়, কি পালোঁ, কি হেৰুৱালোঁ।

'মগুহ ধুলে নুটে' কথাষাৰ পাহৰিলোঁ,
'মুকুতা এৰি শোকোতা কোঁচত ল'লোঁ,
আপোন-পৰ চিনিওঁ নিচিনিলোঁ,
হায়, হায় এসাজ খায় জাতি-কুল হেৰুৱালোঁ।

(৯৭৭)

হৰিদেৱ, দামোদৰ, মাধৱ, শংকৰ।
চাৰিজনা গুৰু আমাৰ, অসমীয়াৰ।।

পৰম বৈষ্ণৱ হৰি-ভকত একোজন।
নকৈ সজালে অসমৰ সমাজখন।।

কোন সৰু কোন বৰ নকৰোঁ বিচাৰ।
মায়া-মোহে ভৰা এই সংসাৰ অসাৰ।।

সবাৰো মনৰ আন্ধাৰ কৰিলে দূৰ।
বোৱালে হৰি-ভকতিৰ অমিয়া সুৰ।।

(৯৭৮)

শংকৰ গুৰুৰ অসম
ওপজা ঠাই মোৰ,
লুইতৰ জীয়ৰী অসমী
আই জননী মোৰ।

আই তোক নাপাহৰোঁ
নেওচা নিদিবি মোক,
কাহানিও নকৰোঁ আই
অৱহেলা তোক।

ৰাইজৰ গৰিহণা, শাওপাত
প্ৰাপ্য যদি মোৰ,
ৰাইজৰ আশিস বুলি
তুলি ল'লোঁ শিৰত মোৰ।

সুৱদি সুৰীয়া আইৰ
মাত নাপাহৰোঁ মই,
সেই মাতেৰে গণদেৱতাৰ
হৃদয় কৰিম জয়।

(৯৭৯)

মানুহ আজি দেখোন
বজাৰৰ পণ্য হ'ল,
মানুহে মানুহক বিকিব,
কিনিব পৰা হ'ল।

মানুহক কিনা-বেচা তাহানিৰ
প্ৰথা আজিও প্ৰচলিত,
স্বাৰ্থপৰ মানুহে নিজকে বিকিব
পাৰে, পালে ধন-বিত।

বোলো বান্ধৈ,
ডলাৰ বগৰী
তেনে লোকক
চিনিবৰ হ'ল,
মুধাফুটা তেনে লোক
আছে সমাজত,
নীতিহীন, ব্যক্তিত্ববিহীন
আদৰ্শ স্খলিত,
তেনেলোকক বান্ধৈ,
এঘৰীয়া কৰিবৰ হ'ল।

(৯৮০)

ঘৰ এৰি ভটীয়াই
যোৱা উজনিৰ ডেকাটি,
বোকাপানী গচকি
উজনিলৈ আহিল উভতি।

ভেমত ওফন্দি ত'ত
তেওঁ পাতিছিল নঘৰ,
অঙহী-বঙহীক ভাবিছিল পৰ,
বোকাৰে হ'ল লেটি-পেটি।

ফলা বাঁহ যোৰা নালাগে আৰু
ভঙা মন যোৰা লাগিবনে বাৰু
ওপজা মাটিৰ গোন্ধত মতলীয়া
তেওঁ আৰু নাযায় উভতি।

(৯৮১)

কওঁ বুলি নক'লোঁ
মনৰ কথাষাৰি,
শুনো বুলি নুশুনিলোঁ
হিয়াৰ বাতৰি।

আহোঁ বুলি নাহিল চেনাই
ভটীয়াই আঁতৰি গ'ল,
পাতো বুলি ঘৰ পতাযে নহ'ল
কাঠী-কামী পৰি ৰ'ল।

পীৰিতি কৰধনি, যৌৱনৰ
জালী কটা সাতসৰী,
মনৰ কামনা, হিয়াৰ বাসনা
সময়ে নিলে হৰি।

(৯৮২)

মৰম কুমলীয়া
এখনি হিয়া,
সোণালী জোনালী
হাঁহি ঔফুলীয়া।

চকুৰে চাবনি পীৰিতি
(বুলিয়া) বোলোৱা,
মুখৰে মাতষাৰি
সুবদি সুৰীয়া।

মনৰে কৰণি
ফুলেৰে বোলোৱা,
মৰমীৰ মন
হেঙুল বুলিয়া।

ফাগুনৰ পচোৱাই
গাভৰুৰ মন উৰুৱায়
এইবেলি ব'হাগতে হ'ব
হিয়া দিয়া-নিয়া।

(৯৮৩)

নীৰৱ কুলিটি বৈ আছে
আমৰ ডালত,
মৰহা ফুলৰ বিলাপ
নীৰৱ কণ্ঠত।

ডালতে মৰহি সৰিল
গোলাপ কলিটি,
মনতে লেৰেলি শুকাল
মনৰ আশাটি,
সুৰৰ নিজৰা হেৰাল
কুলিৰ কণ্ঠত।

কোনেনো শুনিব বিৰহী
মনৰ বিননি,
কোনেনো বুজিব আমাৰ
হৃদয়-ৰাগিণী,
কোনেনো ৰচিব কবিতা
মিলন ছন্দত।

(৯৮৪)

গাভৰু পৃথিৱীৰ
যৌৱনৰ দীপ্তি,
শীতল জোনাকৰ
সৌৱা শীতল দৃষ্টি।

জোনালী সোণালী
জল্‌মল্ ৰূপ,
জ্বলি জ্বলি শেষ হয়
কামনাৰ ধূপ,
ৰঙে-ৰূপে সেউজীয়া
বিনন্দীয়া সৃষ্টি।

যৌৱন সৰসী টল্‌মল্, গাভৰু
ধৰণীৰ ৰূপ জল্‌মল্,
প্ৰেমৰ নিজৰা বয়
হৃদয় উপচি
চঞ্চলা হৰিণী যেন
নয়নৰ দৃষ্টি।

(৯৮৫)

এই জীৱন নহয় জীয়াই থকাৰ
ধাৰা বিৱৰণী,
এই জীৱন নহয় হেৰা যৌৱন
ঐশ্বৰ্যৰ প্ৰদৰ্শনী।

এই জীৱন নহয় মাথোঁ
মধুৰ প্ৰেমৰ কাহিনী,
এই জীৱন এক যতিহীন
গতি দিগন্ত প্ৰসাৰী।

এই জীৱন অমূল্য সম্পদ
নহয় ধাৰা বিৱৰণী
এই জীৱন অমূল্য সম্পদ
নহয় ঐশ্বৰ্যৰ প্ৰদৰ্শনী।

(৯৮৬)

বাৰমাহী বছৰ গ'ল
ব'হাগী আহিবৰ হ'ল
গছে পাতে বৰণ সলায়।

ডালে ডালে ফুলে নাহৰ ভেবেলী
মন পদূলিত নাচে পখিলী
হিয়া কৰে ৰাইজাই।

গাভৰুৰ হিয়া কৰে উচাটন,
উজুটিত ভাঙি যায় যঁতৰ,
কমোৱা তুলা যেন মন
উৰে ঘনেঘন,
বৰদৈচিলাই আনে বসন্তৰ বাতৰি।

তকা, পেঁপা গগনাৰ মাততে উৰুলি
আঁহতৰ তল উদুলি-মুদুলি,
যোৰ পাতি নাচিম বুলি
বৈ আছোঁ অ' চেনাই।

(৯৮৭)

শালিতলী এইখন দ' পথাৰত
দেখিছিলোঁ এজনী দাৱনীক
যোবাবেলি আঘোণত।

কতেনো হেৰাল সোণালী ধাননি,
কতেনো লুকাল ৰূপহী দাৱনীজনী,
মনপথাৰ আজি উদং হ'ল
শুদা শুদা লাগিছে হায় বুকুখনি।

লেৰেলি শুকাল মাণিকী-মধুৰিৰ কঠীয়া,
ক'তেনো হেৰাল সেউজ ধাননিডৰা
ঘনে উঠে পকনীয়া মনতলী দ' পথাৰত।

(৯৮৮)

পুৱতিৰ কপালত আঁকে
কোনে পোহৰৰ আল্পনা,
এন্ধাৰ পৃথিৱীৰ বুকুত কোনে
ছটিয়াই সৰগী জ্যোতিৰ্কণা।

কাৰ হাতৰ পৰশত
সাৰ পায় ৰাতিৰ পৃথিৱী,
পাহৰি অতীত বেদনা,
শুকান ডালত ফুলাই
কোনে ফুল, কাৰনো
ইমান কৰুণা।

ক্লান্ত জীৱনৰ পদূলিত ফুলাই কোনে
আশাৰ সেউজী কামনা,
অমৃত নিজৰা বোৱাই কোনে
কাৰনো ইমান কৰুণা।

বেদনা ক্লান্ত জীৱনৰ যাতনা মচি
প্ৰাণত ফুলাই কামনা
চকুৰে নমনা কোন সেইজনা
কাৰনো ইমান কৰুণা।

(৯৮৯)

ঘন ক'লা ডাৱৰৰ
কিনো ঘনঘটা
এন্ধাৰে আৱৰা
ধৰা, শোকত
ম্ৰিয়মাণ জিলমিল
আকাশৰ তৰা।

অশান্তিৰ দাবানল
জ্বলে দপদপাই,
শান্তিৰ সেনানী
কেনিবা পলাই,
ঘন ক'লা ডাৱৰে
আকাশ আৱৰা।

দানৱৰ চকুত জ্বলে হিংসাৰ
লেলিহান শিখা,
পুৱতিৰ কপালত আঁকে
ৰক্তৰ কালিমা ৰেখা।

হ'ব, হ'ব হেৰা
সত্যৰে হ'ব জয়,
দানবীয় শক্তিৰ
হ'ব পৰাজয়।

সুন্দৰৰ হ'ব জয়
জানিবা নিশ্চয়,
শিশু সূৰ্যৰ হাঁহিৰে
উজলিব ধৰা।

(৯৯০)

সাধনা আমাৰ দেশৰ প্ৰগতি
দুচকুত জ্বলে হোমাগ্নি শিখা
ইষ্ট দেৱী এই দেশ আমাৰ জননী,
সত্য হওক আমাৰ প্ৰণৱ ওংকাৰ,
বীজ মন্ত্ৰ আমাৰ, অনসূয়া আমাৰ জননী।

দৰিদ্ৰ নাৰায়ণ দেশৰ জনগণ
বিচিত্ৰ অংগৰ ভূষণ,
ইষ্ট দেৱী জননীক থাপিছোঁ হৃদয়ত,
নিৰাকাৰ দেৱ-দেৱীয়ে সাকাৰ ৰূপ
কৰিছে ধাৰণ, ভকতি ফুলেৰে
পূজোঁ আইৰ দুখনি চৰণ।

অহিংসা, শান্তিৰ শীতল বাণী,
ইষ্ট মন্ত্ৰ আমাৰ কণ্ঠত,
সমন্বয়, সংহতিৰ এনাজৰী আমাৰ হাতত,
মৈত্ৰী মহামন্ত্ৰ জপোঁ হৃদয়ত,
ত্ৰিভুৱন মোহিনী সৰগতকৈও গৰীয়সী
ইষ্ট দেৱী জন্মভূমি আমাৰ জননী।

(৯৯১)

আই তোৰ চেনেহৰ ৰ'দ কাঁচলিত
উমলি ডাঙৰ হ'লোঁ যে মই,
আই তোৰ মৰমৰ চোতালত
উমলি, চিনি পালোঁ তোক মই।

আই তই মোৰ চেনেহী জননী,
আই তই মোৰ জনম্‌দায়িনী,

বহু জনমৰ পিছত
চিনি পালোঁ তোক মই।

আই তোৰ সমান কোন হ'ব পাৰে,
ৰূপহী আই তোক ৰিজামনো কাৰে,
বহু সাধনা কৰি লভিলোঁ জনম
তোৰ (গৰভত) কোলাত যে আই।

(৯৯২)

লুইতৰ দুয়োপাৰ আজি নীৰৱ নিজান,
কোনে কান্দে ইনাই-বিনাই,
লাচিত, মূলা, জয়াৰ জননী
দুখুনী এইজনী মোৰো যে আই।

আউলী-বাউলী চুলি,
ফিচিকি ফাটিলে ৰিহাখনি,
দুগালে দুধাৰি চকুলো
মোলান কৰিছে মুখনি
দেখিলে হিয়াৰ আমঠু
ক'লা পৰি যায়।

দুহাত উজাৰি ভঁৰাল উদং কৰি
আলহী সুধিলে মোৰ আইতাই
আজি নিওঁতাহে আছে, দিওঁতা নাই,
আজি আইৰ মুখলৈ চাওঁতা যে নাই।

(৯৯৩)

ব্ৰহ্মাণ্ডৰ অধিকাৰী তুমি
প্ৰভু নাৰায়ণ,
চৰাচৰ এই ব্ৰহ্মাণ্ডৰ
ময়োযে এজন।

নাৰী ৰূপত ভোল গৈ
নিজকে ঠগিছোঁ হায়,
ধনৰ লোভত ঠগিছোঁ
সহস্ৰজনক মই।

জনম জনমৰ মহাপাপী
অধোগামী মই
তোমাৰ চৰণ তলত
দিয়া মোক ঠাই।

(৯৬৩ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৯৪)

শান্ত, শীতল কোলা
যে তোমাৰ আই,
মৃণ্ময়ী তুমি মা,
আমাৰ ওপজা ঠাই।

আই তোমাৰ হাতৰ পৰশ
কুঁহিপাত কোমল,
দৰদী তোমাৰ হিয়া,
মৰম চেনেহেৰে উমাল।

নামে-ৰূপে শুৱনি তুমি
জননী যে আমাৰ,
মৰম আকলুৱা আমি
আই সন্তান তোমাৰ।

সৰগীয় সুখৰ ৰম্যপুৰী
এইখন তোমাৰ,
দেৱতাৰো কাম্য এইখন
দেশ যে আমাৰ।

(ক্ষণিকৰ জনমো সফল পুণ্য এই ভূমিত,
কত ঋষি-মুনি, সাধক, ভকত জনমিছিল
এই দেশৰ মাটিত।)

(৯৯৫)

হোমৰ ধোঁৱাৰে ধুঁৱলি-কুঁৱলী
ৰভাৰে তলতে,
এজনে জ্বলালে জোন
মোৰ কপালতে।

বেদমন্ত্ৰ নুবুজিলোঁ নাই,
হৃদয় উঠিছে উথলি
আয়তীৰ উৰুলিতে;
জীয়ৰী জীৱন সামৰি
ওলালোঁ নতুন ঘৰলৈ
সখী আজি এই পুৱাতে।

জীয়ৰী নহওঁ আৰু, হ'লোঁ
যে বিবাহিতা নাৰী,
ন-ঘৰৰ ন-গৃহিণী,
নতুন বোৱাৰী
জীৱনে-মৰণে
সিজনৰ লগৰী,
আহিলোঁ নিগাজি ঘৰলৈ
তেওঁৰে লগতে।

(৯৪৫ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(৯৯৬)

শত শত বীৰৰ তেজেৰে বোলোঁৱা
তীৰ্থভূমি মোৰ এই দেশ,
তুলসী তলত বন্তি জ্বলে, জোনাক
শীতল শান্তিৰ এই দেশ।

ৰ'দ জিলমিলিয়া, গছে-পাতে
সেউজীয়া, সোণালী
ধাননি ডৰা, পথাৰ ধুনীয়া,
শংকৰ, মাধৱ, হৰিদেৱ,
দামোদৰ, লাচিত,
জয়মতীৰ দেশ।

মোৰ দেশৰ মাটিত
ফলে সোণ-ৰূপ,
জ্বলে জলমল,
পখীৰ কাকলিৰে মুখৰ,
সূৰ্য শিশুৰ হাঁহি,
নিজৰাৰ পানী নিৰ্মল,
জ্যোতি, বিষ্ণুৰ সাধনাৰ
তীৰ্থভূমি, লখিমী
আই মোৰ, হেঁপাহৰ
এই দেশ।

(৯৯৭)

নিয়ৰ সেমেকা
মনৰে পদুলি,
হেমন্তত নুফুলে
শৰতৰ শেৱালি।

ৰিঙা ৰিঙা সুৰ
বাজে দূৰ-দূৰণিত,
লেৰেলি শুকায়
ফুল মন কৰণিত।

এবুকু যৌৱন মোৰ
মৰহি যে গ'ল,
মিলন মধুৰ আশা-
নিৰাশাহে হ'ল।

মাৰ গ'ল আবেলি
যৌৱনৰ বেলি,
নীৰৱ নিমাত মোৰ
আজি যৌৱন পদুলি।

(৯৯৮)

গীত লিখে গীতিকাৰে
এসাগৰ উপমাৰ,

কেনে মনোৰম গীত
মন কৰা কথাযাৰ।

পাখি ছিঙা পখিলীয়ে
হেনো নাচে ফুলনিত,
হেনো এক্কাৰৰ বস্তি
জ্বলে চকুৰ মণিত,
গীত লিখে গীতিকাৰে
মন কৰা কথাযাৰ।

নিশা ছৈ দিয়া গৰু গাড়ীত
কাৰ বিয়া যায়,
হোলোঙাৰ মাৰিৰে কোনে
বাৰু কাণ খজুৱায়,
গীত লিখে গীতিকাৰে
এসাগৰ উপমাৰ।

(৯৯৯)

আকাশবাণীৰ মধুৰ কণ্ঠস্বৰ
ঘোষক ঘোষিকাৰ,
সমিধানৰ উত্তৰ কেৰ্‌কেৰ্ গৰু
গাড়ী ঘঁহনি চকাৰ।

আকাশবাণীৰ কথা বন্ধু
অমৃত সমান শুনে পুণ্যৱান,
কওঁমানে ওৰকে নপৰে অসম
সন্তান (তুমি) শুনিবা কিমান।

নিৰীহ নিপাণী (জাতি) অ' মোৰে
মূৰুখমতি অসমীয়া জাতি,
খাৰ, খাৰলি, খৰিচাকে খায়,
নেজানে ৰন্ধন, খোৱাৰ জুতি,
সেয়েহে অসমীয়াই
খায় কলাখাৰ।

(১০০০)

চোতালত ঢাৰি পাৰি
বহি আইতাৰ মুখত
শুনিছিলোঁ তাহানি
কত সাধু আমি।

ঢাৰিপাটীত বহিবলৈ আজি
হায় চোতাল যে নাই
সাধু শুনাবলৈ আমাৰ
আইতাহঁত যে নাই।

আমাৰ এই সাধুঘৰ শিশু
চেমনীয়াৰ জ্ঞানৰ ভাণ্ডাৰ
তাহানিৰ সাধুৰ ভঁৰাল
সপোনৰ সাধুঘৰ আমাৰ।

ঘৰে ঘৰে শিশুৰ চকুত
জ্বলিব বন্তি জ্ঞান-বিজ্ঞানৰ
সাধুঘৰে উজলাব মহাবাহু
বৰনৈ লুইতৰ ইপাৰ-সিপাৰ।

(১০০১)

পাতিলোঁ, পাতিলোঁ,
পীৰিতি পাতিলোঁ,
পাৰিলোঁ, পাৰিলোঁ,
চেনেহ কঠীয়া পাৰিলোঁ।

হেঁপাহৰ পানী তাত
দিলোঁ ছটিয়াই,
মৰমৰ সাৰ মুঠি
দিলোঁ যতনাই,
আৱেগৰ হাল-কোৰ
মাৰি দ'কৈ চহালোঁ।

মন পথাৰত ৰুলোঁ
কঠীয়া সজাল,

অনুভূতি জীপ দি
কৰিলোঁ জীপাল,
দৰদী দাৱনীৰে মিলি
পীৰিতি চপালোঁ।
(২২১ নং গীতটিৰ পৰিবৰ্তিত ৰূপ)

(১০০২)
মোৰ এই যৌৱন
উতলা ফাগুন,
কলিয়া ভোমোৰাই
কৰে গুণ গুণ।

অলিয়া-বলিয়া মন
পলাশ ৰঙীন,
বলিয়া ভোমোৰাই
কৰে গুণ গুণ।

পলাশৰ ৰঙেৰে
ৰঙীন গগন,
গাভৰু মন মোৰ
কঁপে ঘনে-ঘন।

(১০০৩)
বিশ্বাসৰ লাইখুঁটা পৰিছে উভালি,
(হায় হায় পৰিছে উভালি),
অবিশ্বাসী কাঁইটীয়া বনে
বাট-পথ ধৰিছে আৱৰি,
(হায় হায় ধৰিছে আৱৰি)।

ক'তেনো হেৰাল বিশ্বাসৰ আঁত,
সঁচা ৰূপ সত্য সুন্দৰৰ,
অসুন্দৰ আন্ধাৰে মনৰ
পদূলি ৰাখিছে আবৰি।

সত্যৰ সহজ পথ সন্দেহৰ
কুঁৱলীয়ে ৰাখিছে ঢাকি,
অসত্য অসুন্দৰ আজি
তুলসী তলত নজ্বলে
মাটিৰ চাকি, বিশ্বাসৰ লাইখুঁটা
পৰিছে উভালি,
(হায় হায় পৰিছে উভালি)।

(১০০৪)
জানানে মৌনতাও
(কেতিয়াবা) সৰব হয়,
মূকজনো হেৰা
(কেতিয়াবা) মুখৰ হয়।

শব্দৰ তৰংগত সুৰৰ
আঘাত লাগিলে,
মৌন জনগণৰ সুপ্ত
চেতনা জাগিলে,
মৌনতাও সৰৱ হয়,
মূকজনেও কথা কয়।

জ্ঞানৰ পোহৰেৰে উজ্জ্বল
অন্ধই পায় দৃষ্টি,
সুন্দৰ পথৰ যাত্ৰীৰ
অপ্ৰতিহত গতি,
আত্মবলে বলিয়ান
পংগু গতিমান হয়।

(১০০৫)
মোৰ ধমনীত বোৱা তেজৰ
সোঁত বয় তোমাৰো
সিৰত, প্ৰবাহিত হয়
হেৰা, তোমাৰো দেহত।

আমি সহোদৰ, একেজনী
আই অসমী আমাৰ
একে ঔৰসজাত আমি
লুইত আমাৰ পিতৃ
তোমাৰ ঢোলৰ ছেৱেৰে
মোৰ পেঁপাৰ সুৰেৰে
ব'হাগীক আদৰোঁ আমি
আঁহতৰ তলত।

আঘোণৰ পথাৰৰ
মাণিকী-মধুৰি চপাওঁ
একেলগে, মাঘৰ ভোগালীত
খাও লগে ভাগে
যুগমীয়া পীৰিতি আমাৰ
উজলে মেজিৰ পোহৰত।
(৬০৪ নং গীতটিৰ পৰিৱৰ্তিত ৰূপ)

(১০০৬)

মোৰ আই চেনেহী অসমীৰ
সেউজীয়া এই দেশ,
লাচিত, মূলা, জয়া, মণিৰাম
পিয়লীৰ দেশ।

জিকিৰ বৰগীতক আমি
সমানে আদৰিছোঁ,
পোৱামক্কাৰ লগতে মাধৱৰ
থাপনা পাতিছোঁ,
শংকৰ, মাধৱ, দামোদৰ
হৰিদেৱৰ এই দেশ।

বৰনৈ লুইতেৰে উজাই
আহিছে কত শতজন,
সবাকো আপোন কৰা
আমাৰ উদাৰ মন,
মোৰ আই চেনেহী অসমীৰ
সেউজীয়া এই দেশ।

(১০০৭)

অপাৰ সাগৰ এই সংসাৰ
নাই, নেদেখো (প্ৰভু)
মই পাৰাবাৰ।

ক্ষণে উঠে (দেখো) ডকা চাকেনৈয়া,
ঘনে কঁপে (প্ৰভু) ক্ষুদ্ৰ মোৰ হিয়া
তুলুঙা নাও কপে বাৰবাৰ।

মুকুতা এৰি সোকোতা চপালো,
চকু থাকিও নমনিলো একো,
দয়া কৰা প্ৰভু মোকেএইবাৰ।

ভকতিবিহীন অতিকে কাতৰ
নেজানো নীতি স্তুতি সকাতৰ
করুণাময় উদ্ধাৰা এইবাৰ।

(১০০৮)

প্ৰগতিৰ প্ৰতীক হে যুব সমাজ
পুৰণি প্ৰমূল্যক বিসৰ্জন নিদিবা,
নীতি বাৰীৰ ঢাপত গ'হৰাৰ গজালি
গজিছে যদি উভালি পেলাবা।

অতীত আৰু বৰ্তমান দুটিযে সোপান
ভৱিষ্যৎ গঢ়াৰ, অতীততে প্ৰোথিত
বীজৰ বুকুতে, লুকাই থাকে যে
অঙ্কুৰ, জীৱনক সুন্দৰ কৰাৰ
গচকি মোহাৰি নেপেলাবা।

(১০০৯)

কোনোবা দূৰ দূৰণিৰ
গাঁৱৰ সৰু পঁজাটিৰ

মুধচত যেতিয়া
বেলিটি লহিয়াই,
এটি দিনৰ শেষত
নিশাৰ নবোৱাৰী
আহে তৰাৰ বুটা বচা
আচল উৰুৱাই।

নিশাৰ আকাশলৈ
মূৰ তুলি চাই
মোৰ বাবে নিতৌ গধূলি
সাদৰি আয়ে মোৰ
নেদেখা কোনোবাজনক
কাকুতি জনাই,
চোতালৰ তুলসী তলত
এগছি বন্তি জ্বলাই।

আই অ' মোৰ আই, তোৰেই দৰে
এইদেশৰ গাঁৱে গাঁৱে
আছে ক'ত জনী আই, দুখুনী
এন্ধাৰৰ আৰে আৰে
আহে জয়াল নিশাটি
যেন ভয়াল সাপিনী
কতজনী আয়ে কান্দে বুকু ভাঙি,
নিশাৰ আকাশ কঁপাই।

(১০১০)

অ' কুলিটি, অ'
কেতেকী, কিয়নো আহিলি
বিহুৰে বতৰালৈ,
মহঙা বজাৰত সূঁতা
নাই পাবলৈ
বিহুবান ববলৈ।

গঢ়কাত ভৰি থৈ
গাভৰু আছে বৈ
দোৰ পতি
ঘূৰা নাই,
আঁহতৰ তলতে
ঢুলীয়া আছে বৈ
নাচনীয়ে অহা নাই,
বাৰীয়ে শুদা হ'ল
বৰহমঠুৰী নাই
ওঁঠ বোলাবলৈ।

লুইতৰ ঘাটতে
বৰ পানচৈ
আছে বৈ
অচিনাকী সাউদৰ
সোকোতা সলাই
মুকুতা নিবলৈ
আইৰে হাতৰ কাণৰ
বৰপেৰা উদং হ'ল
সোৱণশিৰীত
সোণ নাই পাবলৈ।

(১০১১)

দুৰ্জ্ঞেয় শক্তিমান আছে
কোনোবা এজন
অধীশ্বৰ চৰাচৰ জগতৰ
ইন্দ্ৰিয় অগোচৰ
অন্তৰৰ অন্তঃস্থলত
জাগ্ৰত প্ৰতিক্ষণ।

ত্ৰিকাল অবাধিত
ধ্যান ধাৰণাতীত
অনুৰণীয়ান
মহতো মহীয়ান
অনিন্দ্য সুন্দৰ,
করুণা সাগৰ

সৰ্বগুণে গৰীয়ান
অবিনশ্বৰ সেইজন
অৰূপ মহান
নিত্য নিৰঞ্জন।

আত্মা ৰূপে বিৰাজমান
সৰ্ব দেহে বিদ্যমান
সত্য, সনাতন
জ্যোতিৰো জ্যোতি
চিৰ জ্যোতিস্মান
মহা মহেশ্বৰ
জ্ঞেয় জ্ঞাতা
জ্ঞ সেইজন।

(১০১২)

দুদিনৰ আলহী তুমি,
দুদিনৰ ঘৰ এই ধৰা,
আহিছিলা শুদা হাতে,
যাবাগৈ শুদা হাতে
মিছাতে কিয় বাৰু
আপোন আপোন কৰা।

সকলো আপোন হেৰা
সকলো যে পৰ,
আপোন আপোন লগা
সকলো দুদিনৰ
মিছা ধন জন হেৰা
স্ত্ৰী-পুত্ৰ পৰিবাৰ।

মাটিৰ এই দেহা
মাটিতে যাব মিলি
নাথাকে ধন জন,
হাড়তো গজিব বন,
ৰূপ-যৌৱন মাথোঁ দুদিনৰ
একোৱে নহয় নিজৰ
আলহী মাথো তুমি,
দুদিনৰ ঘৰ এই ধৰা
মায়া মোহে ভৰা
এই সংসাৰ।

কেনেকৈ কটাওঁ
দিন হৰিহে
উপায় দিয়া মাধৱহে,
ছয় ৰিপু অতি ভয়ঙ্কৰ
ভয়ে কঁপে দেহা থৰথৰ
শৰণ দিয়া প্ৰভু হে,
মায়া মোহে ভৰা
এই সংসাৰ
দুঃখ যাতনাৰ
সাগৰ অপাৰ
ইপাৰত আছো বৈ
সিপাৰ কৰা হৰিহে।

(১০১৩)

শুভ্ৰ, সেউজ গৈৰিকেৰে
শোভিত আমাৰ পতাকা,
শান্তি, মৈত্ৰী, ত্যাগৰ প্ৰতীক
আমাৰ জাতীয় পতাকা।

শত শোণিতৰ ধাৰা
বিশাল বহল এই ধৰা,
আকাশ শোভিত কৰি
উৰে জাতীয় পতাকা।

জাতি, বৰ্ণ, ধৰ্ম
অহিংসা অভেদ্য বৰ্ম,

মহাভাৰতৰ মহান জনতা
বৈচিত্ৰ্যৰ মাজতে একতা
ত্ৰিৰঙ্গ ৰঞ্জিত
আমাৰ পতাকা।

(১০১৪)

উছবৰ উতৰোল, হাতত
জেতুকাৰ বোল,
বাজে তঁকা পেপা, গগণা
ঢুলীয়াই বজায় ঢোল।

টাকুৰী ঘূৰাদি ঘূৰে
বুকুৰে আচল উৰে,
আগলতি কলাপাত লৰেচৰে, উৰি
আহি বৰদৈচিলা তাতে পৰে।

গড়গঞা অসমীয়া নহয়
কাৰো দুবলীয়া
বিদেশী, বিজাতিয়ে নোৱাৰে
কৰিব বহতীয়া।

অসমীৰ জীয়ৰী, বোৱাৰী
একোজনী ক্ৰুদ্ধা ফণিনী,
হিলদোল ভঙা প্ৰচণ্ড ধুমুহা
যেন বৰদৈচিলাজনী।

অসমীৰ জীয়ৰী বৰদৈচিলাজনী
নহয় লাজত মুচকচ্ যোৱা,
জেৰেঙাৰ সতী
বোৱাৰী জয়মতী
মূলাৰ দৰে হাতত
হেংদান লোৱা।

বৰদৈচিলা আহে
আৰু যায়
সবল অসমীয়াৰ প্ৰাণত
সংগ্ৰামী সাহস যোগায়।

(১০১৫)

বিষ্ণু!
গোলোক বিহাৰী
নহয় শ্যামকানু,
অসম-আকাশৰ
তেওঁ উদিত ভানু।

সিজনৰ দীপ্তিমান মনৰ
পোহৰ, প্ৰতিফলত
আমাৰ অন্তৰত।

চাকি নুমালেও পোহৰৰ
আভা মাৰ যোৱা নাই,
কামৰূপী নৃত্যৰ ছন্দ
আজিও ছন্দিত
বৰনৈ লুইতৰ পাৰত
সুৰৰ মন্দাকিনী বয়
শতধাৰা হৈ,
আমি তোমাক পাহৰা নাই।

বিষ্ণু!
নহয় গোলোক বিহাৰী,
শোণিতপুৰ বাসী,
মুখত চিফুং বাঁহী
ওঁঠত মিচিকি হাঁহি।

বাঁহ গছৰ ফাকেদি অহা
এচেৰেঙা ৰ'দৰ ৰেঙণি
কৃষ্টি-দেউলৰ কলসীত
সুৰৰ শিকলি সোণ সোণালী,
সুন্দৰৰ পূজাৰী তুমি,
আমি তোমাক পাহৰা নাই।

তুমি আহিবা বাৰ বাৰে
আমাৰ মাজলৈ

আমাক জগাবলৈ,
ছন্দ, নৃত্যৰ লহৰে লহৰে
দুলিব সুৰৰ পানচৈ,
আমি বৈ থাকিম
বৰনৈ লুইতৰ পাৰত।

ৰাভা!
অসম আকাশৰ
পুৱতীৰ আভা।
হে বিপ্লৱী, তোমাক নমস্কাৰ
তুমিয়ে তোমাৰ তুলনা
হে, বিষ্ণু ৰাভা।

(১০১৬)

কঁকালৰে গাগৰি
অ' মোৰে লাহৰী
লাহে লাহে দিবি খোজ
অ' মোৰে লাহৰী
পিছলি পৰিব যে গাগৰি
অ' মোৰে লাহৰী
উঠন বুকু ঢাকি
অ' মোৰে লাহৰী
মুগাৰে ৰিহাখনি
অ' মোৰে লাহৰী
বতাহে যে উৰুৱাই
অ' মোৰে লাহৰী
লাজ লাজ লাগে
অ' মোৰে লাহৰী
যৌবনৰ অগনি
অ' মোৰে লাহৰী
বুকুতে জ্বলিছে
অ' মোৰে লাহৰী
উশাহত লৰে বুকুখনি
অ' মোৰে লাহৰী
মোৰ মন চোতালৰে নাচনী
অ' মোৰে লাহৰী
এই বেলি বহাগত
অ' মোৰে লাহৰী
হ'বানে মোৰ লগৰী
অ' মোৰে লাহৰী।

(১০১৭)

মহানগৰ, মহানগৰ
মানুহৰ অপাৰ সাগৰ
যন্ত্ৰযান চলে অবিৰাম,
জনাৰণ্য পদপথ,
ওচৰত জাবৰৰ দম
এইখন গুৱহাটীৰ মহানগৰ।

আবেলি পৰত
তৰুণ, তৰুণীৰ দল
পিন্ধে টেৰীকট্
ষ্টেৰেলীন, মখমল,
পুৰুষ, মহিলাৰ
ভিন ভিন বেশ,
কোট, পটলুন, চুৰিদাৰ, নাই
ধুতি, মেখেলা চাদৰ।

দুচকীয়া, চাৰিচকীয়াৰ সমাৰোহ,
উজুটিত উৰি
যাই ভৰিৰ নখ,
নৰ্দমাত জনমে
মেলেৰিয়াৰ মহ
সেউজীয়া ডাষ্টবিন
মহানগৰীত নাই
সেউজৰ চিন

হায় হায় এইখন
গুৱহাটীৰ মহানগৰ।

(১০১৮)

জয়াৰ তেজেৰে ৰাঙলী এই দেশৰ মাটি,
সোতৰ বাৰ মোগল আহি গৈছিল ওভতি।

অজান মুলুকৰে কোনোবা চুকাফাই,
পাটকাই পাৰহৈ আহি সেই তাহানি
ইয়াতে ৰচিছিল অসমীয়া জাতিৰ ভেটি।

শঙ্কৰ, মাধব, জ্যোতি, বিষ্ণু আৰু কতজনে
সজালে অসমক, কৃষ্টিৰ দেউল সাজিলে ইয়াতে,
মুকুন্দ, মুদন, কনক, কুশল, কমলা, ভোগেশ্বৰীয়ে
বুকুৰ তেজেৰে লিখিলে ইতিহাস
এই দেশৰ মাটিতে,
বিদেশীৰ সতে সৌসিদিনা যুঁজিলে ল'ৰাইতে
(মৰোঁ-জীওঁ-সোঁ আধিকৈ)
পিছে, এই দেশৰ মাটিত গোজেই গছ হ'ল
শতৰু শালিলে ঘৰ বিভীষণে;
এলান্ধু লাগি কলীয়া পৰিছে (আজি) হেঙুল
হাইতালে বোলোৱা কৃষ্টিৰ দেউলটি।

সাতখলপীয়া সিংহাসন জহি-খহি গ'ল
সুলকি পৰিছে মূৰৰ মথুৰা পাগটি,
তাকে দেখি শতৰুৱে
হাঁহে মূৰতলৈ কঁকালৰ কাছুটি;
লুইতৰ দুয়োপাৰে ঘন বসতি,
(হেনা-হুচা মাত)
কোনে চহাই এই দেশৰ মাটি,
সৌৱণশিৰীৰ সোণৰ চেকুৰা,
পথাৰৰ মাণিকী মধুৰী,
সোণ বুটলিছে বিদেশী বিজাতি।

হেৰা, মোৰ অনুজ সহোদৰ,
আমিতো নকৰিলো একো,
আইৰ দুঃখ দেখি মাথোন চকুলো টুকিলো,
তোমালোক নতুন প্ৰভাতৰ নতুন সূৰুয একোটি,
নাথাকিবা বহি হাত সাৰটি,
তুলি লোৱা মূৰৰ মথুৰা পাগটি,
ঘূৰি আহি যুঁজিম একেলগে,
নতুন ৰূপেৰে অসমীক সজাবলৈ,
মই দিলো মোৰ প্ৰতিশ্ৰুতি।

(১০১৯)

মই জানোঁ মানুহৰ
একোখনি হৃদয় আছে
মই জানোঁ মানুহৰ
প্ৰাণত অনুৰাগ আছে
মই জানোঁ মানুহে মানুহক
হিয়াৰ মৰম যাচে।

মই জানোঁ মানুহ সত্য,
শিব সাধক সুন্দৰৰ,
মই জানোঁ সেই আদিম
নাৰী বন্ধু মানুহৰ
মই জানোঁ মানুহে মানুহক
হিয়াৰ মৰম যাচে।

(১০২০)

এই দেশৰ মাটিৰ ঋণ
কেনেকৈ কৰিম পৰিশোধ,

দেশৰ মাটিয়ে মোৰ আই,
আয়ে নকৰে ক্ৰোধ।

এই দেশৰ বনে বিৰিখে
জিলিকে আইৰে ছবি,
এই দেশৰ মাটিকে চুমে
উষাৰ হেঙুলি ৰবি,
ৰাখিম মাটিৰ মান
অপমান কৰি প্ৰতিৰোধ।

এই দেশৰ মাটি চুই
আই খাইছোঁ শপত
মাগিছো আশীষ আই
নতশিৰে তোৰ চৰণত,
মাটিৰ ঋণ বুকুৰ
তেজেৰে কৰিম পৰিশোধ।

(১০২১)

কৃষ্টিৰ বৰঘৰ
পৰে যদি ভাঙি
কি কৰিবা তুমি হেৰা,
কি কৰিবা তুমি।

তাহানিতে সজা
বৰঘৰ পৰিলে ভাঙি
তোমাৰ কৰণীয়
হ'ব বাৰু কি?

গ'ল, গ'ল বুলি চিঞৰিলে
লোকে যে হাঁহিব
কৃষ্টিহীন বৰ্বৰ বুলি
ইতিকিং কৰিব

সেই কথা ভাবিগুণী
চাইছা নে তুমি।

নিজৰ ঘৰ
নিজে নেসাজিলে
নিজৰ কৃষ্টি
নিজে নগঢ়িলে,
আনে জানো
দিব গঢ়ি?
সেই কথা ভাবি-
গুণী চাবা তুমি।

(১০২২)

লুইতৰে বালি চিক্‌মিক্
ৰূপালী পাৰত কঁহুৱাৰ শাৰী
মলয়াৰ বা লাগি
নাচে হালি-জালি।

দূৰণিত বজাব বাঁহী
কৰেণো গৰখীয়া,
লাহতি খোপাৰ ফুল
বকুল নে মালতী
গোন্ধতে আমোলমোল,
উঠলি উঠে গাভৰু হিয়া
চেনেহৰ বা লাগি
নাচে হালি জালি।

হেৰ, গৰখীয়া
কিনো সুৰ বজালি,
বলিয়া কৰিলি
গাভৰু মন
কথাৰে ভুলালি
সুৰেৰে ধুৱালি

কিহেৰে নোৱাৰি
নকইনা সজালি
মনৰে মজিয়াত
পীৰিতি ফুল ফুলালি।

(১০২৩)

কিনো গুণাহৰ ফল
ভোগালি অ' আল্লা
দীন দুনিয়াৰ মালিক
পয়গম্বৰ আলি।

দুখৰ দোজখত কিয়যে
পেলালি অ' আল্লা
মৰম মদিনা মই কতেনো
এৰিথৈ আহিলো,
চেনেহৰ বেহেস্ত, হায়
অকালতে হেৰুৱালো
জীৱনৰ কাৰবালাত
মই চকুলো সৰালো।

ঈদ মোবাৰক, ঈদৰ
জোন আজিও ওলাই,
পাক ৰমজান মাহ
আহে আৰু যাই,
অ' আম্মাজান! মোৰ তক্দীৰত
সুখ লিখা নাই।

(১০২৪)

ৰুদ্ধ কাৰাগাৰ,
ৰুদ্ধ যে দুৱাৰ,
যুগে যুগে অত্যাচাৰ,
দৈত্য দানৱৰ,

ফল্গুধাৰা সম বয়
মুক্তিৰ স্পৃহা মানৱৰ।

পৰাধীনতা দাসত্ব
গ্লানি সভ্যতাৰ
বিবেক দংশন নিত্য
কলঙ্কিত ইতিহাস মানৱৰ,
মুক্তিৰ স্পৃহা চিৰ জাগ্ৰত
জ্বলে দাবানল সম,
দানৱৰ দমনে
নোৱাৰে ৰুধিব
চিৰ উন্নত শিৰ
মুক্ত মানৱৰ।

প্ৰদীপ্ত অগ্নিশিখা
সম উজ্জ্বল,
সূৰ্যশিখা সম
চিৰ ভাস্বৰ,
ইযে জন্ম
অধিকাৰ মানৱৰ।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০২৫)

বিদেশীৰ পদানত
দেশৰ মাটিত
চটিয়াইছিল শান্তি পানী
স্বৰ্গৰ ধূলিত।

জাগ্ৰত বিবেক তুমি
নিদ্ৰিত জনতা,
জ্বলন্ত প্ৰদীপ শিখা
মুক্তিৰ বাৰতা,
উদ্বুদ্ধ কৰা তুমি
জনতাৰ চিত্।

বিক্ষুব্ধ গণ-মানসৰ
ক্ৰোধাগ্নি শিখা,
তুমি এন্ধাৰ আকাশৰ
বিজুলী ৰেখা,
মুক্তিৰ জ্বলন্ত শিখা
দেশৰ মাটিত।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০২৬)

স্বৈৰতন্ত্ৰৰ বিপৰীতে মুক্তিৰ
শিখা ৰূপী বিদ্ৰোহিণী,
দুৰ্বল নেতৃত্বৰ বিপৰীতে
ক্ষুব্ধ জনগণ শক্তি ৰূপিণী।

নৈৰাজ্যৰ বিপৰীতে সংহত
শাসনৰ মূৰ্ত প্ৰতীক,
নহয় বেদ বৰ্ণিতা মুনি
মানসৰ কল্পনা অলীক,
ৰাজতন্ত্ৰৰ বিপৰীতে জন
মানসৰ শক্তি স্বৰূপিণী।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০২৭)

মুক্তিৰ কামনা শকতি ৰূপিণী,
তুমিতো নোহোৱা শিৱৰ ঘৰুণী।

তুমি মূৰ্তিমতী মুক্তিৰ কামনা,
জনগণ শক্তি মুকুতি কতনা,
শক্তি, মুক্তিৰূপী চিৰ বিদ্ৰোহিণী।

দলিত মনৰ তপন সোণালী,
সোণালী উষাৰ ৰহণ হেঙুলী,
জনগণ শক্তি মুকুতি দায়িণী।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০২৮)

জাগে মাতৃ ৰণ চণ্ডিকা
সৰ্বমঙ্গলা, গণশক্তি স্বৰূপিণী
জাগে মাতৃ দেশ-মাতৃকা।

জাগে অজেয়া গণশক্তি স্বৰূপা
অসূয়া, অশুভ নাশিনী স্বৰূপা
জাগে মাতৃ দেশ-মাতৃকা।

জাগে জনগণ, সুপ্ত জনতা
জ্বলে বিদ্ৰোহৰ অগ্নি শিখা,
দলিত গণ দেৱতা ক্ষুব্ধ প্ৰাণ
জ্বলে মুক্তি প্ৰদীপ শিখা
জাগে মাতৃ দেশ-মাতৃকা।

পীড়িত প্ৰাণৰ আকুল
বিননি শুনি প্ৰতিধ্বনি,
অশুভ, অসুৰ নাশিণী
জননী শকতি ৰূপিণী
জাগে মাতৃ দেশ-মাতৃকা।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০২৯)

নিৰাশাৰ কলীয়া ডাৱৰে আবৰা
মন আকাশৰ শুভ্ৰ শুকতৰা,
(তুমি) শোষিতৰ প্ৰেৰণা।

অশান্ত বিশ্বৰ মানৱ মনত,
যাতনা কাতৰ বঞ্চিত প্ৰাণত,
যুগান্তৰ মুক্তিৰ প্ৰেৰণা।

বিক্ষুব্ধ মনৰ বিদ্ৰোহ প্লাৱন,

পীড়িত মনৰ আশাৰ শ্ৰাৱণ,
দলিতৰ প্ৰাণৰ প্ৰেৰণা।
(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩০)

নেতৃত্ব বিহীন জনতাৰ
বিক্ষুব্ধ মনৰ প্ৰকাশ,
দুৰ্গতি নাশিনী এই শক্তি,
জনগণ ঐক্যৰ প্ৰয়াস।

আক্ৰান্ত দেশৰ শকতি
মুক্তি প্ৰহৰণ ধাৰিণী,
বিভ্ৰান্ত জন মানসৰ
স্থিৰ লক্ষ্য স্বৰূপিণী,
পদানত শত জনতাৰ
শক্তি মুক্তিৰ প্ৰয়াস।

প্ৰণামো, প্ৰণামো তোমাক,
অভয়া অজেয়া শকতি,
শৰতৰ অকাল বোধন
আমাৰ স্ব-শকতিক প্ৰণতি,
দুৰ্গতি নাশিণী শক্তি
জনগণ ঐক্যৰ প্ৰয়াস।
(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩১)

আকাশত, বতাহত বাজে
কাৰ আগমণী সুৰ,
কোনে বজায় বাঁহী
বলিছে মলয়া জুৰ।

যৰকাল আকাশখনি
মুকলি, মুকলি মন,
শেৱালি ফুলিছে সৌৰা
ফুলিছে কঁহুৱা বন,
ৰুণুজুনু, ৰুণুজুনু বাজে নুপুৰ
মন জুৰুৱা সুৰ।
(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩২)

আজি আকাশৰ
বুকুত ভাহে
শুকুলা মেঘৰে ভেলা,
ভেটকলি, শেৱালিয়ে
ধৰণী বুকুত পাতিছে
উছৱৰ মেলা।

নিদাঘ দহন দগ্ধ
বুকু স্নিগ্ধ শীতল,
অশ্ৰুমতী ডাৱৰৰ
বুকু স্নিগ্ধ নিৰ্মল,
আজি দূৰ নীলিমাৰ
বুকুত নীলাৰে মেলা।
(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৩)

ৰূপে ৰূপে পয়োভৰা,
তনুমন শীতল কৰা,
ৰূপহী কুঁৱৰী ধৰা।

জিলমিল, জিলমিল
জ্বলে তৰা,

তিৰ্‌বিৰ্ তিৰ্‌বিৰ্
নয়ন তৰা।

নীলা নয়ন যুৰি,
চাবনি শীতল কৰা;
নীলা আচলেৰে
ঢাকি দেহলতা,
আজি অভিসাৰিণী ধৰা।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৪)

নিয়ৰ পানীৰে
দেহা পখালি
নীলা সাজেৰে
দেহাটি সজাই,
ভেটফুল, পদুমেৰে
বান্ধি খোপাটি
অ' বোলো ৰূপহী
কালৈনো আছ বাট চাই?

ঘন ঘন উৰুলি
পদুলি উদুলি মুদুলি
সাজিছে, কাচিছে
ৰূপহী বসুন্ধৰা
সয়ম্বৰা হ'বলৈ বুলি,
আহিছে ওলাই
নীলাম্বৰী
আচল উৰুৱাই।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৫)

ভঁৰালৰ বেৰত অঁৰা
নাঙল যুঁৱলি,
আকাশৰ বুকুত সৌৱা
এজাক বগলী।

বিলৰে পাৰ শুৱনি
সৌজনী শৰালি,
লগৰ লগৰীয়া সতে
কৰিছে ধেমালি,
ভেটকলি, পদুমী
দুয়ো প্ৰণয় পাগলী।

উলাহত অধীৰ
নাচে হিয়া মন,
সুৰ সুমধুৰ শুনা
বাজে ঘন ঘন,
জোনালী, সোণালী
জোনাক জিলিমিলি।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৬)

ভকতি ফুলে সজাই শৰাই।
কাতৰি মাতিছো তোমাক আই।।

ৰমা তুমি বিষ্ণু প্ৰিয়া জননী।
নিজ গুণে তুষ্ট হোবা গোসাঁনী।।

কমল আসনা আই কমলা।
দুখীয়া নিছলা, নকৰা হেলা।।

গোধূলি বেলি জ্বলাই চাকিটি।
মাতিছো আই কৰিছো মিনতি।।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৭)

কৰাল বদনী আই
মুক্তকেশী দিগম্বৰী,
লহলহ জিভা আইৰ
খড়্গতে ভয়ঙ্কৰী।

ভীমা, ভীষণা, অভয়া
বৰদা নৃমুণ্ড মালিনী,
আই বন্ধন বিহীনা
চামুণ্ডা ত্ৰিপাপ নাশিনী,
আপোন কল্যাণ নাশিনী
আই তুমি শুভঙ্কৰী।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৮)

ঘোৰ আউসীৰ নিশা
নাই চন্দ্ৰাবলী,
শাৰী শাৰী জ্বলে বন্তি
পোহৰৰ দীপাৱলী।

ধৰাৰ বুকুত ৰচে
পোহৰৰ আল্‌পনা,
সুন্দৰৰ সাধনা ই
বাজে সুৰৰ মূৰ্চ্ছনা,
এন্ধাৰ পলাই আঁতৰি
জ্বলে পোহৰৰ দীপাবলী।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৩৯)

তুমি আহিবা আকউ এবাৰ
চোতালত শেৱালি
ফুলাবা বাৰে বাৰ,
শেৱালিৰ শুভ্ৰ সাজেৰে
সজাবা নতুন ৰূপেৰে
পৃথিৱীক আকউ এবাৰ।

জ্বলিব ৰূপৰ শিখা
নীল আকাশত
তৰাৰ দেশত,
ফুলিব শেৱালি
মন চোতালত মুখৰিত
হ'ব যত প্ৰাণ ধৰাৰ।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৪০)

স্মৃতিৰ সুৰভি বতাহত
ভাঁহি ৰ'ল,
মনৰ বন্ধন জানো
ছিঙি গ'ল।

মৰমৰ এনাজৰী
কিয়বা ছিঙিল,
হায় খোপাৰ মালতী
কিয়নো সৰিল,
প্ৰীতিৰ নিজৰাটি
থমকি যে ৰ'ল
স্মৃতিৰ সুৰভি মাথোন
বতাহত ভাহি ৰ'ল।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৪১)

নাৰী মই যুগান্তৰ নায়িকা,
ময়ে গণবধু, গায়িকা,

নৃত্য পটীয়সী দেৱদাসী মই,
মই জননী, ময়ে জায়া,
ৰহস্যময়ী মই প্ৰেমিকা,
মই উৰ্বশী, মই ৰম্ভা,
দ্ৰৌপদী মই বহু বল্লভা,
সীতা, সতী সাবিত্ৰী, মই
কাব্যৰ উপেক্ষিতা উৰ্মিলা, মই
অভিসাৰিকা, মই পৰকীয়া ৰাধিকা।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৪২)

শুনাহে অমৃতৰ সন্তান
এই বিশ্ব তোমাৰ ঘৰ,
বিশ্ববাসী সকলো
তোমাৰ সহোদৰ।

মূৰৰ ওপৰত সৌ বিশাল
উদাৰ, আছে এখনি আকাশ,
মানৱতা বিশাল জলধি
বিভেদৰ নাই অৱকাশ
বিশাল আকাশে দিয়ে
আশ্বাস বিশাল জীৱনৰ।

মাতৃ বসুন্ধৰা অনুপমা
দেশৰ সীমাতে নহয় আবদ্ধ,
মানৱ মনৰ দিগন্ত
দৃষ্টি সীমাতে নহয় অৱৰুদ্ধ,
এই বিশ্ব এটি ঘৰ
বিশ্ববাসী তোমাৰ সহোদৰ।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৪৩)

জৈন, বৌদ্ধ, হিন্দু, মুছলমান,
খৃষ্টিয়ান, সৱে ভাৰতীৰ সন্তান,
আমি সৱে ভাৰতীয়,
ভাৰতী মাতৃ, আমাৰ আই।

মানৱতা বহল বাৰিধি
যতিহীন গতিৰে বয়
নিৰৱধি আমাৰ হৃদয়
একোখনি তীৰ্থ,
সমন্বয় মহামন্ত্ৰ জপি
বিভেদক কৰো ব্যৰ্থ,
ধৰ্মৰ মাজত কোনো
ভেদাভেদ নাই
আমি সৱে এক জাতি,
সৱে ভাই ভাই।

(গীতিকাৰৰ 'গণশক্তি ইত্যাদি' শীৰ্ষক গীতি আলেখ্য/সঙ্গীত আলেখ্য/কাব্য নাট বিষয়ক গ্ৰন্থত সন্নিবিষ্ট)

(১০৪৪)

পাটৰ মেখেলা চাদৰেৰে
লাহি দেহাটি ঢাকি
চুচুক্ চামাক্
খোজেৰে পদুলিত
ৰ'লাহি যিদিনা,
কি এক অজান
আবেগত দেহী
উঠিছিল উথলি
মৰম আকলুৱা
হিয়া মোৰ সিদিনা।

আজিও জাগে
পুলক কঁপনি
যৌৱন পুৰঠ
সেই মুখখনি

উঠে ভাহি মোৰ
চকুৰ আগত
ন-কইনা
আমাৰ জীয়ৰী
মাজনীক দেখি,
তোমাৰেই দৰে
সাজি-কাচি
আজি তাই
যাবগৈ সিখন ঘৰলৈ,
আছে বৈ
নখে মাটি লেখি,
মৰম আকলুৱা হিয়া
মোৰ অজান আনন্দত
উথলি উঠিছে আজি।



ইতিপূৰ্বে প্ৰকাশিত গীতিকাৰৰ পাঁচখন গীতিকাব্য সংকলনৰ পুনৰ প্ৰকাশ

# বিষয় সূচী

গীতিকাব্য সংকলনটি গীতিকাৰে
উছৰ্গা কৰিছিল—

## উছৰ্গা

"অসম, অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ
সংগ্ৰামত প্ৰাণ আহুতি দিয়া
শ্বহীদ স্বৰ্গীয় খৰ্গেশ্বৰ তালুকদাৰৰ স্মৃতিত"

**পিনাকী**

## “শ্বহীদৰ তেজেৰে” গীতিকাব্য সংকলনটিত প্ৰকাশ পোৱা গীতিকাৰৰ কথা—

“লুইতৰ বুকুত জুই জ্বলিছে। এই জুই নুনুমায়। শৰীৰত শেষ বিন্দু ৰক্ত থাকে মানে অসমীয়াই সংগ্ৰাম কৰিব। ঐতিহ্যমণ্ডিত অসম আজি নিঃস্ব হোৱাৰ পথত। অসমীয়াই তাত বাধা দিবলৈ ওলাই আহিছে। প্ৰতিজন অসমীয়াৰ বুকুত সংগ্ৰামৰ ধ্বনিৰ প্ৰতিধ্বনি। সেই প্ৰতিধ্বনি পাটকাইৰ টিঙত খুন্দা খাই বিক্ষুব্ধ এক সুৰৰ সৃষ্টি কৰিছে। ‘শ্বহীদৰ তেজেৰে’ এই গীতি-কবিতাকেইটি সেই বিক্ষুব্ধ মনৰ অভিব্যক্তি।

সমগ্ৰ অসমীয়াক বিক্ষুব্ধ কৰি তোলাৰ মানসেৰে মোৰ এই প্ৰয়াস। পাঠক আৰু ৰাইজৰ সহানুভূতি কামনাৰে—”

পিনাকী

# শ্বহীদৰ তেজেৰে

(১)

## এলাগী

আই, অ’ মোৰ
আই, অসমী আই,
ভাৰতীৰ নুমলী
জীয়ৰী তই,
সেউজী শুৱনি ৰূপহী
অ’ মোৰ আই,
আজি কিয়নো
এলাগী হ’লি তই।

সকলো থাকিও
একোযে নাই,
দুখীয়া নিছলা
হ’লি হেৰ তই,
ৰূপ জেউতি
মোলান পৰি যায়,
থৰ লাগি কিনো
ভাৱ গুণ তই।

ভাবি-গুণি কি হ’ব
অ’ মোৰ আই,
দুখৰ চকুলো
নুটুকিবি তই,
চকুলো দেখিলে
লোকে ছল পাই,
সহিলি, সহিবি
কিয় আৰু তই।

জাগ, জাগ, জাগি
উঠ হেৰ’ আই,
দুৰ্গতিনাশিনী
ৰূপে জাগ তই,
জাগিব সন্তান
তোৰ ৰূপ চাই,
আকউ সুৱাগী
হ’বি হেৰ তই।

(২)

## অ’ বোলো গড়গঞা

অতীত ঐতিহ্য আৰু
কিৰ্তীতি যুগমীয়া,
তাকেই সুঁৱৰি থাক
অ’ হেৰ’ অসমীয়া।

গায়েগোটো একোজন
পেটে ভৰাল হ'লি,
গপত গণ্ডাটোপ হৈ সকলো
হেৰুৱালি; অ' হেৰ গড়গঞা।

ধন গ'ল, মান গ'ল
দেশো যে যায়, যায়,
ধন, মান হেৰুৱাই, থেকেচা
খাই খাই; হ'লি নিশকতীয়া।

বোলো লাচিতৰ নাতি
কিয় এ' বহুৱালি,
জয়াৰে মনৰে জোৰ কতেনো
হেৰুৱালি; অ' হেৰ অসমীয়া।

(৩)

## ফেঁটী সাপ আছে শুই

অসমীৰ সেউজী পথাৰ
হেৰ' মনে ঐ মোহনীয়া,
সোণ জ্বলে, সোণ
ফলে আৰু গজে
কৃষ্টিৰে কঠীয়া;
কতনা বাৰে বৰণীয়া।

সোণ শুৱনি পথাৰ ভৰি
কাকতি ফৰিং পৰিছে জুৰি,
জাকে, জাকে, কণুৱা,
চিলনী, আকাশ জুৰি
ফুৰিছে উৰি; লেৰেলি
শুকায় কঠীয়া।

আজি নাটঘৰ মুধচত
কৃষ্টি দ'লত লাগিছে জুই,
বৰঘৰ মজিয়াত
সৌৱা চোৱা ফেঁটী সাপ
আছে শুই; সাৱধান
হ অসমীয়া।

সময়যে আৰু নাই, নাই,
বিপদ আহিছে ঘনাই,
বাটচ'ৰা নঙলা চেৰাই
শতৰু আহেযে
সোমাই, চকু মেলি
চা অসমীয়া।

(৪)

## শ্বহীদ তৰ্পণ

অনিলৰ পিতৃয়ে
আজি কৰে নিমন্ত্ৰণ,
পূজাৰী অনিলৰ
হেনো পাতিছে সকাম।

বীৰ অনিলৰ
পিতৃ নাম চন্দ্ৰ চৰণ,
পলাশনিত কৰে
আজি পূজা আয়োজন,
ওলাই আহ, সবে
মিলি কৰো সমাপন।

পূজাৰী অনিলৰ পিতৃ,
আমাৰোযে পিতৃ,
শ্বহীদ অনিলৰ মাতৃ,
আমাৰোযে মাতৃ,
নিমন্ত্ৰণৰ হেৰ', নাই
কোনো প্ৰয়োজন।

বইছে তেজৰ ঢল
অসমৰ বুকুৰেদি,
বুকুৰ তেজেৰে ধুই
মাতৃ পূজাৰ বেদী,

জননীৰ মহাপূজা
কৰিম সমাপন।

(৫)
**জননীৰ মান**

এইবেলিৰ বানেহে বান,
কুঁৱৰীটোলতো উঠিছে উজান,
চিৰ চেনেহী, আই অসমী,
ভাষা জননীৰ ৰাখিব লাগিব মান।

তুমিতো জানা আই, তাহানিৰ
নৰেন্দ্ৰ হৈছিল বিবেকানন্দ,
আজিৰ নৰেন্দ্ৰ হ'ল সদানন্দ,
আই প্ৰাণত কিযে আনন্দ,
কুঁৱৰীটোলত, তোমাৰ পূজাৰ
বেদীত দিলে প্ৰাণ বলিদান।

এ' ৰণ হ'ব শেষ ৰণ
নিহত মহন্তই তাকে সোঁৱৰাই,
এ' বেলিৰ পণ মৰণ পণ
মাৰ বান্ধি যুঁজে অসমীয়াই,
মাউখে আহিছে ওলাই,
জীৱন দি ৰাখিব জননীৰ মান।

(৬)
**কিশোৰ সৈনিক**

চুপ্ চুপ্ হেৰা বাটৰুৱা
কাই, নজগাবা সোণটিক,
হামিদা মাতৃৰ বুকুৰ
ধনটি, মৰমৰ ভাইটিক।

কিশোৰ সৈনিক সোণ
শুইছে, দুবৰিৰ দলিচা পাতি,
মোগল বিজয়ী বীৰ অসমীয়া,
সিযে লাচিতৰ নাতি,
পুৱাতে গৈছিল সাজি-কাছি
যুঁজিবলে, পূজিবলে জননীক।

সেউজী অসমীৰ লুইতৰ
পাৰত হ'ল কোৰবাণ,
ভাষা জননীৰ পূজাৰ
বেদীত দিলে প্ৰাণ বলিদান,
আমনি নিদিবা তাক, শুইছে
শোৱক, কিশোৰ সৈনিক।

(৭)
**শতৰু ভেটিবলে**

আৱেগৰ সোঁতত
আজি নেযাবা উটি,
তীক্ষ্ণ সন্ধানী কৰা
হেৰা চকুৰ দৃষ্টি।

থমকি নৰ'বা
হুৰা শুনি কোলাহল,
সাময়িক অনুভূতিত
নহ'বা বিহ্বল,
প্ৰাণতকৈও আপোন
এই দেশৰ মাটি।

অসমৰ অসমীয়া
সকলো সমান,
সকলোৰে মিলি
ৰাখা অসমীৰ মান,
বুকুৰ তেজ দি
ৰাখা শতৰু ভেটি।

(৮)
**ওঠৰশ ছাব্বিশ**

হেৰৌ অসমীয়া তই নহ'বি বিতত।
সমস্যাৰ সমাধান হ'ব যথা সময়ত।।
জ্বলিছে, জ্বলক জুই লুইতৰ পাৰত।।

ঘটনাৰ গুৰি কি, তই বুজি বাজি ল'।
উৰহী গছৰ ওৰ ক'ত তাকে চিনি ল'।।

নপতা ফুকন কতযে পাবত গজা।
গপতে গংগাটোপ হৈ আছে কতনা ৰজা।।

জানো, জানো, হেৰা আমি বহুতৰে কথা।
নকওঁ, নকওঁ, ক'লে ত'ত লাগিব লেঠা।।

ওঠৰশ ছাব্বিশ পৰেনে মনত।
ঘটনাৰো যে সূত্ৰপাত তাৰেই পিছত।।

(৯)

**যুঁজিম এবেলি এঘৰী**

মূলাৰে দেশৰে জীয়ৰী বোৱাৰী
তুলি ল'ম হেংদান হাতত,
লাগিলে যুঁজিম এবেলি এঘৰী
ৰণাংগন শৰাই ঘাটত।

বীৰ গদাধৰ স্বামীয়ে আমাৰ
আমি নাৰী সতী জেৰেঙাৰ,
ভুগিম যাতনা নিকাৰ, আমাৰ
মৰণৰ সতে অভিসাৰ,
মূলাৰে দেশৰে জীয়াৰী, বোৱাৰী
যুঁজিম জেৰেঙাৰ পথাৰত।

তাহানিৰ বদন আজিও আছে,
সিহঁতক ক্ষমতাহে লাগে,
ৰাইজৰ কথা নোসোধে নোপোছে,
পীৰা পাৰি বহে আগে ভাগে,
দেশতকৈ স্বাৰ্থ আগত,
আগভাগ লাগে সমাজত।

সিহঁতে নোৱাৰে ভুলাব আমাক,
মিঠা মাত চলাহী কথাৰে,
আমি ভেটিম দেশৰে শতৰুক,
আমাৰ কলিজাৰ তেজেৰে,
লাগিলে যুঁজিম এবেলি এঘৰী
ৰণাংগন শৰাই ঘাটত।

(১০)

**ওলোটাই ঘূৰে**

ওলোটাই ঘূৰে আজি ৰথৰ চকৰি,
কাণতকৈ হোলোঙা মাৰী
ওলাই আহে আজি বন্ধুৰাম কছাৰী।

ওলাই আহিছে আজি নদাই-ভদাই,
লগে লগে ৰূপাই পেহী, আঘোণী বাই,
হাতে হাতে দা-কুঠাৰ, ডবুৱা কটাৰী।

আওহেলা, অপমান, অবিচাৰ ভাৰ,
সোণাৰাম বৰাই বিচাৰে প্ৰতিকাৰ,
বন্দুকধাৰী, হেৰা, সাৱধান হিলৈদাৰী।

অসমৰ ৰণুৱাই ধৰে ৰণচালি,
হালোৱা, বনুৱাৰো হাত নহয় খালী,
ওলোটাই ঘূৰে আজি ৰথৰ চকৰি।

(১১)

**উঠ, জাগ আজি**

লুইতৰ পাৰৰে হেৰ'
অ' হোজা গাঁৱলীয়া,
বনগীত, বিহুগীতে
উখল, মাখল হিয়া।

পীৰালিত বহি তই
কিনো ভাবিছ-গুণিছ,
কিনো চাই হেৰ', ঐ
আকাশ পাতাল ভাবিছ,

জঁই পৰি, ক'লা পৰি
গ'ল কিয় তোৰ হিয়া।

নদন-বদন
তাহানিৰ তোৰ ঘৰখন,
লুইতৰ বলিয়া
বানে কৰিলে থানবান,
তাকে ভাবি মন
তোৰ ভাঙিলনে অসমীয়া?

সবল হাতেৰে
সাজি লুইতৰ মথাউৰি,
কপালৰ ঘামেৰে
জীয়াই মাণিকী-মধুৰি,
সজাই তোলা ঘৰ
তোৰ হেৰ' অ' অসমীয়া।

(১২)

**সেও হ'লে**

বুঢ়া লুইত জাগিছে
আজি বুকুত জ্বলিছে জুই,
বুঢ়া, মেঠা, অসমৰ
অসমীয়া নেথাকিবি শুই।

শগুণ, চিলনী, জাকে জাকে,
সৌৱা আহিছে উৰি,
লুইতৰ চাপৰি আৰু
দুয়োপাৰ পৰিছে জুৰি,
অসমী আইৰ কলিজাৰ
কেঁচা তেজ খাবলৈ বুলি।

সেও হ'লে হেনো, বোলে
পকা ধানে এৰি দিয়ে বাট,
হেৰ' অসমীয়া, পিছে
সেই কথা নেখাটে ইয়াত,
আজি সেও হ'লে সিহঁত
জঁপিয়াই উঠিব গাত,
কিমান দিন থাকিবি শুই
ঘৰত লাগিছে জুই।

(১৩)

**মই অসমৰ**

মই বড়ো, মই বৰা, মই
এই দেশৰ ল'ৰা,
সেউজী ৰূপ অসমীৰ
মই আপোন পাহৰা।

পনীয়া সোণৰ সোঁত বয়
অসমীৰ বুকুত,
কত আশা, কত ভাষা, কত
সপোন দুচকুত,
কোনে বোটলে সোৱণশিৰীৰ
সোণৰ চেকুৰা।

পাটকাই শিৰৰ ভূষণ,
আই মোৰ বিশ্ববন্দিতা,
মানাহে পখালে চৰণ
অসমী ধৰিত্ৰী দুহিতা,
সেউজী সপোন মাধুৰীৰে
মোৰ জীৱন জোৰা।

(১৪)

**ভেকুলীয়ে লাজ পায়**

লুইতৰ পাৰত
জ্বলা অশান্তি জুই

নুমাব পাৰিবা
জানো ক্ষমতা
খড়্গ দেখুৱাই,
অক্ষমতা অক্ষমণীয় অপৰাধ
লুকাব পাৰিবা জানো
তদন্ত শাস্তি ছটিয়াই।

শ্বহীদৰ তেজেৰে
ৰাঙলী হ'ল আজি
কলং, কপিলী,
লুইতৰ শুকুলা বুকু,
অসমীৰ বুকুত
জ্বলে চিতা জুই,
শোকত কাতৰা জননীৰ
ৰঙা হ'ল দুচকু,
মাতৃৰ বুকুত জ্বলা
পুত্ৰ শোক জুই,
নুমাব পাৰিবা জানো
কান্দি লোকক দেখুৱাই।

মানুহৰ ৰূপ ধৰি
হাটে-বাটে ঘূৰি ফুৰা,
দুঠেঙীয়া ঘঁৰিয়াল
দেখিলোঁ বহুত,
বিবেকহীনতা জুমুধিৰে
অগনি জ্বলোৱা
শিখণ্ডী নেতৃত্বৰ
বুজিলোঁ স্বৰূপ,
সেয়েহে আজি
তদন্তৰ কথা শুনি
নাদৰ ভেকুলীজনী
লাজতে মূছকঁছ যায়।

(১৫)

**অঘৈয়া হুল**

আলহী অতিথিৰে ভৰা
আজি বৰঘৰ মজিয়া,
সেউজী পথাৰখনি হ'ল
বিদেশীৰ চৰণীয়া।

লুইতৰ পাৰতো ফুলিছে
বিহ মেটেকাৰ ফুল,
কোনে কাহানি পুতিছিল,
এইবোৰ অঘৈয়া হুল,
এইবেলি উভালিবৰ হ'ল,
অ' হেৰ' অসমীয়া।

চুকতে থাকি বুকুতে খোৱা
শনাহী শতৰু দল,
আজি চিনিবৰ হ'ল
সিহঁতক বুজিবৰ হ'ল,
নহ'লে অসমীয়া ঘৰতে
আজি হ'বি ভগনীয়া।

জোৰ পুৰি হাতত লাগে জুই
তই কি আছ চাই?
হাত পুৰিলে কি হ'ব বাৰু,
নক'লেও বুজি পাই,
গোজেই গজালি হয়, শুন
হেৰ, শুন অসমীয়া।

(১৬)

**আছে জানো অধিকাৰ**

বানে মৰা ৰোৱা
নেতাৰ মুখৰ বাণী
শুনিলোঁ বহুত,
সেই আষাৰ কথাকে

কওঁ যদি জগৰ
লাগিব ত'ত।

অ' বোলো ৰাইজ
নকয়, নুশুনি জানো
থাকিব পাৰি ?
নাকৰ তলৰ ফটা মুখ
হাতেৰে জানো
ঢাকিব পাৰি ?
নেমাতি থাকে
যি সমজুৱা,
দোষে পাই
কিঞ্চিৎ, কিঞ্চিৎ।

সেয়েহে ৰাইজ এযাৰ
কথা কওঁ বুলি ভাবিছোঁ,
এ' দেশ অকল
ডা-ডাঙৰীয়াৰ
নেকি সুধিব খুজিছোঁ,
সজ কথা ক'লে
লাগে যদি পৰিব,
পৰিম জগৰত।

আছে, অ' বোলো ৰাইজ
হালোৱা, চহাৰো
অধিকাৰ আছে,
নিৰ্বাচন আহিলে
মত দিয়া সম
অধিকাৰ আছে,
অধিকাৰ নাই প্ৰতিবাদ কৰাৰ
নক'ব য'ত-ত'ত।

(১৭)

## এই জুই নুনুমায়

এই জুই নুনুমায়,
নোৱাৰে নুমাব,
এই জুই জ্বলিবই,
জ্বলিয়ে থাকিব,

এই সংগ্ৰাম চলিবই,
চলি থাকিব,
বিদেশী থাকে মানে
এ' সংগ্ৰাম চলিব।

এই সংগ্ৰাম জীয়াই
থকাৰ সংগ্ৰাম,
লাচিত, গদাপাণি
অসমীয়াৰ নাম,
লাগিলে কাটিব,
মোমাইকে কাটিব।

বদন, বিভীষণ জানো
আজিও আছে,
ভোটাই ডেকা, আঘোণা
কছাৰীও আছে,
দেশৰ হকে ডিঙি পাতি
মূৰ যাচে।

অসমৰ অসমীয়া
নহয় ভগনীয়া,
অসমৰ পথাৰো নহয়
বিদেশীৰ চৰণীয়া,
বিদেশী থাকেমানে
জুই জ্বলি থাকিব।

(১৮)

## প্ৰতিজ্ঞা অগ্নিশিখা

একুৰা জুই জ্বলিছিল
কঁহুৱা বননিত,
একুৰা অসমীৰ বুকুত ;
ষড়যন্ত্ৰ তপ্ত অগ্নিশিখা

জ্বলিছিল, উন্মত্ত
যাঠীৰ বুকুত।

একুৰা চিতা জুই জ্বলিছিল,
তাহানি অসমীৰ পলাশ বনত,
সেন্দুৰী মেঘৰ সেই
জুই জ্বলিছিল,
সন্ধিয়া অসম আকাশত ;
কোনে বাৰু কিয়
জ্বলাইছিল জুই, অশান্ত
বাসন্তৰৰ বুকুত।

এইবেলি অশান্ত ঊনাশীত
আকউ জ্বলিছে
এয়া অশান্তিৰ জুই,
লুইতপৰীয়া অসমীয়া
উঠিছে জাগি আৰু যে
নেথাকে শুই, দেশৰে
শতৰু নাশিব আজি, প্ৰতিজ্ঞা
অগ্নি শিখা জ্বলে দুচকুত।

(১৯)

**মাতৃ-পূজাৰ ফুল**

নাই, আজি মই
কন্দা নাই, মোৰ
চকুৰ লোটক সৰা
নাই, তাহানিৰে পৰা
কান্দি, কান্দি মোৰ
বুকুখনিও গৈছে শুকায়।

মৃত পুত্ৰৰ শোকত মই
কাহানিও আৰু নহওঁ আকুল,
জ্বলিছে, জ্বলক চিতা
জুই, জেৰেঙাৰ
সতী নহয় ব্যাকুল,
মই কন্দা দেখিলে
বদন, বিভীষণ
শত্ৰুৱে পাব লাই।

গদাৰ লগৰীয়া,
লাচিতৰ নাতি সি
মৰণ বিজয়ী বীৰ,
ভৱানীপুৰ, শৰাইঘাটত
যুঁজিলে সি, যাচিলে তাৰ
শিৰ, এপাহি ফুল,
সি পৱিত্ৰ হ'ল, মাতৃ-পূজাৰ
শান্তি পানী পায়।

(২০)

**কাউৰীয়ে ৰমলিয়ায়**

এজাক কাউৰীয়ে চোতালত
ৰমলিওৱা শুনি,
নিচেই পুৱাতে আই তোৰ
আজি ভাঙিলে টোপনি।

নিশা আহি গছৰ
ডালত আছিল ৰমলিয়াই,
চোতাল পাইছেহি,
মূৰৰ চুলি নিব থপিয়াই,
বগা ভাত বিচাৰি খোঁচৰে
বাৰীৰ চুৱা পাতনি।

আই তোৰ ভয় নাই,
টাঙোনলৈ আহিছোঁ ওলাই,
ডেউকা ভাঙি, খোৰা কৰি,
কাউৰী দিম উৰুৱাই;
টোপনি ভাঙিবলৈ আৰু
নোৱাৰে আহিব কাহানি।

(২১)

**অগ্নিস্নান**

অসমৰ অসমীয়াক
কোনে কৰে অপমান,
লুইতপৰীয়া অসমীয়াই
কৰে অগ্নিস্নান।

লুইতৰ দুয়োপাৰে
বাস কৰা অসমীয়া,
ঘৰতে আলহী হয়,
হ'ল আজি ভগনীয়া,
বিক্ষুব্ধ মন অসমীয়াই
নসহে অপমান।

নিজ দেশক ভাল
পাই জগৰীয়া কিয় হ'ব?
নেজানি, নুবুজি অসমীয়াক
দুষিলে নহ'ব,
অসমৰ অসমীয়াই
আজি কৰে অগ্নিস্নান।

(২২)

**বৈধ নে অবৈধ**

বেঁতাৰত আহিল
বাতৰি নিৰ্বাচন পতাৰ,
নাম তালিকা বৈধ
নে অবৈধ নকৰি বিচাৰ।

নামত ৰাইজে ৰজা,
কামত অধিকাৰ নাই,
ৰজাৰ মতে মত,
ক'লে নতুন আইন চাই,
জাননী দিলে বৈধ
নে অবৈধ নকৰি বিচাৰ।

নিৰ্বাচনী বতৰৰ
নজনা নুশুনা খবৰ,
ৰজাৰ মতে হেনো
দেশতকৈ মোমাই ডাঙৰ,
নামতালিকা বৈধ
নে অবৈধ নকৰে বিচাৰ।

(২৩)

**ছিন্নমস্তা হ'ল**

মাতৃ-পূজাৰ ফুল শ্বহীদৰ
তেজেৰে ৰঙা হ'ল,
ৰঙা হ'ল পুবাৰ আকাশ
লুইত থমকি ৰ'ল।

চমকি, থমকি ৰোৱা,
চোৱা কি হেৰা, শান্তনু পুত্ৰ,
দুয়োপাৰে জ্বলে চিতা,
মৃত কত অসমীৰ পুত্ৰ;
চোৱা কত আহিছে
ওলাই আৰু কত সাজু হ'ল।

কলং, কপিলী, মানাহ
কতযে নদী-উপনদী,
মণিৰাম, পিয়লী, লাচিত
গদাৰ মাতৃ অসমী,
কামৰূপা, অজেয়া, অভয়া
আজি ছিন্নমস্তা হ'ল।

(২৪)

**সংগ্ৰামৰ সেতু**

আই অসমীৰ শতৰু
বিদেশী বিতাড়ন হেতু,
আজি জাতি, উপজাতি
মিলি ৰচে সংগ্ৰামৰ সেতু।

বিদ্বেষ, বিভেদৰ
বা-মাৰলীত বিভ্ৰান্ত জনতা,
জাতীয় চেতনাৰ সোঁতত
মিলি গঢ়িছে একতা,
আই অসমীৰ শতৰু
বিদেশী বিতাড়ন হেতু।

উদাৰ লুইত নহয়
হেৰা, শক্তিহীন দুৰ্বল,
লুইতপৰীয়া অসমীয়াই
জানে যুঁজৰ কৌশল,
সাজিছে যুঁজিবলৈ
বিদেশী শত্ৰু বিতাড়ন হেতু।

কৈলাশনাথ শৰ্মা (চিলাৰীৰ

# বুকুৰ তেজেৰে

প্ৰকাশ কাল : ১৫ মে', ১৯৮০

"বুকুৰ তেজেৰে" উৎসৰ্গিত হৈছিল—

"শ্বাপদ বাহিনীৰ কামনাৰ বলি উত্তৰ কামৰূপৰ
নিৰ্যাতিত আই, বাই, ভনীহঁতৰ
বেদনাৰ স্মৃতিত উছৰ্গা
কৰা হ'ল।"

পিনাকী

## সংকলনটিৰ ভূমিকাত গীতিকাৰে লেখিছিল—

'বুকুৰ তেজেৰে' সাম্প্ৰতিক আন্দোলনৰ পটভূমিত ৰচিত কেইটিমান গীতি-কবিতাৰ সংকলন। এই আন্দোলনৰ ঘটনাৰ ধাৰাবাহিকতা ৰক্ষা কৰি ৰচিত এই গীতি-কবিতাৰ পুথিখনি প্ৰকাশ কৰা হ'ল। 'শ্বহীদৰ তেজেৰে'ৰ পিছত আন্দোলনৰ পটভূমিত ৰচিত এইখন মোৰ দ্বিতীয় পুথি।

উত্তৰ কামৰূপৰ ঘটনাৰে পাতনি মেলি সংকল্পৰ শিখা শদিয়াৰ পৰা গুৱাহাটী পোৱাত সামৰণি মৰা হৈছে। এই সময়ছোৱাৰ ভিতৰত এই আন্দোলন সম্পৰ্কত বিভিন্ন ৰাজনৈতিক নেতাৰ উক্তি আৰু বিভিন্ন সময়ত সংঘটিত ঘটনাই মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে তাৰেই প্ৰকাশ ঘটিছে ইয়াত।

ই কবি মানসৰ অলীক কল্পনা নহয়; বাস্তৱতাৰ কঠোৰ প্ৰকাশ। অসম মোৰ মাতৃ। ইয়াৰ প্ৰতি ধূলিকণা মোৰ মানত স্বৰ্গৰ ধূলিতকৈও পৱিত্ৰ। বিদেশী বিজাতিৰ ভৰিৰ খোজ পৰি ই অপৱিত্ৰ হোৱাটো মই বাঞ্ছা নকৰোঁ। কোনো অসমীয়াই বাঞ্ছা নকৰে। সেয়ে বুকুৰ তেজ দি হ'লেও ইয়াৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ প্ৰতিজন অসমীয়া আজি সংকল্পবদ্ধ। মৃত্যু ভয়হীন দুৰ্জয় এই সংকল্প।

মোৰ এই প্ৰচেষ্টা সেই দুৰ্জয় সংকল্পৰ ক্ষুদ্ৰ প্ৰকাশ মাথোন। দুৰ্যোগৰ ক'লীয়া ডাৱৰ এদিন আঁতৰি পলাব, অসম আকাশ হেঙুলি উষাৰ পোহৰে উজলাই তুলিব। আমাৰ সংকল্পই বাস্তৱ ৰূপ পোৱাৰ আশাৰে—

**'জয় আই অসম'**

**পিনাকী**

# বুকুৰ তেজেৰে

(১)

**শ্বাপদ বাহিনী**

এয়া লখাইতৰাৰ
পাৰৰ কাহিনী,
নাৰী মাংস লোলুপ
ৰক্ষক ভক্ষকৰ
মনুষ্যত্বহীন কাপুৰুষ
জোৱানৰ নাৰী নিৰ্যাতনৰ
কাহিনী এয়া নয়নতৰাৰ
লাজৰ কাহিনী।

নিশাৰ এন্ধাৰ ভেদি
শুনো ক্ৰন্দন ধ্বনি
কৃষক পত্নীৰ, অসমীৰ জীয়ৰী,
বোৱাৰী লাঞ্ছিতা
কত শত ৰমণীৰ,
উন্মত্ত জোৱানৰ দল
শ্বাপদ বাহিনী, এয়া
পাগলাদিয়াৰ পাৰৰ কাহিনী।

এয়া বাহিনী নহয়
অতন্দ্ৰ প্ৰহৰী সীমান্তৰ
সংযত বীৰ্য আৰু চিৰ
জাগ্ৰত সৎ জোৱানৰ,
ই চাম কামান্ধ কাপুৰুষ
শ্বাপদ বাহিনী,
ই নাৰী নিৰ্যাতনৰ
কৰুণ কাহিনী।

আজি নিৰাপদ নহয়
নাগৰিক জীৱন
আজি পদে পদে লাঞ্ছনা
চলে নাৰী নিৰ্যাতন,
এই অত্যাচাৰৰ প্ৰতিকাৰ
কৰিবলৈ শত সহস্ৰ বিক্ষুব্ধ
জনতা জাগে লুইতৰ
দুয়োপাৰে ক্ৰুদ্ধ জনগণ
বিচাৰিছে আত্মৰক্ষী
এটি সজাগ বাহিনী।

(২)

## অসমীয়া নহয় দুৰলীয়া

বিশ্বই জানে অসমীয়া
নাছিল কাৰো দুৰলীয়া,
ওঠৰশ ছাব্বিশৰ
হীন ষড়যন্ত্ৰ, অসমীয়াক
বহতীয়া কৰাৰ মন্ত্ৰ
এশ চৌৱন্ন বছৰীয়া।

তাহানি ৰাজপুত সেনাপতি
ৰামৰ শোচনীয় পৰাজয়,
শৰাইঘাট ৰণাংগন
অসমীয়াৰ বিজয় গৌৰৱময়,
লুইতপৰীয়া নহয়
জানা কাৰো দুৰলীয়া
পাহৰিছে যদি কোনোবাই
হেৰা সোঁৱৰাই দিয়া।

আজি সংগ্ৰামী অসমীয়া
জাগিছে আহিছে ওলাই,
স্বাধিকাৰ প্ৰতিষ্ঠাৰ
মুক্তিৰ পতাকা উৰুৱাই
লাচিত, মণিৰাম,
পিয়লীৰ উত্তৰাধিকাৰী
অসমীয়া হেংদানধাৰী
বিশ্বই চিনি পায়,
লুইতপৰীয়া নাছিল,
নহয় কাৰো দুৰলীয়া।

এইবেলি অসমীয়াৰ
এই পণ জীৱন পণ,
স্বাধিকাৰ প্ৰতিষ্ঠাৰ
এইখন হ'ব শেষ ৰণ,
নহ'লে বিশ্বৰ বুকুত হেৰাই
যাবা হেৰা অসমীয়া
এইবেলি হাৰিলে
চিৰদিনলৈ হ'বা দুৰলীয়া।

(৩)

## মেজিতলী ৰণথলী

মাঘৰ ভোগালী কোনে পাতে,
কোনে খায় উৰুকাৰ ভোজ,
মনৰ পথাৰ জুৰি চিপাহী,
চক্ৰী, বিদেশীৰ খোজ।

মেজিতলী আজি হ'ল ৰণথলী
কোনে সাজে মেজি তাত,
মেজি নাই, সন্ধ্যাৰ নিৰোধ
আইনে হৰে মুখৰে মাত,
মেজিতলীত সৌবোৰ শিয়াল
বিদেশী শিয়ালৰ খোজ।

এইবেলি মেজি নেসাজিলে
হ'ব, জুই নজ্বলালে হ'ব,
এবেলি ফিৰিঙতি হৈ
আকাশত জুই জ্বলাব লাগিব,
বুকুৰ তেজেৰে ধুই মচিব
লাগিব বিদেশীৰ খোজ।

(৪)

## অগ্নি সন্তান

জাতীয় চেতনাৰ প্ৰহৰী
অসম কেশৰী,
অসমীয়াক জগাবলৈ
নাই অম্বিকাগিৰী।

লুইতৰ পাৰত আজি
জ্বলিছে অগনি,

লাখুটি জোকাৰি কোনে
শুনাব সতৰ্কবাণী,
অসমীৰ অগ্নি সন্তান
নাই অম্বিকাগিৰী।

ধোদৰ পচলা অসমীয়াক
আজি জগাব কোনে,
ভাষা কৃষ্টিৰ কথাকৈ
সোঁৱৰাই দিব কোনে,
দেশ গ'ল বুলি ক'বলৈ
নাই অম্বিকাগিৰী।

(৫)

## অনুভূতিৰ অনুকম্পা

কোন কিমান আগ্ৰহী
আমাক কিয়নো লাগিছে,
অনুভূতি, অনুকম্পা- কম্পন
কোনে বিচাৰিছে;
অনুকম্পাৰ কম্পন
কিমান কিহেৰে জুখিবা,
আগ্ৰহৰ আতিশয্য
জানো সহিব পাৰিবা,
(নীতিহীন নেতাৰ ভণ্ডামি
জানো বুজিব পাৰিবা)
এই অনুভূতি, অনুকম্পা
কোনেনো বিচাৰিছে।

অনুভূতি, অনুকম্পা
আমাক একো নেলাগে,
স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ
অধিকাৰহে লাগে,
ঘৰে ঘৰে গাঁৱে গাঁৱে
আজি অসমীয়া জাগিছে।

(৬)

## পাহাৰী জুৰিটি

গেৰুৱা বসন পিন্ধা
পাহাৰী জুৰিটি,
বৈ আহি সাৰুৱা কৰে
ভৈয়ামৰ মাটি,
বৰুৱা, বৰাহঁতে তাতে
কৰে শালি খেতি।

ভৈয়ামৰ গদাপাণি
ডালিমী নাগিনীৰে,
মধুৰ মিলন কাহিনী
দৰদী হিয়াৰে
ৰচিলে লক্ষ্মীনাথে
নহয় কল্পনা সিটি।

দিন বাগৰি যায়,
ইতিহাসে কথা কয়,
পাহাৰ ভৈয়াম মিলি
ৰচে প্ৰীতি মধুময়,
যুগমীয়া ঢৌ তুলি
বয় পাহাৰী জুৰিতি।

(৭)

## সেতু যুগমীয়া

আমি দুই ককাই-ভাই
মই থাকোঁ ভৈয়ামত,
তুমি থাকা পাহাৰত
সেউজী বননি মাজত।

কোন বৰ কোন সৰু
সেই কথা কিয় বাৰু,

চেনেহ বননিত গজে
প্ৰীতিৰ দেৱদাৰু;
আমি ককাই-ভাই,
জিৰাও শীতল ছায়াত।

ভাগুৰ বৰুৱা, তিৰথ
সিং আমাৰ গৌৰৱ,
ৰাণী গাইডলুয়ে
বিলায় প্ৰীতিৰ সৌৰভ,
প্ৰীতি যুগমীয়া সেতু
ৰচো আমাৰ মাজত।

(৮)

## আই মোৰ অসমী

সৰগতকৈও শুৱনি
আই মোৰ অসমী,
চিৰ চেনেহী, তোৰ
মান, নাইযে মৰমী।

তাহানি সেনাপতি লাচিতে
মোমাইকে কাটিলে
শতৰু নাশিলে আই
তোৰ মানযে ৰাখিলে,
প্ৰাণতকৈও আপোন
আই, তই মৰমী।

বলাম বলিয়া হাতী,
আমি লাচিতৰ নাতি,
তোৰ মান ৰাখিবলৈ
আমি যাম বুকু পাতি,
চেনেহী জননী মৰমী
আই মোৰ অসমী।

(৯)

## লক্ষ্য, জননীৰ মান

লাচিতৰ স্মৃতি সজাগ
অসমীয়াৰ মন
আজিৰ অসমীয়াই যুঁজে
স্বাধীনতা ৰণ।

দশসপ্ত বাৰ তাহানি
মোগল আক্ৰমণ
কিন্তু ব্যৰ্থ প্ৰতিবাৰ,
লৌহিত্যৰ পাৰৰে
শৰাইঘাট ৰণাংগন
জাগ্ৰত স্মৃতি আমাৰ,
লাচিতৰ স্মৃতি সজাগ
অসমীয়াৰ মন।

সংহত এই সংগ্ৰাম
আজিৰ অসমীয়াৰ,
স্বকীয় বৈশিষ্ট্য আৰু
নিজ অস্তিত্ব ৰক্ষাৰ,
জীৱন মৰণ পণ
আজি এই সন্ধিক্ষণ।

নীতিহীন ৰাজনীতি
শকুনিৰ পাশাখেল,
ভুচুংপন্থ নেতাসকলে
সাজে কলৰ ভেল,
বদন বিভীষণ দ্ৰোহীয়া
আছে কত জন।

দশসপ্ত বাৰ তাহানি
মোগল আক্ৰমণ
তিনিবাৰ আহিছিল মান,
এ' বেলি এ' ৰণ অষ্টাদশ

স্বাধীনতা ৰণ লক্ষ্য
মাথোঁ জননীৰ মান
মৰণ পণ আজি
অসমীয়াৰ দৃঢ় পণ।

(১০)

**ধনৰ সলনি মান**

লোকৰ অভিমত দিনে
লোকচান ৰূপযে তিনিকোটি,
অসমৰ ৰাইজৰ মত
বিনিময়ত নিদিয়ে কৃষ্টি।

'ধনৰ সলনি মান'
সমস্যাৰ হয় উজু সমাধান,
পিছে অবুজ অসমীয়াৰ
বুজিবলৈ নাই সেই জ্ঞান,
ধনৰ সলনি নিদিয়ে
সন্মান, নিদিয়ে আপোন কৃষ্টি।

আঁভুৱা-ভাঁৰা বহুতো
চৰ্তৰ শুনালোঁ এটি চৰ্ত মাত্ৰ,
পিছে অসমৰ ৰাইজ
নহয়যে অৰ্থনীতিৰ ছাত্ৰ
ধনৰ সলনি নিদিয়ে
সন্মান, নিদিয়ে আপোন কৃষ্টি।

(১১)

**মৰণকে বৰিম**

আই, মই বৰিম
মৰণকে বৰিম,
তোৰে শতৰু অজীণ
পাতকী বধিম।

শনাহী যে শতৰুৰ
শঠা মিতিৰালি
মই বুজিছোঁ আজি,
বঙালী এৰাৰ গোজে
মেলিছে গজালি
মই চিনিছোঁ আজি,
আই, মই পুলিয়ে
পোখাই উভালিম।

লুইতৰ চাপৰিত
শগুণ চিলনী
বৰভোজ খাই,
তোৰযে সন্তান
ঘৰতে আলহী
নেথাকোঁযে চাই,
শতৰু বধিম,
আই মৃত্যুকে বৰিম।

(১২)

**সতীৰ বলেৰে**

তাহানি জয়াই দেশৰ
কাৰণে জীয়াতু ভুগিলে
আই, চকুৰ লোতক সৰে
সেই কথা সুঁৱৰিলে।

দেশৰে জীয়ৰী বোৱাৰী
দেশক নেযাওঁ পাহৰি,
সতীৰ বলেৰে বলীয়ান
সবে যাম আগবাঢ়ি,
বৰিম মৰণ ভুগিম
জীয়াতু আমিও লাগিলে।

ভেটিম দেশৰে শতৰু
আমি কৰিলোঁ অংগীকাৰ,

আমাৰ শকতি কিমান
দেখুৱাম আকৌ এবাৰ,
বৰিম মৰণ, নেথাকোঁ
জীয়াই অসম মৰিলে।

(১৩)

## মুখৰ ভাষাটি

চিৰ চেনেহী মুখৰে ঐ
ভাষাটি হেৰুৱালে বাৰু
নিজৰ বুলিবলৈ তোৰ
হেৰ থাকিবনো কি আৰু।

দেশৰ মাটিত খোপনি
এৰিলে সকলো হেৰাব,
নিজৰ ভাষাটি এৰিব
লাগিলে জগতে হাঁহিব
নিজকে চিনাকি দিবলৈ
একোযে নেথাকিব আৰু।

বাপতি-সাহোন তোৰে
ঐ মুখৰে ভাষাটি নিদিবি
প্ৰাণ থাকে মানে দেশৰ
মাটিত খোপনি নেৰিবি
সুৰীয়া মাতটি, মুখৰে
ঐ ভাষাটি নেৰিবি আৰু।

(১৪)

## দিবলৈ আছেনে বাকী

কিছু দিয়া, কিছু লোৱা
কি দিম বাৰু আমি,
দিবলৈ আমাৰ কিবা
আছেনে আৰু বাকী?

গলপতা, সাতসৰী
আমি আগতে দিলোঁ,
কি দিলোঁ কি থাকিল
আৰু ভাবি যে নেচালোঁ,
এতিয়া দিবলৈ কিবা
আছেনে আৰু বাকী?

কৃষ্টিৰ দেউল বৰপেৰা
উদং যে হ'ল
বোলো কৃষ্টিৰ কঠীয়াও
মৰহি যে গ'ল
দিবলৈ বাৰু আমাৰ
আছে আৰু কি বাকী?

(১৫)

## বুকুৰ তেজেৰে

'তেজ দিম, তেল নিদিওঁ'
লিখিলে দুলালে, তাকে দেখি
শনাহী শতৰু বদন, বিভীষণ
সকলোযে পলালে।

ৰাজপথ ৰাঙলী
কৰি প্ৰতিজ্ঞা কৰিলে
শৰাইঘাট ৰঙাই
তেজেৰে অসমীয়াই
অসম সাহসেৰে
দুৰ্ভেদ্য দুৰ্গযে সাজিলে।

দমন দলন সকলো
বিফলেযে গ'ল,
'জয় আই অসম' ধ্বনিৰে
আকাশ মুখৰিত হ'ল।

নেগুৰকটা শিয়ালৰ
দল কেনিবা পলালে
আই তোৰ সন্তানে বুকুৰ
তেজেৰে ইতিহাস ৰচিলে।

(১৬)

## সংকল্প শিখা

আই তোৰ সন্তানে বুকুৰ
তেজেৰে আজি জ্বলাইছে শিখা,
চিক্‌মিক্ নহয়যে বিজুলী
আই, ইযে দৃঢ় সংকল্প লিখা।

আই ঐ তই নেকান্দিবি, আৰু
যে নেলাগে মচিব চকুলো,
ৰঙা কৰবীৰে ভৰাই
পূজাৰ শৰাই আহিছোঁ সকলো,
আমাৰ বুকুৰ তেজেৰে
গধূলি জ্বলাম আৰতিৰে শিখা।

মাতৃপ্ৰাণ তোৰযে সন্তান
লুইতপৰীয়া জাগিছে আজি,
লাচিতৰ পো-নাতি আহিছে
ওলাই ৰণুৱা সাজেৰে সাজি,
আই তোক পূজিবলৈ হাতে
হাতে লৈ সংকল্পৰ বহ্নি শিখা।

(১৭)

## প্ৰীতিৰ পতাকা

বৰনৈ লুইতৰ পাৰত সজা
বৰঘৰ কৃষ্টিৰ দেউলটি,
বিভেদৰ প্ৰাচীৰ গঢ়ি নোৱাৰে
ভাঙিব হেৰা আমাৰ সম্প্ৰীতি।

আমি লুইতপৰীয়া উদাৰ হিয়া
চেনেহ প্ৰীতি যাউতিযুগীয়া,
নানা জাতি, উপজাতি মিলি গঢ়োঁ
বহুণীয়া কৃষ্টি উমৈহতীয়া,
হিংসাৰ অগনি জ্বলাই নোৱাৰে
কৰিব হেৰা বিভেদৰ সৃষ্টি।

শান্তিৰ প্ৰতীক প্ৰীতিৰ শুকুলা
পতাকা সৌৱা উৰে ঘৰে ঘৰে,
শান্তি সমদল, আজি নামে
প্ৰীতিৰ ধল লুইতৰ পাৰে পাৰে,
সবে মিলি ৰচিম আমি
অসমীয়া জাতি, কৃষ্টিৰ দেউলটি।

(১৮)

## শান্তিৰ ৰণশিঙা

মৈত্ৰীৰ পাল তুলি
আমি উটুৱাওঁ
আমাৰেনো হিয়াৰে ডিঙা,
লুইতৰ পাৰ আকাশ
কঁপাই বাজে
আজি শান্তি ৰণশিঙা।

মৈত্ৰী বৰ্ম পৰিধান
হাতে হাতে
শান্তি টঙালি,
হাতত সম্প্ৰীতিৰ ঢাল,
অহিংস হেজাৰজন
জাগে জনগণ,
দবা, কাঁহ বাজে তাল,
শান্তি সেনানী
অসমৰ ৰণুৱা, বজায়
ম'হ সিং শান্তিশিঙা।

সমন্বয়ৰ যোগসূত্ৰ, সুৰ
সমলয়, শান্তিশিঙা ধ্বনি
তাকে শুনি পলায়
লৰৰি কণুৱাৰ
জাক যতনা চিলনী
মৈত্ৰীৰ পাল তুলি
আমি উটুৱাওঁ আমাৰেনো
হিয়াৰে ডিঙা।

কৈলাশনাথ শৰ্মা (পিনাকী)ৰ

# আইৰ চকুলোৰে

প্ৰকাশ কাল : ১ অক্টোবৰ, ১৯৮৪

গীতিকাৰে "আইৰ চকুলোৰে" অৰ্পণ কৰিছিল—

"অসমৰ ঐতিহ্য-সংস্কৃতিপ্ৰেমী আৰু
ভৱিষ্যৎ উন্নতিকামীসকলৰ হাতত"

পিনাকী

# আইৰ চকুলোৰে

## (১)
### ময়ে মণিৰাম

জয়া যেন জীয়ৰী, মূলা যেন বোৱাৰী
ক'তেনো এৰিলি, আই ক'তেনো হেৰুৱালি
তোৰ পুত্ৰ লাচিত মণিৰাম পিয়লী।

মদন ৰাউতা, মুকুন্দ কাকতি
আজি আৰু নাই,
আই ভোগেশ্বৰী, কনক কুশল
বাহাদুৰ গাঁওবুঢ়াও যে নাই,
ভায়ে ভায়ে দন্-খৰিয়াল
দেখোন মাথোন খিয়লা-খিয়লী।

আই তোৰ এনুৱা বিলৈ কিয়নো হ'ল,
ঢাপৰ জেওৰা বেৰকোনেনো ভাঙিলে,
আই তোৰ দেশতে মানুহ নাইকিয়া,
বদন, বিভীষণে শতৰু শালিলে,
বৰঘৰ মজিয়াত ফেঁটী সাপ মেলিলে,
তোৰ মান ৰাখিবলৈ আহিছোঁ ওলাই,
মই মণিৰাম, ময়ে পিয়লী।

## (২)
### আশাৰ ৰ'দালি

আই মোৰ সুৱদি সুৰীয়া,
আই মোৰ হিয়া জুৰণীয়া।

আই মোৰ সোণালী ধাননি,
আই মোৰ সেউজী ঘাঁহনি,
ফলে-ফুলে মন মোহনীয়া।

আই মোৰ আশাৰ ৰ'দালি,
আই মোৰ মাঘৰ ভোগালী,
ব'হাগী বা এছাটি মলয়া,
ৰূপহী আই মোৰ ধুনীয়া।

## (৩)
### ধ্ৰুৱ তুমি

কিশোৰ ছৱাল যদিও
তুমি নোহোৱা চপল,
বহুতৰ দৰে দেশপ্ৰেম
তোমাৰ নহয় নকল।

ধিঙত মাৰিলা ৰিং
অসমে শুনিলে,
গোনা ম'হে খুঁচিলে
জগতে জানিলে,
কলঙৰ বুকুত নামিল
তেজৰে ধল।

'ধ্ৰুৱ' তুমি, লক্ষ্য
তোমাৰ স্থিৰ,
মাতৃ পূজাৰ বলি
যাচিলা শিৰ
স্থিৰ জ্যোতিৰে হ'লা
চিৰ উজ্জ্বল।

(৪)

**দানৱী**

কেঁচাই খাইতী গোসাঁনীৰ
কথা জানো শুনিছা?
জাগ্ৰতা গোসাঁনীজনাক
তুমি জানো দেখিছা?

শদিয়াৰ গোসাঁনী শিলৰ গোসাঁনী,
এইজনা গোসাঁনী জীয়া গোসাঁনী,
কালিকা লগা, মানৱী
নে দানৱী তুমি জানো চিনিছা?

চিনিলে নহ'ব, দেখিলে
নহ'ব, বলি বিধান লাগিব,
নৰমাংস কলিজাৰ তেজেৰে
গোসাঁনী পূজিব লাগিব,
শিলৰ গোসাঁনী আজি
দানৱী সাজিছে, বুজিছা।

(৫)

**উপমাবিহীনা**

শ্বহীদ জননী উপমা
তুলনা বিহীনা
তুমি আই, তোমাক
বুজাম কেনেকৈ
আমাৰ ভাষাযে
নাই আই।

নতশিৰ শ্ৰদ্ধাৰে সন্মান জনাওঁ
তোমাকহে আই,
শ্বহীদৰ দাম দিবলৈ আই
আমাৰ একোযে নাই।

এটুপি চকুলো সান্ত্বনা বাণীৰ
কোনো দামযে নাই
[কি দাম আছে আই।]
চকুলো দেখিলে
সিহঁতে হাঁহিব
বদনে পাব লাই।

(৬)

**মোৰ আই**

দুগ্ধৱতী মোৰ আইৰ
বুকুৰ অমৃত কৰি পান
ধন্য হ'ল, কত
শতজন মৃতপ্ৰায় প্ৰাণ।

ফলৱতী বৃক্ষৰ ডালত
জিৰণীয়া কত পখী,
সুবদি সুৰীয়া গীত, মাত
বাৰে বৰণীয়া পাখি,
স্নেহময়ী আইৰ
আদৰৰ আলসুৱা সন্তান।

পুত্ৰৱতী আইৰ গৰ্ভত
কতজন জনমিলে,
আৰু কত শতজন আয়ে
বুকুলৈ চপাই ল'লে,
শস্যৱতী আই মোৰ
ফলে মাণিকী-মধুৰি ধান।

(৭)

## আই তই গোসাঁনী

জয়াৰ জননী আই অ' আই
মোৰ, তই সেউজী শুৱনি,
ত্যাগৰ মহিমা তোৰ
বয় জগত বিয়পি
আই মোৰ চেনেহী কামাখ্যা
গোসাঁনী শকতি ৰূপিণী।

আই তই মোৰ জাগ্ৰতা গোসাঁনী
মানাহে পখালে চৰণ দুখনি
আই তই লখিমী ৰূপা আই তই
সোণালী ধানৰে থোক
ল'বি মোৰ ভকতি প্ৰণতি
লাচিত মূলাৰো জননী
অপৰূপ সাজেৰে সজাই তোক
আই কৰিম জগত শুৱনি।

(৮)

## ঘৰতে আলহী

আই অ' আই;
জুইৰ তাপ নাই,
এইবেলি মেজীৰ
পোহৰ নাই।

আই অ' আই
তই জানো দেখা
নাই, কোনো ওলাই
অহা নাই।

দহি দহি ক'লা পৰা
অঙঠাৰ তাপ নাই
মেজীতলিত যোৰ
হিলৈ ফুটা নাই,
ম'হ যুঁজ, কণী
যুঁজ পতা নাই।

ভোগালীৰ ভোগ
কোনেনো হৰিলে
আই তোৰ মেটমৰা
ভঁৰাল কোনে
লুটি-পুতি নিলে
ভোগালীক কঙালী
কৰিলে, ঘৰতে
আলহী হোৱা
আই তোৰ সন্তানে
কান্দে ইনাই-বিনাই।

(৯)

## তোৰেই সন্তান

আই মই তোৰেই সন্তান,
আই মই তোৰেই সন্তান,
সাধনাৰ মন্ত্ৰেৰে দীক্ষিত মই
নিতে কৰোঁ অগ্নিস্নান।

মন্ত্ৰঃপুত মোৰ এই জীৱন,
বৃহন্নলাৰূপী ময়ে
মধ্যম পাণ্ডৱ, কৃষ্টিৰূপী
কৃষ্ণ মোৰেই বান্ধৱ,
পলকতে কৰোঁ জয়
কুৰুক্ষেত্ৰ মহাৰণ

বীৰ্যবাণ, শৌৰ্যবাণ
আই মই তোৰেই সন্তান।

(১০)
**গংগাৰ পাৰৰে**

গংগাৰ পাৰৰে সৌবোৰ
বুঢ়া মানুহ মৰিবলৈ ভয় পায়।

মন্ত্রিত্ব যুঁজৰ জুইশালৰ
নুমোৱা ফুট্‌ছাই চাই
পৰীয়াইঁতো যদি কাষতে থিয় হৈ
ভয়তে থৰ লাগি ৰয়,
বুঢ়া সবে মিলি
হাত মোহাৰি মোহাৰি
তেলেৰে চৰণ দিবযে ধুৱাই।

তাহানি ভিনীহিয়ে এৰি থৈ যোৱাৰে
পৰা বাই ঐ মোৰ,
পদমৰ্যাদাৰ ভোগ [বাসনা] বিলাসৰ
ঘটিছে উন্নতি তোৰ।

কোনোবা দুৰ্মুখ মুৰ্খৰ নসহিলেও
একোকে নকয় বুঢ়াই,
আজি বুঢ়াইঁতে চৰণ চুই কৈছে
মোহাৰ ফেচ্‌কুৰি অ' মোৰে বাই।

[ৰূপকোঁৱৰৰ প্ৰতি ক্ষমা প্ৰাৰ্থনাৰে]

(১১)
**কাণ কটাযে মই**

আই নেজান নে তই,
ডলাৰ বগৰী যে মই,
শুকান বগৰীৰ
দৰে বাগৰি বাগৰি
পদবীৰ লোভত
পৰি, সুৰুঙা বিচাৰি,
গংগা, যমুনাৰ পাৰে পাৰে
ফুৰো লৰৰি-ঢাপৰি।

ঘূৰিলোঁ কতনা,
উপলুঙা সহিলোঁ
কতনা, ভুগিলোঁ
যাতনা, তথাপি ভাগৰি
পৰা নাই, বাগৰি
ফুৰিছোঁ মই।

আই মিছাতে
কান্দিছ তই,
ভয় নকৰিবি আই
বেজীৰ কাণেৰে
সৰকি আহিম আই,
কাণকটাযে মই।

(১২)
**আশীৰ্বাদ কৰ**

আই তই মোক আজি
নকৰিবি তিৰস্কাৰ
মই কৰিব খোজা নাই
বিদেশী বহিষ্কাৰ।

মই মাথোঁ বিচাৰিছোঁ
বিদেশীৰ ভোট
আৰু মন্ত্রিত্বৰ আসন
তাৰ বাবে নীৰৱে
গুণিছোঁ দিন ক্ষণ।

জগতে জানে মোক
বিদেশীৰ চৰণ সেৱক

বিভীষণ বুলি,
ঘৰবৈৰী বুলি মোক
আই তই নেপাৰিবি গালি।

গোজেই গজালি হয়
তই জানো নেজান আই,
উৰি আহি জুৰি বহি
কতজনে ৰাজপাট খাই।

মই কৰিছোঁ সন্ধান
মাথোন সেই সুযোগৰ
আশীৰ্বাদ কৰ আই
আশীৰ্বাদ কৰ
নকৰিবি তিৰস্কাৰ।

(১৩)

## গেন্ধেলা বৰুৱাৰ পুত্ৰ

গেন্ধেলা বৰুৱাৰ পুত্ৰ মই
নহও মণিৰাম পিয়লী,
লোকে কয় মই হেনো এক
ধূৰ্ত টেটোন তামুলী।

তামুলী হ'লেও
মই নলওঁ হাঁচটি
ভেমত ওফন্দি থাকোঁ
কঁকাল ঘূৰাই নাচোঁ
লোকৰ মূৰত কঁঠাল ভাঙি
মাছে ভাতে খাই আছোঁ,
শূল চাঁচো মই,
ফুৰোঁ হুল পুতি।

গেন্ধেলাৰ পুত্ৰ মই
টেটোন তামুলী
চিনি পায় লোকে মোক
নোম টেঙৰ বুলি।

[টেটোন তামুলীৰ কথা
এই মানে থ'লোঁ,
নাৰকী শনাহীৰ কথা
যি জানো ক'লোঁ।]

দায়-দোষ, মোৰ নধৰিবা
জগৰ, নাম-প্ৰসাদ
বিলাই ফুৰোঁ মই বিলনীয়া,
নহও কাৰোযে লগৰ
ৰাইজৰ অভিশাপ, আশিস বুলি
লওঁ শিৰত তুলি।

(১৪)

## নহৰ মোৰ আই

তামোল সেলেঙি লগা
নেচাও মুখনি তোৰ,
দুৰণিত আছে
অপৰূপা গোসাঁনী মোৰ।

গোসাঁনী মোৰ
জাগ্ৰতা ৰণ ৰংগিনী,
ঐশ্বৰ্য বিভূতি আৰু
ক্ষমতা দায়িনী,
তেওঁৰ চৰণ ছত্ৰৰ ছায়াত
ধন্য হয় জীৱন মোৰ।

নেলাগে, নেমাতিবি

নোবোলো তোক আই,
নোবাৰ দিবলৈ তই
মোক, ধন ঘটাৰ উপায়;
জনম দায়িনী হ'লেও
নহৰ তই আই মোৰ।

(১৫)

## সেতু

আজি ভাৰতৰ মানুহে
সংহতি সেতু সাজিছে,
হেনো সংহতি ডোলেৰে
গাঁথি এক জাতি গঢ়িছে।

আজি অসমৰ মানুহে আন্দোলন
কৰিছে, কিয় কৰিছে?
হিন্দু, মুছলমান, বড়ো,
কছাৰী ওলাই আহিছে;
ৰাভা, ৰাজবংশী সবে কান্ধত কান্ধ
মিলাইছে, কিয় মিলাইছে?
ৰংপুৰ নগৰত বিভেদৰ
জুই জ্বলিছে, কিয় জ্বলিছে?

বিবেকহীন শাসকৰ মূৰৰে
বিকৃতি ঘটিছে,
একেজনী আইৰে সন্তানক
ভাগ ভাগ কৰিছে,
বিদেশী বিজাতিৰ সতে
মিতিৰ পাতিছে, কিয় পাতিছে?
গাদীৰ লোভত পৰি
বিদেশীক মাতি আনিছে,
খেনোৱে বদন, খেনোৱে
বিভীষণ সাজিছে, কিয় সাজিছে?

(১৬)

## বিষম

অসমৰ মানুহে বিভীষণ
বধ ভাওনা পাতিছে
ভাওনা পাতিছে
আন্দোলন কৰিছে।
ৰহণীয়া কৃষ্টি দেউলত
ক'লা ক'লা ৰং সানিছে,
সেই ৰং মুখত সানি
বদনহঁতে বহুৰূপা সাজিছে।

বিউগুল বজাইছে
ৰঙালীক আদৰিছে,
ক'লা ক'লা এন্ধাৰে ৰঙালীৰ
ৰং হৰিছে? কোনে হৰিছে?
জনা-বুজা সবে
তাকে দেখি বিষম গুণিছে।

(১৭)

## ভাওনা

দিছপুৰ নগৰ নতুনকৈ পাতিছে,
জনতাৰ নামত ভৱন সাজিছে,
ভৱনত বহি গুপুত আলচ কৰিছে,
বিদেশী বিজাতিৰে দেশ ভৰাইছে,
আৰু ভোটবৰ প্ৰাৰ্থনা কৰিছে,
জ্ঞানবৃদ্ধ! মেলুৱৈ সবে বহুৰূপা সাজিছে,
ভাৰতৰ মানুহে হেনো একজাতি গঢ়িছে,
একজাতি গঢ়িবৰ আমাৰো মন আছে,
পিছে আমালৈ ষড়যন্ত্ৰ শূল কোনে চাঁচে
আমাৰ মনৰ কথা কোনে বাৰু বুজে?
আনে যদি ঘিণায় আগে
আমি নিঘিণাম কিয় পিছে?
অসমীয়াই আজি অধিকাৰ বিচাৰিছে।

অসমীয়াৰো জীয়াই থকাৰ আছে অধিকাৰ,
অধিকাৰ আছে ভাষা কৃষ্টিক ভালপোৱাৰ,
আপোন অধিকাৰ ৰক্ষাৰ অধিকাৰ আছে,
একজাতি একদেশ গঢ়িবৰ মন আছে
অসমৰ মানুহে অহিংস সংগ্ৰাম কৰিছে
বিভেদ বিভীষণ বধ ভাওনাৰ আখৰা কৰিছে।

(১৮)

## ভাতৃবৈৰী

চাৰিযুগে অমৰ
বিভীষণ আজিও আছে,
ভাতৃবৈৰী বিভীষণ
এই অসমতে আছে,
তেলনগৰী দুলীয়াজান
তাৰেই প্ৰমাণ।

এইজন বিভীষণক
হেৰা চিনি থোৱা ভাল,
কোনে জানে কাহানিবা
আকৌ নঘটাব জঞ্জাল,
এইজনৰ খিয়াতি
জেনেৰেল ডায়াৰৰ সমান।

তাহানি শ্ৰীৰামচন্দ্ৰই দিছিলে বৰ
চাৰি যুগে অমৰ কৰি,
অসমী আয়ে দিলে অধিকাৰ বেদৰ
ধৰে শাসনৰ বাঘজৰী।

নিকষানন্দন আছিল
বিভীষণ, ৰাৱণ সহোদৰ,
এওঁবা কোন মাতৃৰ সন্তান,
আছেনে নাই সহোদৰ।

দেশৰ স্বাৰ্থ উপেক্ষা
কৰি বিভীষণ শনাহীয়ে
পাতিছিল মিতিৰালি
বিদেশীৰ স'তে,
অসমৰ বিভীষণ ভাতৃবৈৰীয়ে
প্ৰধান পুৰোহিত হৈ
দিলে আহুতি
ভাতৃবধ যজ্ঞতে,
ভীৰু কাপুৰুষ নিলাজ আছেনে
কোনোবা ইজনৰ সমান।

(১৯)

## জীয়া ইতিহাস

অসমৰ নদ ব্ৰহ্মপুত্ৰ
উদাৰ মেঘনা ৰূপে
(পদ্মাত) গংগাত মিলিছে,
পশ্চিমৰ [পদ্মাই]
গংগাই জানো ব্ৰহ্মপুত্ৰৰ
সেই উদাৰতা বুজিছে;
অসমৰ মানুহে উত্তৰ, দক্ষিণ
পশ্চিম সবাকো আদৰিছে;
মহাভাৰতৰ মহান
জনতাই কি বা ভাবিছে
কি বা বুজিছে,
'কুক্কুৰ শৃগাল গৰ্দভৰো
আত্মাৰাম' শংকৰে লিখিছিলে,
আধুনিক আৰ্হিৰে
ধৰ্মীয় গণতন্ত্ৰৰ পাতনি
মেলিছিলে, ধৰ্মনিৰপেক্ষ
নীতিৰ প্ৰবক্তা সবে
জানো ভাবি-গুণি চাইছে।

প্ৰাগ্‌জ্যোতিষপুৰ অধিপতি
ভগদত্ত নৃপতি
প্ৰবল প্ৰতাপী
নৃপতিৰ জীয়ৰী
কুঁৱৰী ভানুমতী হৈছিল
ভাৰত সম্ৰাজ্ঞী।

ডিমাচা নন্দিনী হিড়িম্বা
কুঁৱৰী দ্বিতীয়

পাণ্ডৱৰ সুৱাগী আছিলে,
পুৰুষশ্ৰেষ্ঠ কৃষ্ণ,
নাতি অনিৰুদ্ধক অসমে
জোঁৱাই আদৰিছিলে;
আৰু কত শতজনক
অসমে আপোন কৰিছে।

অতীত বুৰঞ্জী আৰু জীয়া
ইতিহাস, কত পটন্তৰ
আছে, মহাভাৰতৰ মহান
জনতাই সেই কথা বাৰু
কিয় পাহৰিছে,
অসমৰ নদ উদাৰ
ব্ৰহ্মপুত্ৰ মেঘনাৰূপে
গংগাত মিলিছে।

(২০)

## সহস্ৰ কণ্ঠেৰে

আই অসমীৰ চেনেহৰ কথা
কোনোবাই পাহৰিলে
আমি সোঁৱৰাই দিম,
লুইতৰ উদাৰতাক
দুৰ্বলতা ভাবি উপলুঙা কৰিলে
সহস্ৰ কণ্ঠেৰে প্ৰতিবাদ কৰিম।

আনৰ লগতে আমাৰো
জীয়াই থকাৰ অধিকাৰ
আছে, বাৰে বাৰে শুনাই থাকিম,
মহান লুইত পিতৃযে আমাৰ
মাহী আইৰ কেটেৰো
আমি কিয়নো সহিম।

মাহী আইৰ আদৰ
লেৰেলা সাদৰ, নহয় সঁচা
সমাজেও তাক মানে,
ঢেঁকীৰে মাতি নি
খুবলিত পেলাই ঘুণীয়া
কৰাৰ কথা সকলোৱে জানে,
ৰঙালীৰ সলনি 'ৰংগালীৰ'
ওলগ জনাই ভুলাব খুজিলে
আমি কিয়নো ভুলিম।

কলটো খাই বাকলিটো
দলিয়াই দি বান্দৰে যদি
কয় ধৰা [ধৰা] আমি কিয়নো ধৰিম,
আমাৰ বাৰীৰ বাঁহ গাজেৰে
খৰিচা কৰি আমাকে বিকিব খোজে
আমি বাৰু কিয়নো কিনিম,
আমাৰ ধনেৰে লোকক
চহকী কৰি আমি বাৰু
কিয় লঘোণে থাকিম।

কঁহুৱাৰ দৰে কোমল যদিও অন্তৰ আমাৰ
সময়ত হ'ব পাৰোঁ বজ্ৰৰ সমান
উদাৰ হ'লেও আমি নহও দুৰ্বল, মোমাই
কটা গড়, শৰাইঘাট তাৰেই প্ৰমাণ।

আমাৰ আইক অপমান কৰিলে
সহস্ৰ কণ্ঠেৰে আমি প্ৰতিবাদ কৰিম।

(২১)

## প্ৰব্ৰজন

ঋতু প্ৰতি হয় নানা
পখীৰ প্ৰব্ৰজন,
ঋতু গ'লে নেথাকে বৈ
কৰে প্ৰতি গমন।

চামে চামে বিদেশী
বহিৰাগত আহি,

বৰনৈ লুইতৰ পাৰত
হৈছেহি আলহী,
আৰু অসমত ঘটে
জন বিস্ফোৰণ।

অসমৰ পথাৰে পথাৰে ফলে
সেউজী সোণালী ধান,
বিদেশী বহিৰাগত চহৰে নগৰে
অনাহূত হৈও পাইছে মান,
লোকে কয় অসমত
ঘটিছে জন বিস্ফোৰণ।

বিহংগৰ প্ৰব্ৰজন
ক্ষণিক কালৰ,
বিদেশীৰ আগমন
অতীত যুগৰ
লুইতৰ পাৰত ঘটায়
ক'ত অঘটন।

(২২)

## গোজেঁই গছ

বাৰে বৰণীয়া কত
পখী আহে অসমলৈ,
নেথাকে বৈ ঋতু গ'লে
যায় উলটি নীড়লৈ।

পখী মন জুৰণীয়া
পাখি ৰহণীয়া,
আহে যাই কত পখী
কত বৰণীয়া,
নেথাকে বৈ ঋতু গ'লে
যায় উলটি নীড়লৈ।

জাকে জাকে আহে
কত পখী উৰণীয়া,
নানা দেশ-বিদেশৰ
আলহী দুদিনীয়া
নেথাকে বৈ ঋতু গ'লে
যায় উলটি নীড়লৈ।

আৰু কত পখী
আহে স্বদেশ এৰি,
অসমীৰ বুকুত
আশ্ৰয় বিচাৰি,
সিসবে ধৰিছে ছাটি
গোজেঁই গছ হৈ।

(২৩)

## কাপুৰুষ প্ৰধান

হে কাপুৰুষ প্ৰধান
কি বুলি দিবা সমিধান
তোমাৰ সন্তানে যদি
অনাগত কোনোবা দিনত
প্ৰশ্ন কৰে তোমাকে,
তাহানি শৰাইঘাটত
কোনোবা লাচিতে ঘপিয়াই
কাটিলে কিয় মোমাইকে,
কি বুলি দিবা সমিধান
তুমি হেৰা কাপুৰুষ প্ৰধান।

সোধে যদি জয়মতী
কিয়বা হ'ল সতী
কিয় বাৰু মুলাই
দিলে প্ৰাণ বলিদান
মণিৰাম পিয়লী
কিয় ল'লে চিপজৰী
কনক কুশলে কিয়
উছৰ্গিলে প্ৰাণ, কি বুলি

দিবা সমিধান তুমি
হেৰা কাপুৰুষ প্ৰধান।

হৰনাথ দাৰোগাৰ পৰিচয়ে
হ'ব তোমাৰ পৰিচয়,
বদন, বিভীষণ বুলি
যদি তোমাকেহে কয়,
তুমিনো হেৰা লুকুৱাবা
ক'ত তোমাৰ মুখ,
জাতি হিংসা কৰি তুমি
কিবা পোৱা সুখ,
মৰিলেও তোমাৰ নহ'ব
সদ্‌গতি, যুগে যুগে
ৰ'ব, তোমাৰ কুখ্যাতি
সেই কথা ভাবিছা
নে নাই, বুজিছা নে নাই
হেৰা, কাপুৰুষ প্ৰধান।

(২৪)
## হোৱা কীৰ্তিমান

আকউ আহিছে
দেশৰ আহ্বান
বিষয়া আমোলা
হোৱা সাৱধান।

পদবীৰ মোহ পৰি হৰি
দেশৰ হকে যুঁজা
প্ৰাণপণ কৰি, দেশ থাকিলে
তোমাৰ সকলো থাকিব,
দেশ গ'লে তোমাৰোযে
অস্তিত্ব হেৰাব;
লাচিতৰ ত্যাগেৰে ৰাখা
জননীৰ মান।
জয়া চৰম ত্যাগৰ দৃষ্টান্ত
কিয়নো পাহৰি যোৱা
দেশৰ অহিত চিন্তা কিয় কোৱা
বৰুৱা বদন কিয় হোৱা
শুনা জানো নাই
হেৰা জননীৰ আহ্বান।

বৰুৱা আনন্দৰাম
বিষয়া আছিলে
বৰুৱা হৰনাথে
(বিদেশীৰ স'তে
মিতিৰালি পাতি)
কুখ্যাতি আৰ্জিলে।

বিষয়া-আমোলা
সবে হোৱা সাৱধান
মণিৰাম পিয়লীৰ
আদৰ্শৰে হোৱা কীৰ্তিমান।

(২৫)
## দুঠেঙীয়া মেকুৰী

ইফালৰ মেকুৰী
সিফাললৈ যায়
সিফালে গ'লে
হেনো পদবী পায়।

পদবীৰ লোভত পৰি
দুঠেঙীয়া মেকুৰী
[ভুখৰীয়া পীৰাত বহে]
মেও মেও কৰি ফুৰে
মূৰ জোকাৰি
পেলনীয়া খাবলৈ
কিজানিবা পায়।

চোৰ মেকুৰীয়ে চুৰি কৰি
আধা পোৱা খৰিব
কোবযে খায়,
দুঠেঙীয়া মেকুৰীয়ে
বাৰু কি খায়?
কি পায়?

তেনে মেকুৰী
দেখিলে দূৰ
কৰিব লাগে
মাধমাৰ শোধাই।

(২৬)

**কান্দে ইনাই বিনাই**

লুইতৰ দুয়ো পাৰ নীৰব নিজান
কোনে কান্দে ইনাই বিনাই,
লাচিত, মূলা, জয়াৰে জননী,
দুখুনী এইজনী মোৰ আই।

আউলী বাউলী চুলি,
ফিচিকি ফাটিলে ৰিহাখনি,
দুগালে দুধাৰি চকুলো,
মোলান পৰিছে মুখখনি,
দেখিলে হিয়াৰ আমঠু
ক'লা পৰি যায়।

দুহাত উজাৰি মৰম
যাচিলে মোৰ আই,
আজি মুখলৈ চাওঁতা নাই
ভঁৰাল উদং কৰি
আলহী সুধিলে আজি
নিওঁতাহে আছে, দিওঁতা নাই।

(২৭)

**নহয় পো-নাতি**

অস্তিত্ব ৰক্ষাৰ এই সংগ্ৰাম
উপেক্ষা কৰাৰ, অসমীয়াৰ
আছে জানো অধিকাৰ জয়াৰ
সতীত্বক লৈ গৌৰব কৰাৰ।

জয়াৰ পো-নাতি এইবোৰ
অসমীয়া নামৰ অযোগ্য
জাতিৰ কলংক
গিয়াতি বৈৰী বুলি বিশ্বত
থাকিব কুখ্যাতি, ভাতৃবৈৰী
পাপত নিমগ্ন,
মাতৃ মন্দিৰ নেওচি কি কাম
কোৱা সাতো তীৰ্থ ভ্ৰমণ কৰাৰ।

মাতৃৰ অপমান সহে যিজনে
জানিবা নিশ্চয় কাপুৰুষ
হেৰা সেইজন, সন্তান
হ'লেও সি কুসন্তান
বৃথা তাৰ জনম,
বৃথা তাৰ জীৱন, কাপুৰুষ
এই সব নহয় পো-নাতি
সতী মাতৃ জয়াৰ।

(২৮)

**বাঘিনী**

অ' বোলো আইহঁত
অ' বোলো বাইহঁত
বাঘিনী ওলাইছে দুৱাৰ
জপাই ঘৰতে থাক।

ঢেঁকীয়াপতীয়া বাঘিনী
এজনী আহিছে নামি

পাহাৰ বগাই তেজৰ
সোৱাদ পোৱা, এইজনী
বাঘিনী, জোপ
লৈ আছে ছল চাই।

পতীয়াপতি গা তাইৰ
তীক্ষ্ণ সন্ধানী দৃষ্টি
আকোৰা নখ দহোটি
বাকোৰা হাতোৰা দুটি
ভৈয়ামলৈ নামি আহি
কৰিছে সন্ত্ৰাস সৃষ্টি।

বনৰ ৰাণী তাই
চিকাৰ বিচাৰি
জোপ লৈ আছে
দাঁত নিকটাই।

এইজনী বাঘিনী
তৰাইৰ বাঘিনী
ছৱালহাৰা বলিয়া
বাঘিনী, ধান খাই
সোৱাদ পোৱা বাঘিনী,
বাঘিনী ধৰিবলৈ
ছিটিকা ফান বাঘ জাল
কতেনো পায়।

(২৯)

**আইৰ প্ৰতি**

আই তোক পিন্ধাম বুলি
গাঁথিছিলোঁ মালা যি ধাৰি,
মাহী আয়ে পাই থপিয়াই
দুভৰিৰে পেলালে মোহাৰি।

আই তোমাৰ মন্দিৰত
জ্বলাম বুলি সজোৱা চাকিটি,
মাহী আয়ে ফু মাৰি দিলে নুমুৱাই,
থাপনাৰো ফুল দিলে দলিয়াই,
কিহেৰে পূজিম, তোক আই,
কিনো পিন্ধাম অ' মোৰ আই,
শূন্য হাত, এন্ধাৰ মন্দিৰ যদিও
শেষ হোৱা নাই হিয়াৰ ভকতি।

জগতে জানে আই সতিনীৰ
পো ঘিণাই মাহী আই
তোৰ সন্তান মই, নহওঁ
অজ্ঞীণ পাতকী অগুণকাৰী।

(৩০)

**দুষ্কৃতি বিনাশিবলৈ**

কিয়নো কান্দিছ আই তই,
কিয়নো কান্দিছ আই,
লাচিত নেথাকিলে কি হ'ব
মই জীয়াই আছোঁ অ' আই।

লাচিতৰ নাতিৰ নাতি,
আছে কত পৰিনাতি,
কাণ সমনীয়া আছে
তোৰ কত পো
আৰু জয়া যেন
জীয়ৰী সতী আৰু কোনো
যদি নাহে ওলাই,
অকলে যুঁজিমে আই।

কবচ কাপোৰ নেলাগে মোক
অহিংসা মোৰ ধৰ্ম,
নিয়াই যুঁজৰ সৈনিক মই
সত্যই মোৰ বৰ্ম,
দুষ্কৃতি নাশিবলৈ কৃষ্ণ-সখা
আছে মোৰ আই।

(৩১)

**ভঙা ৰজা**

অ'ত পৰে ছাই,
ত'ত পৰে ছাই
কোন কত আছ আঁতৰ হ
এইপিনে ভঙা ৰজা যায়,
ভঙা ৰজাক আদৰো
ঢেপা-ঢোল বজায়।

শুনা শুনা সভাসদ
আমাৰ বচন,
ৰাজপাট নাই যাৰ
অসাৰ জীৱন, ৰাজপাট
হেৰুৱাই, ৰজা ঘূৰি
ফুৰে অনাই বনাই।

ঢেপা-ঢোলৰ
মাত শুনি কি নুশুনি
অ' বোলো ৰজা নে
পাইক চিনি কি নিচিনি
ভঙা ৰজাক আদৰো
ভঙা ঢাৰিত বহুৱাই।

(৩২)

**সিয়নিত শোৱা**

লোকৰ মূৰত কঁঠাল ভাঙি
খোৱা সিয়নিত শোৱাযে মই,
মোৰ সমান টেঙৰ কোনোযে
নাই আই নেজাননে তই।

ভাই, ভনী কোনো
মোৰ আপোন নহয়,
ঘৰ শত্ৰু বুলি মোক
সকলে ঘিণায়,
আই কিয় বাৰু নিজৰ
পুত্ৰক নিচিনিলি তই।

কপালত চন্দনৰ
ফোঁট, গাত নামাৱলী
লোকক শুনাই গাওঁ
কীৰ্ত্তন দশম, পদাৱলী
আই তই আজলী নেজাননে
তই, সিয়নিত শোৱাযে মই।

(৩৩)

**বহুৱা**

ব'হাগ নাহে, অসমে নেহাঁহে
এইবেলি নুফুলে কঁহুৱা,
বৰদৈ নাহে নোলাই ঢুলীয়া
এইবেলি ওলাব বহুৱা
ৰথীয়া আহে, পৰীয়াই হাঁহে
অসমীয়া আজি নিঠৰুৱা,
বিদেশী আলহী আহে চামে চামে
অসমীয়া লাগিছে পেঁপুৱা।

উপদেশ দিবলৈ কোন আহে
এইবেলি নোলাই বিহুৱা,
দেশী নে বিদেশী শিয়ালে হাঁহে
দলে দলে সাজিছে বহুৱা।

(৩৪)

**নহ'লে অসম নেথাকে**

লুইতৰ গুণমুগ্ধ কোনোবাজনে
লুইতৰ গুণ বখানিছে,
লুইতৰ কথাৰে
সমাজক সকীয়াইছে,
পিছে সেই কথা কিমানে
শুনিছে, কিমানে বুজিছে?

বুজিলেহে বুজাব পাৰি,
শুনিলেহে শুনাব পাৰি,
নুবুজোঁ বোলোতাজনক
কেনেকৈ বুজাবা
নুশুনো বুলিলে বাৰু
কেনেকৈ শুনাবা ?

তাহানি দেউতাই কোৱা
কথা এযাৰ মনত পৰিছে
বুজাক হেনো বুজাব
লাগে আকাৰে ইংগিতেৰে
নুবুজাক বুজাব লাগে
[কওঁনে বাৰু] ঢকাৰে চাপৰেৰে।

লুইতৰ গুণমুগ্ধজনে তাকে
বুজাইছে তাকে শুনাইছে,
লাচিতৰ নাতিবোৰ
সোৰোপাযে হ'ল ?
জয়াৰ জীয়ৰী বোৱাৰীসকল
কেনিনো গ'ল ?

ইসবক জগাবলৈ লুইততে
জুই জ্বলাব লাগে,
লুইতৰ জুই আনি এলাহ
নিহালি পুৰিব লাগে।

নহ'লে অসম নেথাকে
অসমীয়া মৰিব জাকে জাকে
তাহানিৰ ৰণুৱা আজি
বহুৱা সাজিছে
লুইতৰ গুণমুগ্ধজনে
তাকে দোহাৰিছে।

(৩৫)

**সমন্বয় সেতু**

আজি অসমৰ মানুহে জানিছে,
আজি অসমৰ মানুহে বুজিছে,
মাউথ বান্ধি ওলাই আহিছে,
জয় আই অসম ধ্বনিৰে আকাশ কঁপিছে।

দূৰৰ দিল্লীয়ে বাৰু কি ভাবিছে,
ঘৰৰ দিছপুৰে বাৰু কি গুণিছে,
যিয়ে যি ভাবে ভাবক,
যিয়ে যি কৰে কৰক,
অজীৰ্ণ পাতকী সবৰ
কথা কোনে ভাবিছে।

দবা বজালে নহ'ব
ঢাপৰ গোজে গছ হৈ গজিছে,
শংখ বজালে নহ'ব
মুখৰ কথাত চাউল নিসিজে,
কথাত কামত এক হ'ব লাগিব,
গুণাগঁথা কৰি থাকিলে নহ'ব,
অসমীয়াই সেই কথা বুজিছে
সেই কথা জানিছে,
জয় আই অসম ধ্বনিৰে আকাশ কঁপিছে।

হেনো দিল্লীত দৰবাৰ বহিছে,
শান্তি সমন্বয়ৰ ধ্বনি তুলিছে,
শান্তি সমন্বয় লুইতে জানে,
মানবপ্ৰেমৰ কথা লুইতে মানে।

বংগৰ ঘোষ বৰুৱা হৈছে
দক্ষিণৰ পৰশুৰামে
পশ্চিমৰ জয় ভাৰতীয়ে
সমন্বয়ৰ সেতু গঢ়িছে,
সবে মিলি আজি ওলাই আহিছে
জয় আই অসম ধ্বনিৰে আকাশ কঁপিছে।

গীতিকাৰে “আশাৰ শ্ৰাৱণ”ক অৰ্পণ কৰিছিল—

“অসমৰ প্ৰখ্যাত সুৰকাৰ আৰু দৰদী
কণ্ঠশিল্পীসকলৰ হাতত
‘আশাৰ শ্ৰাৱণ’ অৰ্পণ কৰিলোঁ।”

পিনাকী

# আশাৰ শ্ৰাৱণ

(১)

কোন তুমি মেঘালী
মন আকাশৰ বিজুলী,
মোৰ চোতালত
ফুলালাহি শুকুলা শেৱালি
শৰতৰ আকাশখনি
ফৰকাল মুকলি,
লুইতৰ পাৰত নাচে
কঁহুৱাই চুলি মেলি,
আজি উদুলি-মুদুলি
মোৰ মনৰে পদূলি।

কোন তুমি মেঘালী
ওঁঠত হাঁহিৰ বিজুলী,
মোৰ মন আকাশৰ
সাতৰঙী বৰ্ণালী,
শাৰদীয় জোনৰ
পোহৰ যেন ৰূপালী।

(২)

শুভ্ৰ বলাকাৰ ডেউকাত
সপোন ৰহণ সনা,
মন সাগৰৰ পাৰত
বাজে বাঁহী মধুসনা।

সমীৰে বজায় বাঁহী
মৃদু মধুৰ ৰাগিণী,
জাগে বনবিথী দুৰু,
দুৰু হিয়াতে কঁপনি;
সাগৰ-নীলা দুচকুত
সপোনৰে ৰহণ সনা।

আজি এই মধুক্ষণ
মন জানো কিহত মগন;
উতলা অধীৰ যৌৱন
জাগে পুলক শিহৰণ,
মন যমুনাৰ পাৰত
বাজে বাঁহী মধুসনা।

(৩)

তুমি মোৰ,
সুৰ-সাগৰৰ জীৱন্ত লহৰী,
মোৰ হৃদয়
মণিকোঠাৰ এমুঠি মাণিকী-মধুৰি।

মনৰ দিগন্তত
উৰি ফুৰা একেটি শুকুলা হংসিনী,
ক্লান্ত সন্ধিয়াৰ
তুমিয়ে মোৰ মনৰ শান্তি দায়িনী,
জীৱন্ত লহৰী
অপৰূপ ৰূপৰ মাধুৰী।

ফাগুন ৰঙীন
মন আকাশৰ জোনৰ জোনালী,
মাধৱী নিশাৰ
মোৰ মানসৰ তুমি সোণ সোণালী,
কবিতা কাননৰ
তুমিয়ে মোৰ কল্পনা কুঁৱৰী।

(৪)

বা ৰিব্‌ৰিব্‌, বা ৰিব্‌ৰিব্‌
মলয়াই জানে,
কোন দূৰ ফুলনিৰ ফুলৰ
সুবাস আনে।

ধীৰে ধীৰে মলয়াই মোৰ
মন উৰুৱাই,
দূৰণিৰ কাৰ মৰম বাতৰি
আনে কঢ়িয়াই,
গানে গানে গোপন কথাটি
ক'লে কাণে কাণে।

মন হৰে প্ৰাণ হৰে মোৰ
যৌৱন উতলা কৰে,
মন ফুলনিত মোৰ
সপোন পখিলী উৰে,
আজি মলয়াই মোৰ
প্ৰিয়াৰ বাতৰি আনে।

(৫)

মোৰে জীৱনৰে বোৱতী সুঁতি
কোনে বান্ধ দিলে ভেটি,
মচি দিলে ৰূপ জেউতি
কাল নিশা মাতে নিয়তি।

অভাগিনী মই মৰম মায়া
হৈছিলোঁ বন্দিনী,
ৰচিছিলোঁ জীৱনৰ কতনা
সপোন শুৱনি,
কুহকিনী ৰজনী হৰি নিলে
জীৱনৰে জেউতি।

কোনেনো শুনিব আজি
মোৰ এই জীৱন কাহিনী,
ভগা বীণখনিত বাজে
মাথোন কৰুণ ৰাগিণী,
উকা হ'ল কপালখনি
কাল নিশা মাতে নিয়তি।

(৬)

এন্ধাৰ নিশাৰ শেষৰ
পূব আকাশৰ ৰবি,
মনৰ মাজত আঁকিছোঁ
প্ৰভু, তোমাৰেই ছবি।

হে প্ৰভু, মোৰ বাবে
মই নিবিচাৰোঁ সুখ,
তুমি সহায় হ'লে শিৰ
পাতি ল'ম যত দুখ,
মনৰ মাজত ৰাখিছোঁ
লুকুৱাই তোমাৰে ছবি।

তোমাৰ নাম পৰম ধন
হৃদয়ত কৰোঁ ধ্যান,

তোমাৰ নামৰ মহিমা
বুজিবলৈ নাই মোৰ জ্ঞান,
এন্ধাৰ নিশাৰ শেষৰ
পুব আকাশৰ ৰবি।

(৭)

কোমল সেউজ, মন
ভুলোৱা মধুৰ বেশ,
বিচাৰি নোপোৱা ক'তো
আমাৰ এনে দেশ।

গাঁৱৰ পথাৰে, পথাৰে
মাণিকী-মধুৰি ধান,
শুৱনি দেশৰ বুকুত
কতযে নৈ, জুৰি, জান,
মন ভুলোৱা, প্ৰাণ ভুলোৱা
কিযে মধুৰ বেশ।

জাক, জাক জাঁকৈয়া
ছোৱালী, ৰোৱণী, বোৱনী,
মিঠা মিঠা হাঁহি,
ঘৰৰে ঘৰুণী,
ঘৰুণী দেশৰো ধৰণী
গছে, পাতে সেউজীয়া
আমাৰ এই দেশ
মন ভুলোৱা মধুৰ বেশ।

(৮)

ৰঙা, ৰঙা পলাশে
বননি শুৱাই,
ডালে, ডালে পখীয়ে
কিনো গীত গায়।

গীতৰ সুৰে আজি
মনযে কঁপাই,
প্ৰীতিৰ লহৰে
হৃদয়যে ওপচায়।

মিলন আকুল
প্ৰীতিৰ নিজৰাই
কাৰ হৃদয় জলধি
বিচাৰি যায়।

থমকি ৰয় জলধি
তীৰতে হায়
উভতি চাই তোমাকে
কাষতে পাই।

(৯)

আজি এই শৰতৰ
শেষ সন্ধিয়াত,
ৰিঙা ৰিঙা সুৰ বাজে
মনৰ মাজত।

সৰাপাত গচকি
কোন গ'ল বাৰু,
যোৱাজন উভতি
আহিবনে আৰু?
উদাস উদাস লাগে
মনৰ মাজত।

উদাসী মন মোৰ
উৰি যাব খোজে
কিয়বা আজি দূৰ,
দিগন্তৰ সিপাৰে,
উদাস উদাস লাগে
মনৰ মাজত।

(১০)

মোৰ জীৱনলৈ পলাশ
ৰঙীন হৈ, আহিছিল ফাগুন,

ময়ো সখি ৰচিছিলোঁ
যৌৱনৰ (এটি) মধুৰ সপোন।

অতনু দক্ষিণাই মোৰো মন
এবাৰ দিছিল ৰঙাই,
গাভৰু দেহা হৈছিল উচাটন
গোপন বাতৰি পাই,
ময়ো সখি ৰচিছিলোঁ
জীৱনৰ এটি মধুৰ সপোন।

সোঁৱৰণী সুৱদিয়ে হায়
আজি মোক সিয়াৰি যায়,
বুকু ভাঙি দুধাৰি চকুলো
বয়, মোৰ দুগাল ধুৱাই,
মোৰো জীৱনলৈ পলাশ
ৰঙীন হৈ আহিছিল ফাগুন।

(১১)

জীৱন ডিঙা মোৰ
চপাই ঘাটে, ঘাটে
জনে জনে সুধিলোঁ
কি লাগে কোৰা,
কি লাগে লোৱা, উভতি
নাহোঁ আৰু এই ঘাটে।

এই বাটে জীৱনে মোৰ
মাগিলে মেলানি,
এই বাটে নাহোঁ উভতি
নেপাতোঁ পাতনি,
নৱজাবা কামনাৰ বীণ
আৰু এই ঘাটে।

ৰূপৰ শিখা মোৰ
জ্বলি জ্বলি শেষ হ'ব,
কালৰ আঁচোৰ লাগি
দেহাওযে অৱশ হ'ব,
ডিঙা হ'বযে খালী
মনাই, কোনোবা ঘাটে।

(১২)

শুকান মৰুভূ পাৰ হৈ,
ভাবিছিলোঁ পাম গৈ,
সোণালী এটি দ্বীপ
জীৱন জলধিত,
সোণালী শৈশৱ পাৰ হৈ
ভাবিছিলোঁ পাম গৈ
কামনাৰ পংকজ
যৌৱন সৰসীত।

তৰা জিল্‌মিল্ অ' মন
আকাশৰ পদূলি,
মই ভাবিছিলোঁ এ' জীৱন
মাথোন ধেমালি,
সপোন পখিলী উৰে
মন ফুলনিত।

যৌৱন ফুলনিত
কামনাৰ বোকা আঁঠুৱনী,
প্ৰিয়তমা, প্ৰেমিকা মোৰে
ঐ বান্ধে, কাল নাগিনী,
নিৰাশাৰ ফুটুকনি
জীৱন জলধিত।

(১৩)

জীৱনৰ বোৱতী নদীত
শুকান বালিচৰ পৰে
জীবিকাৰ উপায় বিচাৰি
জনতা ভাগৰি পৰে।

কপালৰ ঘাম মাটিত
পেলাই হাড়ক মাটি কৰি,
মাণিকী-মধুৰি আনেযে
চপাই তেজক পানী কৰি,
লোকে ৰাখে ভঁৰাল ভৰাই,
লোকৰেহে বুকু ভৰে।

জীৱনৰ চাপৰি ওখোৰা
মোখোৰা কৰিলে কোনে,
আমাৰ জীৱিকাৰ বাটত
হেঙাৰ দিয়েনো কোনে,
উজুটিত নখ ভাঙে কিয়,
জীৱন ভাগৰি পৰে।

খেতি যায় উটি, কাতিৰ
শেষত টেকলীযে কাটি,
আধা দিন আধাপেটি
ধৰুৱাই নিয়ে ভেটি মাটি,
জীৱিকাৰ উপায় বিচাৰি
জীৱন ভাগৰি পৰে।

(১৪)

এই মন ফুল হৈ ফুলি ৰয়,
সুবাস বিলাই,
কমোৱা তুলাৰ দৰে মন
দূৰলৈ উৰি যায়।

আলসুৱা মন মোৰ মাথোন
উৰোঁ, উৰোঁ কৰে,
আলাসতে ভাঁহি ফুৰে
শৰতৰ মেঘৰ দৰে,
প্ৰীতিৰ পৰশ পাই
লাজতে মুছকঁছ যায়।

মাহ, হালধি সানি লৈ এই
মন ব'হাগ হয়,
কুঁহি কোমল এ' মন
বনগীত এফাকি হয়,
গাভৰু এ' মনে যৌৱন
লগৰী বিচাৰি যায়।

(১৫)

চঞ্চল এযুৰি
চকুৰ চাৱনিৰে
মন মোৰ আজিও
উন্মনা কৰে,
এৰি অহা দিনৰ
সোঁৱৰণীয়ে
আজি মোৰ হৃদয়
উতলা কৰে।

সন্ধিয়া তুলসীতলৰ এগছি
বন্তিৰ পোহৰে তোমাৰ
কথা মনলৈ আনে,
গধূলি বেলিৰ মলয় সমীৰ
ম'জাকে তোমাৰ কথা
কয় কাণে কাণে,
বকুল ফুলেৰে
গাঁথা এধাৰি
মালাৰ সুৰভিৰে
মন উপচি পৰে।

জেতুকা বুলীয়া এখনি হাতৰ
কথা মনত পৰে,
তাঁতশালে মাতিলে,
ব'হাগ আহিলে;
মাহ-হালধিৰ
গোন্ধে মন হৰে,

পেঁপাৰ সুৰে সুৰে,
নাহৰ ফুলিলে,
নাচনী ওলালে,
ঢুলীয়া ওলালে,
মন উৰে কমোৱা
তুলাৰ দৰে।

(১৬)

মুকলি মুকলি মন
বতৰ ফৰকাল,
ছন্দে ছন্দে বাজে আজি
মৃদু মধুৰ তাল।

সাতৰঙী ৰামধেনু শোভে
মন আকাশত,
ৰঙৰ পৰশ লাগে মন
ফাগুন বনত,
মনৰ পদূলিত বাজে
খোল কৰতাল।

শুকুলা মেঘৰ চপৰা
ভাঁহে আকাশত,
সুৰৰ পৰশ লাগে
উতলা হৃদয়ত
মুকলি মুকলি পদূলি
বতৰ ফৰকাল।

(১৭)

সুনীল গগন জুৰি
জ্বলে হেজাৰ তৰা,
দুচকুত জ্বলে কাৰ
দুটি নয়নতৰা।

বিলৰ বুকুত ফুলা
ভেটকলি এপাহি,
কাকনো জনাই ওলগনি,
হাঁহে মধুৰ হাঁহি
এযুৰি চকুৰ চাৱনি
মন উতলা কৰা।

কুঁহি-কোমল কাৰ মনে
আজি মেলিলে পাহি,
মৃদু, মধুৰ সুৰে বাজে
মন-কামনা বাঁহী
কামনা-কুসুম ফুলে,
বয় প্ৰীতিৰ নিজৰা।

(১৮)

মৌন ভাষাৰে
জনতাই কথা কয়,
মূক জনতাও
কেতিয়াবা মুখৰ হয়।

শব্দৰ তৰংগত সুৰৰ
আঘাত লাগিলে,
জনগণ মানসৰ সুপ্ত
চেতনা জাগিলে,
মৌনতা সৰৱ হয়, মূক
জনেও কথা কয়।

সত্যৰ সন্ধান পালে
অন্ধ দৃষ্টিমান হয়
সুন্দৰ পথৰ যাত্ৰীৰ
গতি অপ্ৰতিহত হয়
আত্মবলে বলীয়ান
পংগু গতিমান হয়।

(১৯)

দিনৰ শেষত এন্ধাৰৰ
ওৰণি লৈ মৌন নিশা আহে,

নিশাৰ শেষত পূব আকাশত
সোণালী সূৰুযে হাঁহে।

অসুন্দৰ এন্ধাৰ আঁতৰি
পলাই, জীৱন জিলিকাই;
এ' বিশ্ব উঠে সাৰ পাই,
সোণালী কাঠীৰ পৰশ পাই;
পখীৰ কাকলি, জ্যোতিৰ
লহৰ ভাঁহে, আকাশে হাঁহে।

এন্ধাৰ নিশাৰ মৌনতা ভাঙি
পোহৰৰ কঁপনি জাগে,
প্ৰাণে প্ৰাণে হিৰণ্ময় জ্যোতিৰ
অমৃত পৰশ লাগে,
জীৱন জগোৱা সুৰৰ মূৰ্চ্ছনা
জাগে আকাশে-বতাহে।

(২০)

তলভৰি পৰিছে
সৰি শুকুলা শেৱালি,
তাতে পৰি জোনালী
জোনে কৰিছে ধেমালি।

নীল আকাশ জুৰি
শুকুলা মেঘৰে মেলা,
দুটি মন আকলুৱা
খেলে কুক্‌ভা খেলা,
টিপ্‌টিপ্ চকু
টিপিয়াই হাঁহে তৰালী।

জোনাক নিগৰা এই নিশা
মৌন মুখৰ ভাষা,
মৌন মুখৰ এটি ক্ষণ
জাগে মিলনৰে আশা,
ৰূপালী, ৰূপালী মন
জোনৰ পোহৰে জোনাল।

(২১)

বৃন্দাবন মন উপবন
কোনে বায় মধুৰ বেণু,
যমুনাৰ পাৰে পাৰে
বাজে নূপুৰ ৰুণু-জুনু।

ৰিণি, ৰিণি সুৰ আহে
ভাঁহি, মোহন মুৰলী ধ্বনি,
সাজে ৰাধা অভিসাৰিণী
সাজে, কঁকালত কৰধ্বনি,
থমকি, চমকি যায় ৰাধা
নূপুৰ বাজে ৰুণু-জুনু।

মেঘে ঢকা আকাশখনি
ছায়াঘন নিবিড় ধৰণী,
ঘনে কঁপে মন, নীলা
আঁচলে ঢকা গৌৰাংগ বৰণী,
ৰাধা ৰাধা সুৰ তুলি
বাজে মোহন বেণু।

(২২)

উজলে, তৰা উজলে
হেজাৰ তৰা উজলে
তুলসী তলত মাটিৰ
প্ৰদীপ এগছি জ্বলে।

জীৱন জিলিকা আজি
এই ৰূপালী জোনালী নিশা
বুকুৰ মাজত জগাই
মৌন হেজাৰ, অযুত আশা
মনৰ পদূলিত প্ৰেমৰ
শলিতা এগচি জ্বলে।

মন-তৰা ফুলে শুৱনি
আমাৰ হিয়াৰ ফুলনি

সুৰে, সুৰে উতলা মন
তৰণী, যৌৱন সৰণী,
ৰূপৰ শলিতা জ্বলাই
জোনালী যৌৱন উজলে।

(২৩)

ফুলো, ফুলো কৰি
ফুল কলিটি নুফুলিল যদিবা,
মন ফুলনি উদং হ'লে
হতাশাত কিয় ভাঙি পৰিবা।

সুনয়নী সুমলা আহিমে
বুলি নাহিলেই যদিবা,
নিশাৰ সোঁৱৰণী মধুৰ
সপোনটি নফলিল যদিবা,
অতীত সুঁৱৰি তুমি
কিয়বা চকুলো টুকিবা?

আজিয়েতো হেৰা নহয়
শেষ, কাইলৈও আছে,
মন ফুলনি শুৱাই
সপোন পখিলাই নাচে,
অতীত সুঁৱৰি তুমি
কিয়বা চকুলো টুকিবা।

(২৪)

জ্যোতিৰ জ্যোতিৰে,
ৰাভাৰ আভাৰে,
কৃষ্টিৰ দেউলত
ৰহণ চৰে।

ৰংঘৰ, কাৰেংঘৰে
চিঞৰি ক'লে,
জেৰেঙাৰ পথাৰে
সোঁৱৰাই দিলে,
কত কীৰ্তি, কৃষ্টি
ৰহণীয়া মোৰে।

কৃষ্টিৰ দেউল
শংকৰে সাজিলে,
জ্যোতি, বিষ্ণু মিলি
ৰহণ সানিলে,
হেঙুল, হাইতাল
বুকুৰ সুৰেৰে।

(২৫)

কৰবীৰ কৰবী
লেৰেলি শুকাল,
ঘৰ জেউতিৰ
হাঁহিটি হেৰাল।

মাধবীলতাৰ ফুল
নুফুলা হ'ল,
ঢাপৰ কেতেকী
মৰহি যে গ'ল,
মন পদূলিৰ
চাকিটিযে নুমাল।

বুকু শুদা হ'ল,
মৰহিল যৌৱন,
সিক্ত নয়নযুৰি,
ৰিক্ত হ'ল মন,
মন তুলিৰে আঁকা
ছবিটি হেৰাল।

(২৬)

নিয়ৰ সেমেকা মনৰে পদূলি
নুফুলে শৰতৰ শেৱালি.
স্মৃতি সেউজীয়া তাহানিৰ ছবি
আজি হায় ধুঁৱলি-কুঁৱলী।

আকুলি-বিকুলি হিয়া মোৰ
আজি মই অকলশৰীয়া,
এবুকু যৌৱন মিলন আকুল,
আশাযে সপোন ফুলীয়া,
লেৰেলি শুকাই ফুল মন-কৰণিত,
আশা গ'ল উঁৱলি।

ৰিঙা ৰিঙা লাগে বুকুখনি নিমাত
কুলিজনী আছে থৰ লাগি,
বিৰহ কৰুণ সুৰ আহিছে ভাঁহি
লেৰেলি শুকাল মালাডালি,
শীতৰ এ' সেমেকা গধূলি
মন আকাশ ধূঁৱলি-কুঁৱলী।

(২৭)

নিতে নৱ সংগীতৰ
সুৰ ভাঁহে আকাশৰ বুকুত,
ৰঙীন সপোন জাগে
ৰামধেনু ৰঙীন দুচুকত।

নতুন ছন্দেৰে দোলে জীৱনৰ
নাও, জাগে শিহৰণ,
নতুন কামনাই কুঁহিপাত
মেলে সজাই জীৱন,
নিতে নৱ জীৱনে পাতনি
মেলে পৃথিৱীৰ বুকুত।

জীৱন নদীৰ সুঁতি চিৰ
উজ্জ্বল যৌৱন টল্‌মল্‌,
নতুন ছন্দেৰে বয়
নিৰবধি গতি অবিৰল,
সেউজ সুন্দৰ কামনাৰে
চঞ্চল বসুধা বুকুত।

(২৮)

সোঁৱৰণী সুবাস
মৃদু সমীৰণে,
আমনি দিয়ে আজি
মোক ক্ষণে ক্ষণে।

এই সোঁৱৰণী
আমাৰ মিলনৰে,
যৌৱন বাসনা
আমাৰ জীৱনৰে,
দিয়ে সোঁৱৰাই
মধুৰ সমীৰণে।

অতীত সোঁৱৰণী
আজিও জীপাল,
মন কঠীয়াতলী
স্মৃতিৰে ৰসাল,
জগায় শিহৰণ প্ৰতি
ক্ষণে ক্ষণে।

(২৯)

শৰতৰ শেৱালি
কিয়নো ফুলালি,
কিয়নো ফুলালি
আকাশত তৰালী।

কিয়নো শুনালি
পখীৰ কাকলি
কিয়নো ফুলালি
ৰাঙলী ভেটকলি,
আনন্দৰ হিল্লোল
কিয়নো জগালি।

হৃদয় কিয় আবেগ
উতলা হ'ল,

মন কিয় নাচনী
পখিলী হ'ল
ফুলে ফুলে এ' ধৰা
কিয়নো সজালি।

(৩০)
মৰম ওপচা কি যে
মধুৰ চাৱনি
পীৰিতি কুসুম শুৱনি
মন কৰণি।

কবিতাৰ ছন্দ যেন
লাৱণি দেহাটি,
ছন্দে ছন্দে নাচে মন
নাচনী জুৰিটি
লাজতে ৰাঙলী গোলাপ
গাল দুখনি।

মৰম বলিয়া মন
এবুকু যৌৱন,
ফাগুনী মলয়া বয়
ঘনে উৰে মন,
মনৰ বনত জ্বলে
পীৰিতি অগনি।

(৩১)
মই পপীয়া তৰা
অন্তৰ মোৰ
বেদনাৰে ভৰা,
সাগৰৰ নীলাৰে
নীলা মোৰ হিয়া,
মই পপীয়া তৰা
বহু যুগ পাৰ হ'ল আজিও
মই স্থিতিহীন,

বহু যুগ মাৰ গ'ল
আজিও মই কক্ষহীন,
মই পপীয়া তৰা জীৱন
মোৰ বেদনাৰে ভৰা।

যুগৰ আদিতে মই, মোৰ
ঘৰ হেৰুৱালোঁ,
দানৱৰ পৃথিৱীত কতনা
অন্যায় সহিলোঁ,
অভিশাপ, অপমান ভৰা,
গ্লানিৰে জীৱন জোৰা।

(৩২)
পলাশৰ ৰং লগা নাই,
সুৰুযৰ ৰং গলা নাই,
যুগৰ কলংক হিয়াৰ বেদনা,
উটি যায়, ভাঁহি যায়।

কলিজাৰ বোল লাগি, ধৰণীৰ
ধূলি তেজ ৰঙা হ'ল,
জীৱনৰ সেউজী বাসনা
আজি হায় মৃত্যু-নীল হ'ল,
পলাশৰ ৰং লগা নাই,
আকাশত জুই লগা নাই।

কামনাৰ বোল লাগি ধৰণীৰ
ধূলি-বালি সোণ হ'ল,
সোণামুখী জীৱনৰ বৰণৰ
ডলা সজাবৰ হ'ল,
পলাশৰ ৰং লগা নাই, হিয়াৰ
বেদনা উটি যায়, ভাঁহি যায়।

(৩৩)
অপাৰ সাগৰ এই সংসাৰ,
মই নেদেখো (প্ৰভু) পাৰাপাৰ,

ক্ষণে উঠে (দেখো)
ডকা চাকনৈয়া,
ঘনে কঁপে (প্ৰভু) ক্ষুদ্ৰ মোৰ হিয়া
টুলুঙা নাও কঁপে বাৰবাৰ।

মুকুতা এৰি মই
সোকোতা চপালো,
চকু থাকিও নমনিলোঁ একো,
দয়া কৰা প্ৰভু মোক ই বাৰ।

ভকতিবিহীন অতিকে
কাতৰ, নেজানো নীতি,
স্তুতি সকাতৰ,
কৰুণাময় উদ্ধাৰা ইবাৰ।

(৩৪)

কোন পিনে গ'লে
পাম বৃন্দাবন ধাম,
ক'ত আছে তেওঁ
মুৰুলী মোহন শ্যাম।

আহে বুলি মোহন
শ্যাম কানুৰায়
গোপিনী আশাৰে
আছোঁ বাট চাই
সজাই-পৰাই
মোৰ মন ব্ৰজধাম।

জীৱন-যমুনা পাৰ
হ'লে জানো পাম,
মোৰ কামনাৰ
সেই বৃন্দাবন ধাম
বাঁহী বজায় য'ত
মোহন কানুশ্যাম।

(৩৫)

মৰম উতলা প্ৰাণ
চেনেহ নিগৰা চিত,
ব'হাগী গাভৰুজনী
গায় শুৱলা গীত।

ভেবেলী ফুলে, ব'হাগ
আহে কুলিৰ মাতত,
কেতেকী ফুলে, সুবাস
উৰে মনৰ বনত,
নাহৰ ফুলে, জকেমকাই
মনৰ বনত।

যৌৱনে আমনি কৰে
পীৰিতি পৰশ লাগে,
হিয়া কঁপে ঘনে, দুৰু-
দুৰে কঁপনি লাগে,
ক'লীয়া ভোমোৰা উৰে
ছাটিফুটি কৰে চিত।

(৩৬)

দেহা বিৰিন্দা
বন মাজে
বাঁহী বজায় কোনে,
হিয়া কুঞ্জ কঁপে ঘনে,
কিমান আকুল
বুজিব কোনে?

যুগে যুগে বিচাৰি
কামনাৰ মথুৰাপুৰী
জীৱন যমুনাৰ পাৰে,
পাৰে ফুৰিছোঁ ঘূৰি,
হৃদয় তুলসী তলত
বাঁহী বজায় কোনে?

মোহিনী বাঁহীৰ সুৰে
মন কৰে বিয়াকুল,
কোনেনো বুজিব ৰাধা
মন কিমান আকুল,
মন গোকুলত কামনা
বাঁহী বজায় কোনে?

(৩৭)

যমুনা পাৰত মোহন
কানাই মুৰুলী বজায়,
মাগিলোঁ শৰণ, চৰণত
দিয়া ঠাই মোকে যদুৰায়।

নামধৰা গোপিনী সবে
নামত টোপনিয়ায়,
শুনি বাঁহীৰ সুৰ যমুনাৰ
পাৰলৈ বুলি ঢপলিয়াই,
প্ৰেমত আকুল সবে মোহন
মুকুতি চাই, যদুৰায়।

বাঁহীৰে সুৰতে জগত মোহিনী
যাদু, মোহে গোপীগণ;
কৃষ্ণক বেৰি নাচে গোপীগণ,
ভকতিত মগন মন,
মাগিলোঁ শৰণ, চৰণত
দিয়া ঠাই মোকে যদুৰায়।

(৩৮)

মোৰো মন ফাগুন
বনত বাজিছিল বাঁহী,
ময়ো সখী হাঁহিছিলোঁ
মিলন মধুৰ হাঁহি।

উতলা অধীৰ মোৰে
মন হৈছিল বিয়াকুল,
ময়ো সখী হৈছিলোঁ
কামনা অধীৰ আকুল,
মন ফাগুন বনত
সখী বাজিছিল বাঁহী।

ৰিক্ত হ'ল মন মোৰ,
শূন্য হৃদয় গগন
জ্বলি জ্বলি শেষ হ'ল
আজি এলাগী যৌৱন,
মৰহিল আশা, হৰিলে
হাঁহি নেবাজে বাঁহী।

(৩৯)

কৃষ্ণ-প্ৰেম পাৰিজাত
অতি বিতোপন,
ৰাধা মন বৃন্দাবন
সুৰত মগন।

ৰাধা প্ৰেম জলধি
কৃষ্ণ নাম লহৰী
ছন্দে ছন্দে দোলে ৰাধা
আপোন পাহৰি,
পুলকিত মন, ৰাধা
প্ৰেমত মগন।

ভকতিৰ পা-চৈ, প্ৰেম
শুকুলা পাল,
গুৰি ধৰে হৃষীকেশ,
নিজে গুৰিয়াল,
প্ৰেমত মগন ৰাধা
কৃষ্ণ নাম ধন।

(৪০)

শাৰদী জোনাকৰ হাঁহিৰ খলকনি
বতাহত ভাঁহি ৰ'ল,

কবিতাৰ ছন্দেৰে সৰগী মন্দাকিনী
সংগীতৰ সুৰ হ'ল।
জুৰ মলয়াই আনে কঢ়িয়াই
কাৰ হিয়াৰে বতৰা,
তৰা জিল্‌মিল্ নীলা আকাশখনি
আজি হ'ল মুখৰা
শাৰদী জোনাকৰ হাঁহিৰ খলকনি
বতাহত ভাঁহি ৰ'ল।
আজি এই শাৰদী জোনাক জল্‌মল্
ধৰণী উতলা,
চপৰা চপৰা ডাৱৰ উৰে, মন
হয় কমোৱা তুলা,
জোনালী ৰূপহী জনী কিয় জানো
বিমান পথত ৰ'ল।

(৪১)

মৃদু মন্দ সমীৰণ
আজি বয় ধীৰে ধীৰে,
মৃদু মন্দ গুঞ্জৰণ
কুঞ্জ কুটীৰে কুটীৰে।

হৃদয় কুঞ্জত লাগে
মৃদু মন্দ শিহৰণ,
ৰঙতে উতলা তনু
জাগে মন-বৃন্দাবন,
মধুৰ বাসন্তী সমীৰণ
বয় ধীৰে ধীৰে।

ঋতুৰাজ বসন্তৰ
আজি মধু আগমন,
প্ৰকৃতি বুকুত জাগে
আজি মধু আলোড়ন,
ময়ূৰ-ময়ূৰী নাচে
লয়লাস ভংগীৰে।

(৪২)

কাৰ বাবে, কাৰ বাবে
সাঁচিলোঁ মনৰ মৰম,
কাৰ বাবে, কাৰ বাবে
ধৰিলোঁ ধৰাত জনম।

কাৰ বাবে ফুলালোঁ মোৰ
মন কেতেকীৰ পাহি,
কাৰ বাবে হাঁহিলোঁ মই
ভুবন ভুলোৱা হাঁহি,
মনতে মৰহি যায় মোৰ
সাঁচতীয়া মৰম।

কাৰ বাবে ফুলালোঁ
মোৰ মন, কুমাৰীৰ যৌৱন,
কাৰ বাবে সজালোঁ
মোৰ এ' দেহা-বৃন্দাবন,
নুবুজিলে মনৰ মানুহে
মিছা হ'ল জনম।

(৪৩)

বননিত গায় কিনো
চৰাই দহিকতৰা,
সেউজী দুবৰিত বহি
কোনে বায় দোতাৰা।

দোতাৰা বাজে আজি
মোৰ হৃদয় বননিত,
দহিকতৰা চৰায়ে
গায় গীত সুললিত,
সুৰে সুৰে উতলা
চোতালৰ দুবৰিডৰা।

হৃদয় মৰুভূত
নামিছে আশাৰ শ্ৰাৱণ,

আজি মুখৰা মন,
চোতালৰ দূবৰিডৰা।

(৪৪)

আকাশে জ্বলালে আজি
বিজুলী শলিতা,
হৃদয়ে ৰচিলে আজি
প্ৰেমৰ কবিতা।

বিজুলীৰ শিখা কঁপে,
আকাশ উজলে,
কবিতাৰ ছন্দে ছন্দে
পখিলা নাচিলে,
নিশাৰ শেষত জ্বলে
হেঙুলী শলিতা।

হেঙুল ৰহণে সাজে
গাভৰু ধৰণী,
গাভৰু প্ৰিয়াৰ গাল
হেঙুল বৰণী,
চুমা পৰশে ৰচিলে
কামনা শলিতা।

(৪৫)

মোৰ এই যৌৱন
উতলা ফাগুন,
বলিয়া ভোমোৰাই
কৰে গুণগুণ।
অলিয়া-বলিয়া মন
পলাশ ৰঙীন,
সেউজ বুলীয়া মন
ৰঙেৰে ৰঙীন
কলিয়া ভোমোৰাই
কৰে গুণ্‌গুণ্‌।

পলাশ ৰঙেৰে আজি
ৰঙীন গগন
গাভৰু মন কঁপিছে
আজি ঘন ঘন
দুনয়নত মাধৱী
নিশাৰ সপোন।

(৪৬)

মন তুলসী তলত কিয়
নজ্বলে চাকিটি,
ডাৱৰৰ মাজত কিয়বা
হেৰালে জোনটি।

কিয় বাৰু এনে হ'ল
তুমি জানো জানা সোণ,
বিশাল জনসিন্ধুৰ
বুকুত আমি বাৰু কোন?
ক'তনো লাগিল আউল
চমকি থমকিল গতি।

আমিতো নহওঁ
কক্ষহাৰা পপীয়া তৰা,
আমাৰো যে আছে ঘৰ
জীৱনৰ আশাভৰা,
তুমি সোণ নপৰিবা
ভাঙি, জ্বলোৱা চাকিটি।

(৪৭)

এই বিশ্ব হাঁহি ভৰা,
মধুময় ৰহঘৰা,
চিৰ সেউজী নবীনা
ৰঙে ৰূপে পয়োভৰা।

গাভৰু এ' বসুন্ধৰা
মাতৃ, অনন্ত যৌৱনা,

ফলে ফুলে শোভিতা
ধাত্ৰী ইতিহাস প্ৰাচীনা,
সমুদ্ৰ মেখেলা
কামধেনু অমৃত নিজৰা।

সূৰ্যকৰোজ্জ্বল চুম্বিতা
সুমধুৰ কবিতা,
দয়িতা এই ধৰা
প্ৰেমৰ ছন্দেৰে ছন্দিতা,
মোহনীয়া মায়াভৰা
ৰহণীয়া এই ধৰা।

(৪৮)

ৰ'দ জিল্‌মিল্ সোণালী
দিনৰ শেষত,
মনজুৰ মলয়া বয়
আমাৰ গাঁৱত।

বাঁহজাৰৰ সিপাৰে সৌ
হেঙুলী বেলি,
হেঙুলী ৰহণ সানে
গাঁৱতে আবেলি,
গৰুৱে উৰাই গোধূলি
গাঁৱৰ বাটত।

জীয়ৰী বোৱাৰী যায়
কাষত কলহ লৈ
খোজত পদুম ফুলাই
পানী আনেগৈ
মৰম নিজৰা একোটি
মনৰ মাজত
গোধূলিতে বাজে তাত
দবা, কাঁহ, নাগাৰা,
নিশা দুপৰলৈ চলে
ভাওনাৰ আখৰা

ভকতিৰ শলিতা জ্বলে
তুলসী তলত।

(৪৯)

সুৰৰ সাধনা মোৰ
তোমাৰ অপৰূপ
ৰূপৰ বন্দনা,
মই গাঁথো কথাৰ মালা
সি যে তোমাৰ
ৰূপৰ বৰ্ণনা।

সুৰৰ অগনিৰে মই জ্বলাও
নয়নৰ চাকি
আজি মোৰ দৃষ্টিৰে দেখিছোঁ
তোমাৰ (অপৰূপ) ৰূপৰ
মহিমা সৃষ্টিৰ
অসুন্দৰ এন্ধাৰে নোৱাৰে
ৰাখিব ঢাকি,
সাৰ্থক আজি মোৰ
সুৰৰ ৰচনা।

সপ্তসুৰ জাগে আজি
জাগে অন্তৰ বীণা মোৰ,
নামে অলকানন্দা
নামে সুৰৰ প্লাৱন,
সিক্ত হৃদয় চাহাৰা মোৰ,
মুক্ত হৃদয় আকাশত বাজে
সুৰৰ মূৰ্চ্ছনা।

(৫০)

চিফুঙৰ সুৰে উতলা
বয় পাহাৰী নিজৰা,
লুইতৰ পাৰে পাৰে ছন্দ
গীত নৃত্যৰে আখৰা।

নৃত্য, গীত সাধনাৰ জ্বলালা
তুমি হোমাগ্নি শিখা,
পূৰ্ণাহুতি দিলা তুমিয়ে
ইতিহাস হ'লযে লিখা,
কামৰূপী নৃত্যৰ ছন্দে,
ছন্দে অসম আকাশ মুখৰা।

সাধনাৰ অগনি জ্বলালা তুমি,
মহামন্ত্ৰ কৰিলা উচ্চাৰণ
মহান তপস্বী মহাদেৱ তুমি,
কৃষ্টি, সৃষ্টিৰ সাধনাত মগন,
নিতে নৱ ভংগীৰে কৰিব
কোনে নৃত্যৰ আখৰা,
বৰনৈ লুইতৰ পাৰ
কোনেনো কৰিব মুখৰা।

"মুমুক্ষু" উৎসর্গিত হৈছিল গীতিকাৰৰ মাতৃৰ স্মৃতিত—

উছৰ্গা

"মাতৃ স্বৰ্গীয়া বিমলা দেৱীৰ পুণ্য স্মৃতিত
নিঃকিন পুত্ৰৰ শ্ৰদ্ধাঞ্জলি"

পিনাকী

## “মুমুক্ষু”ৰ ভূমিকাত গীতিকাৰৰ নিবেদন—

পৰমেশ্বৰ স্বৰূপৰ অংশস্বৰূপ আত্মা অজ, অমৰ। কিন্তু, সেই আত্মা-জীৱাত্মাৰূপে দেহ সঁজাত বন্দী হ'লে, ‘সোহং’ স্বৰূপ বিস্মৃত হৈ দেহী— অহং ভাৱত মত্ত হয়। ফলস্বৰূপে, নামৰূপাত্মক দৃশ্য জগতখনকে সৰ্বস্ব বুলি ভাবি লোভৰ জালত পৰি মানৱে দুখ ভোগ কৰে। তেতিয়া দুখৰ পৰা উদ্ধাৰৰ, মুক্তিৰ পথ বিচাৰি আত্মা আকুল হয়; এই আকুলতাই বাক্যৰ ৰূপত, অন্তৰত সুৰৰ মূৰ্চ্ছনা তোলে। পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনৰ এই চিৰন্তন আকুতিয়ে ভক্তি-সংগীত।

ভক্তি-সংগীত হ'ল মুমুক্ষুজনৰ পৰমগতি লাভৰ এক সাধন।

পিনাকী

# মুমুক্ষু

## প্ৰথম খণ্ড

(১)

'জয় জয় যাদৱ জগত ধাতা।
জয় জয় মাধৱ মুকুতি দাতা'।।

নমো নাৰায়ণ নিত্য নিৰঞ্জন।
নমো সদানন্দ সত্য সনাতন।।

নমো পূৰ্ণব্ৰহ্ম অৰুণ লোচন।
নমো পৰব্ৰহ্ম তাপ বিমোচন।।

গোকুল বিহাৰী (হৰি) গোবৰ্দ্ধনধাৰী।
গোলোক বিহাৰী (তুমি) ভৱ ভয়হাৰী।।

ৰাতুল চৰণে ল'লোঁযে শৰণ।
ভকতৰ ভয় কৰাহে ভঞ্জন।।

(২)

মদন মনোহৰ নয়নাভিৰাম।
গোকুল বিহাৰী কৃষ্ণ সুন্দৰ শ্যাম।।

মোহন মূৰুতি কৃষ্ণ মধুৰ নাম।
পদ অম্বুজ ৰেণু শোভে ব্ৰজধাম।।

সৰ্বধাম উত্তম ধাম মন বৃন্দাবন।
সৰ্বস্থান উত্তম তযু ৰাতুল চৰণ।।

সৰ্বনাম উত্তম কৃষ্ণ মধুৰ নাম।
কৰযোৰে জনাওঁ চৰণত প্ৰণাম।।

(৩)

কোন পিনে গ'লে
পাম বৃন্দাবন ধাম,
ক'ত আছে হৰি
মুৰলী মোহন শ্যাম।

জীৱন যমুনা পাৰ
হ'লে জানো পাম,
মোৰ কামনাৰ
সেই বৃন্দাবন ধাম,
বাঁহী বজায় য'ত
মোহন কানু শ্যাম।

আহে নেকি ভাবি
মোহন কানুৱায়,
গোপিনী আশাৰে
মইযে আছোঁ বাট চাই,
সজাই-পৰাই
মোৰ মন ব্ৰজধাম।

(৪)

নব জলধৰ তনু
মুখে মোহন বেণু,
যমুনা পাৰত নাচে
শ্যামকলীয়া কানু।

গ'লে দোলে বনমালা
মূৰতে মৈৰাৰ পাখি,
কপালত চন্দন, চাৱনি
সুন্দৰ দুটি আঁখি,
যমুনা পাৰত নাচে
শ্যামকলীয়া কানু।

ৰুণুজুনু বাজে নূপুৰ,
সুৰে সুমধুৰ,
কলীয়াৰ ৰূপ চাই
নয়ন পৰে জুৰ,
নব জলধৰ তনু
মুখে মোহন বেণু।

গিৰি গোবৰ্দ্ধন ধৰি
ৰাখিলা গোকুল,
চৰণত ল'লোঁ শৰণ
মই পিনাকী আকুল,
হৃদয় বৃন্দাবনত
বাজে মোহন বেণু।

(৫)

তুমি পিতা (তুমি)
ত্ৰিজগত জন্মদাতা,
প্ৰকৃতি ৰূপে প্ৰভু
তুমিয়ে মাতা।

তুমি বন্ধু বন্ধুৰ
সংসাৰ যাত্ৰা,
তুমি সখা, সচিব
বিপদ ত্ৰাতা,
সকলোযে তোমাৰ
তুমিয়ে দাতা।

তুমি জগতৰ
সৰ্বময় কৰ্তা,
পৰম পুৰুষ হে,
জগত ধাতা,
অগতিৰ গতি
তুমিহে বিধাতা।।

(৬)

মুখত হাঁহি, বজায়
বাঁহী ৰাধিকা ৰঞ্জন,
মানিনী ৰাধাৰ
অভিমান নহয় ভঞ্জন।

'ৰাধা, ৰাধা' সুৰ তুলি
বাঁহী বজায় কলীয়াই,
পৰকীয়া প্ৰেম, মান
অভিমান নেহাঁহে ৰাধিকাই,
মানিনী ৰাধাৰ অভিমান
হায় নহয় ভঞ্জন।

অভিমান চঞ্চলা
ৰাধিকা হৰিণী নয়না,

ডিণ্ডিত আঁৰিছে
মালা হৰিনাম গহনা
কাতৰ মনে সোঁৱৰে
হৰি ভকত ৰঞ্জন।

(৭)

যমুনা পাৰত বজায়
মোহন বেণু,
গোপিনী ৰঞ্জন নাচে ঐ
মোহন কানু।

মূৰতে মৈৰাৰ পাখি
কাণত কুণ্ডল,
লৰে চৰে উৰে ঘনে
অলক কুন্তল,
যমুনাৰ পাৰত বজায়
মোহন বেণু।

ৰাস ৰসে মগ্ন হৰি,
মদন গোপাল,
শোভে তনু ইন্দ্ৰ ধনু
সুন্দৰ কপাল,
গোপিনী মাগে তোমাৰ
পদৰজ ৰেণু।

(৮)

ত্ৰিজগতৰ নাথ প্ৰভু
অগতিৰ গতি,
মোহন মূৰতি হৰি,
কমলাৰ পতি।

পীতাম্বৰ হৰি, দুটি
কমল নয়ন,
শ্যামল অংগত শোভে
অগৰু চন্দন,
মোহন মূৰতি হৰি,
কমলাৰ পতি।

শ্ৰীমধুসূদন প্ৰভু
দানব দলন,
ৰূপে কৌটি সূৰ্য সম,
জগত মোহন,
ত্ৰিজগতৰ নাথ প্ৰভু
অগতিৰ গতি।

(৯)

কদমৰ তলতে কানু
বজায় মোহন বেণু।।

মুৰুলী মোহন কৃষ্ণ হৃদয় হৰণ।
কমল নয়ন হৰি মধুৰ বচন।।

নূপুৰ বজায় নাচে যমুনা পাৰত।
হৰি প্ৰেম ছন্দ জাগে ৰাধাৰ দেহত।।

মধুৰ বাঁহীৰ সুৰ উতলা হৃদয়।
সাগৰ মুখী যমুনা উভতিযে বয়।।

হৰি প্ৰেম সুধা পান মধুৰ যিমান।
বিৰহ মিলন গীতি মধুৰ সিমান।।

(১০)

দেহা বিৰিন্দা বন মাজে
বাঁহী বজায় কোনে,
হিয়াকুঞ্জ কঁপে ঘনে, কিমান
আকুল বুজিব কোনে।

যুগে যুগে বিচাৰি
কামনাৰ মথুৰা পুৰী,
জীৱন যমুনাৰ পাৰে,
পাৰে ফুৰিছোঁ ঘূৰি,

হৃদয় তুলসী তলত
বাঁহী বজায় কোনে।

মোহিনী বাঁহীৰ সুৰে
মন কৰে বিয়াকুল,
কোনেনো বুজিব ৰাধা
মন কিমান আকুল,
মন গোকুলত বাজে
নিষ্কাম বাঁহীটি ঘনে।

(১১)

কৃষ্ণপ্ৰেম পাৰিজাত
অতি বিতোপন,
ৰাধা মন বৃন্দাবন
ফুলে অগণন।

ৰাধাপ্ৰেম জলধি
কৃষ্ণ নাম লহৰী,
ছন্দে ছন্দে দোৰোধা
আপোন পাহৰি,
পুলকিত মন
ৰাধাপ্ৰেমত মগন।

ভকতিৰ পানচৈ,
প্ৰেম শুকুলা পাল,
গুৰি ধৰি হৃষীকেশ
নিজে গুৰিয়াল,
প্ৰেমত মগন ৰাধা (মন)
জপে কৃষ্ণ নাম অনুক্ষণ।

(১২)

গোসাঁই উপজিলা অ' মোৰে
গোসাঁই উপজিলা ইপাৰত,
কৃষ্ণ অষ্টমীৰ নিশা মেঘৰ
মাদল বাজে আকাশত।

উপজিলা যোগমায়া গোকুলত
মোৰে ছায়াহীন কায়া,
মোহ নিদ্ৰাত আকুল যশোদা
সুন্দৰী নন্দৰ জায়া,
নৰৰূপে নাৰায়ণ চিৰিহৰি
উপজিলা মথুৰাত।

কিনো ভাগ্য কৰি দৈৱকী
লভিলে পুত্ৰ দেৱ নাৰায়ণ,
যশোদা সুন্দৰী মনৰ আনন্দে
হৰিক কৰিলে পালন;
ভকত বৎসল হৰি, লীলা
কৰে হৃদয় গোকুলত।

(১৩)

সৃষ্টি, স্থিতি, প্ৰলয় কাৰণ,
তুমি নাৰায়ণ।।
আই হেৰে, আই এনাই
ছলি আমি ক'তো দেখা নাই,
ভাণ্ড ভাঙি দধি খাই অ' আই
গোৱালী পাৰাতে যাই।

সুধিলি লাগে দায়, উভতি ধৰে আই,
গিৰিকে বান্ধিবা যাই,
ছৱাল হৈ নওৱালক বান্ধে
আই হেৰে যশোদা মাই।

মনুষ্যৰ বেশে কালিন্দীৰ
তীৰে (হৰি) গোধেনু চৰায়,
ভুৱন মোহন হৰি, ছৱাল
কানাই মুৰুলী বজায়।

(১৪)

গোপাল, গোবিন্দ, মুকুন্দ, ৰাম।
মধুৰ মূৰতি মধুৰ নাম।।

সুন্দৰ সুবেশ নৱ ঘনশ্যাম।
নৱ জলধৰ (তনু) নয়ন অভিৰাম।।

ধ্বজ, বজ্ৰ, অংকুশ শোভিত অংগ।
ত্ৰিবলি বলিত, দলিত ভুজংগ।।

অগতিৰ গতি দেৱ নাৰায়ণ।
কৰাহে উদ্ধাৰ পতিত পাৱন।।

(১৫)

ৰাধা, ৰাধা বাণী বাজে মুৰুলী ধ্বনি।
কাণ পাতি শুনি আছে ৰাধা বিনোদিনী।।

পৰকীয়া প্ৰেম উৰে ৰাধা প্ৰজাপতি।
কলীয়া কৃষ্ণৰ প্ৰেম ৰাধাতেহে মতি।।

শত, শত গোপিনী মাজে মধ্যমণি।
ৰাধা মুখ জ্বলে নিশাকৰ জিনি।।

যমুনা পাৰৰ নিশা জুৰ চন্দ্ৰাৱলী।
কেলি কৰে ভুৱন মোহন বনমালী।।

ৰাধা আত্মা, পৰমাত্মা তুমি বনমালী।
আমি যন্ত্ৰ, তুমি যন্ত্ৰী চতুৰ কুশলী।।

(১৬)

মুখত মৃদু হাঁহি, মূৰতে মৈৰাৰ পাখি।
ডিণ্ডিত বনমালা, উজ্জ্বল দুটি আঁখি।।

দৈৱকী জননী গৰ্ভত কৰিলে ধাৰণ।
দ্বাপৰত অৱতৰি সাধুক কৰিলে তাৰণ।।

ত্ৰিবলি বলিত অংগ, প্ৰভু বিশাল উদাৰ।
শ্যাম বৰণীয়া, ৰমণীয় ভংগী মনোহৰ।।

কান্তি কমনীয়, কৰ্ণে দোলে কুণ্ডল সুন্দৰ।
সত্য, সনাতন প্ৰভু তুমি ধাতা জগতৰ।।

নৰৰূপী নাৰায়ণ, গোকুলত অৱতাৰ।
সিদ্ধমুনি গণে কৰে স্তুতি পুত্ৰ যশোদাৰ।।

(১৭)

কিয়নো কৰিছা হেৰা,
ৰাধাক আমনি,
নালাগে শুনাব প্ৰেমৰ
মধুৰ বাণী।

বিৰহ অনলে দগ্ধ,
নখে মাটি লেখি
ৰাধিকা গোসাঁনী,
আমন, জিমন মনে,
যমুনা পাৰত আছে ৰৈ
মিলনৰ ক্ষণ গণি।

ঘনে ঢাকে বুকুখনি,
নীলা আঁচল টানি,
সাজিছে ৰাধা কুৰুবক,
তমাল কুসুম আনি।

কাণত কুণ্ডল, দোলে
অলক কুন্তল,
বিৰহ অনল জ্বলে,
মনযে চঞ্চল।

ৰাধা নহয় সাধাৰণ
প্ৰেমিকা চঞ্চলা,
পাগলিনী ৰাধা হৰি
প্ৰেম বিহ্বলা।

(১৮)

সাতসৰী জোনবিৰী
অংগত কৰিছে ধাৰণ,

আহে কি নাহে ভাবি
ঘনে কঁপে মন।

খিৰিক কৰিলে মেলি
চাই দুৱাৰ খনি,
সজাই পৰাই
ৰাখিছে শীতল
শেতেলী খনি, অপেক্ষাত
অধীৰ মন।

কৃষ্ণ প্ৰেম বাউলী
ৰাধাৰ মধুৰ কল্পনা,
আজি নিশা হ'ব যে মিলন
আঁকিছে আল্পনা,
অভিসাৰিণী ৰাধিকাৰ
উতলা অধীৰ মন।

(১৯)

কালিন্দীৰ তীৰে তীৰে
গোধেনু চৰায়,
মুৰুলী মোহন মোৰে
জীৱন কানাই।

মূৰতে মৈৰাৰ পাখি
বজায় বাঁহীটি,
মন কৰে উন্মন
শুনি সেই সুৰটি,
হিয়া উদভাই মই
আছোঁ বাট চাই।

দেহা দেউল সজাই
জীৱন কানাই,
হিয়া মণিকূট মোৰ
সজাই পৰাই,
দয়িতা ৰাধা মই
আছোঁ বাট চাই।

(২০)

যমুনা পাৰৰে বননি
অতিকে শুৱনি,
কৃষ্ণ প্ৰেম আকুল হায়
ৰাধিকা ৰমণী,
ৰাসলীলা কৰে হৰি
মোহন মুৰাৰি।

ডাৱৰ কলীয়া চুলিটাৰি
বতাহতে উৰে,
থমকি থমকি চমকে
শিখা বিজুলীৰে;
ৰাসলীলা কৰে হৰি
মোহন মুৰাৰি।

বৃন্দাবন আজি
উৎসৱ মুখৰ,
গুণ্‌গুণ্, গুণ্‌গুণ্
কৰে মধুকৰ;
ৰাসলীলা কৰে হৰি
মোহন মুৰাৰি।

চৰণৰ নূপুৰ বাজে,
বাজে হাতৰ কিংকিনী,
পুলকে অধীৰ ৰাধা কৃষ্ণ
প্ৰেম অভিসাৰিণী;
ৰাসলীলা কৰে হৰি
মোহন মুৰাৰি।

(২১)

কলীয়াৰ বৃন্দাবন বাজে
বাঁহী অনুক্ষণ,

বাউলী ৰাধিকাৰ
উগুল-থুগুল মন।

উগুল-থুগুল ৰাধাৰ হিয়া
ভাবে মনে মনে,
উচ্পিচ্ ৰাধাৰ মন, পুলক
জাগে অনুক্ষণে।

'শাহু আছে, ননদ আছে, মই ৰাধা
যাওঁ কেনে কৰি',
হৰি প্ৰেম পুলকিত ৰাধা,
হিয়া কঁপে অনুক্ষণ।

(২২)

সব গোপীগণ
ৰসত মগন
কৃষ্ণ বিনে আন
নিশ্চিন্তে তাহান।

যমুনা পাৰতে
নিশা জোনাকতে,
ধৰি হাতে হাতে
নাচে উলাহতে।

মনৰ আনন্দে
বেৰিয়া গোবিন্দে,
হাঁহে, নাচে কান্দে
বিগলিতানন্দে।

মুকুতিৰ আশে
কৃষ্ণৰ পৰশে
মনৰ হৰষে
মজে ৰাস ৰসে।

(২৩)

দয়া কৰা প্ৰভু কৰুণাময় দয়াৰ সাগৰ।
উদ্ধাৰ কৰাহে হৰি, নধৰা, নধৰা জগৰ।।

গোকুলৰ গোপিনী সবেও জীবাত্মা ৰূপিণী।
নহয়, নহয় মানিনী মানবী অভিসাৰিণী।।

কৃষ্ণৰূপী পৰব্ৰহ্ম জানা জগতৰ স্বামী।
নাৰী সংগ লোভী নৰ নহয় কৃষ্ণযে কামী।।

ৰতি সংগ সুখ নহয় প্ৰভুৰ কামনা মনৰ।
আকুল আকুতি মাথোন বিৰহী জীৱৰ।।

কত শত জনমৰ হায় ই যে জীৱৰ কামনা।
পৰমাত্মা ৰূপী কৃষ্ণ, সাৰ তত্ত্ব মিলন বাসনা।।

অনিত্য, অসাৰ, মায়াময় সংসাৰ, তুমিহে স্বামী।
অব্যক্ত, অচিন্ত্য, পৰাগতি তুমি,
অবোধ অজ্ঞানী আমি।।

(২৪)

দৈত্যকুল শিৰোমণি
প্ৰহ্লাদ সুমতি,
দিবা নিশি চিন্তে হৰি
উত্তম যুগুতি।

বলিৰজা মহামতি
ভূমিদান কৰি
লভিলে খ্যাতি,
ভক্তি পাশে বান্ধিলে
হৰিক, ভকত
বলিৰ নাতি,
দৈত্যকুল প্ৰদীপ
প্ৰহ্লাদ সুমতি।

হাতে ভৰি বান্ধি
পেলালে জলত,

তাৰ পাছে দিলে
হাতীৰ পাৱত,
নুপুৰিলে অগনি হৰিনাম
অমৃত মুখত,
ৰামবোল, হৰিবোল, মন হে
মূৰুখ মতি।

(২৫)

ত্ৰেতা যুগে ৰাম
দ্বাপৰতে শ্যাম,
দামোদৰ নাম
সৰ্বগুণ ধাম।

ত্ৰিগুণে ত্ৰিনাথ
অনাথৰ নাথ,
তুমি ৰমা নাথ
প্ৰভু জগন্নাথ।

ত্ৰিলোকৰ কেতু
যেন ধূমকেতু,
প্ৰলয়ৰ হেতু
আত্মাৰূপী সেতু।
জগতৰ কৰ্তা
মানৱৰ ভৰ্তা,
ভূমি ভাৰ হৰ্তা
জীৱগণ তৰ্তা।

(২৬)

দশৰথ নন্দন ৰাম
ৰাৱণ নিধন,
জনক দুহিতাৰ তুমি
হৃদয় ভূষণ।

ত্ৰিবলি বলিত চাৰু
নৱনীত অংগ,
অনায়াসে কৰে প্ৰভু
হৰধনু ভংগ,
চাৰি অংশে আৱিৰ্ভূত
তুমিহে নাৰায়ণ।

পিতৃৰ আদেশ কৰি
শিৰত ধাৰণ,
খপিলে বন বাস
মানৱ আচৰণ,
মৰ্যাদা পুৰুষ ৰূপী
তুমিহে নাৰায়ণ।

(২৭)

পৰ ব্ৰহ্ম হৰি নৰ ৰূপ ধৰি
ধৰণীত অৱতৰি,
নিজ মুখ বাণী প্ৰচাৰে আপুনি
পাৰ্থক নিমিত্ত কৰি।
সৎ আচৰণ কৰ্তব্য পালন
জীৱনৰ ধৰ্ম মানি,
'মোৰ নাম জপি যুদ্ধ কৰা তুমি'
উচ্চাৰিলে মহাবাণী।
ক্ষত্ৰিয়ৰ ধৰ্ম যুদ্ধওযে কৰ্ম
শ্ৰেয় স্বধৰ্ম পালন,
গীতাৰ বচন মানি সৰ্বজন
প্ৰেয় কৰাহে সাধন।

## দ্বিতীয় খণ্ড

(১)

চৰাচৰ ব্ৰহ্মাণ্ডৰ তুমি অধীশ্বৰ।
তুমি বিনে নাই গতি, দেৱত্ব দেৱৰ।।

তোমাৰ আলোকেৰে আলোকিত এ' ধৰা।
তুমি বিনে জ্যোতিহীন চন্দ্ৰ, সূৰ্য, তৰা।।

আত্মাৰূপে আছা তুমি জীৱৰ দেহত।
আবৰি ৰাখিছা হৰি সমস্ত জগত।।
(ওঁ ঈশা ৱাসামিদং সৰ্বং ... ® ...)

নাজানো মহিমা অবোধ অজ্ঞানী আমি।
শৰণ দিয়া হে হৰি! জগতৰ স্বামী।।

(২)

হৰি মোৰ, হৰি
মোৰ কি গতি হ'ল
পুত্ৰ-কন্যা সবেও
মোক এৰি গ'ল।

ধৰ্ম, অৰ্থ, কাম, মোক্ষ
এই চাৰি পুৰুষাৰ্থ,
নুবুজিলোঁ মই, নাজানিলোঁ একো
জীৱন যে হ'ল ব্যৰ্থ।

কামিনী, কাঞ্চন বিচাৰি
মই খালোঁ হাবাথুৰি,
কু-কৰ্ম কৰিলোঁ, পাপকে
আৰ্জিলো জীৱন জুৰি।
হেলায় হেৰুৱালোঁ এই
জীৱনৰ পৰম সম্পদ
ইহকাল, পৰকাল মোৰ
মুকুতি অভয় পদ।

(৩)

মায়াময় এ' সংসাৰ
মায়াতে ভুলিলোঁ,
অনিত্য, অসাৰ বুলি
আগে নাজানিলোঁ।

ছয়ৰিপু ভয়ংকৰ
দেখি লাগে ভয়,
তোমাৰ কৰুণা বিনে
মিছা শাস্ত্ৰচয়।

অধম, অজ্ঞানী মই
নেদেখো উপায়,
তুমি বিনে নাই মোৰ
কোনো যে সহায়।

তযু চৰণত প্ৰভু
ল'লোঁযে শৰণ,
দয়া কৰি কৰা মোৰ
ত্ৰিতাপ হৰণ।

(৪)

শৰণ দিয়া হে হৰি
দয়াময় প্ৰভু, মোকে দয়া কৰি।

প্ৰভু মই কৰোঁ কোন দেৱ উপাসনা,
ব্ৰহ্মা, বিষ্ণু, শিৱ কৰোঁ কাৰ চৰণ বন্দনা।

তন্ত্ৰ, মন্ত্ৰ, অৰ্চন, বন্দন নাজানো একোকে,
নাজানো পূজা বিধি শাস্ত্ৰৰ বচন হৰিহে।

পৰম কৰুণাময় তুমি, ভকতৰ বন্ধু,
ভৱ ভয় কৰা নিবাৰণ হে, কৰুণা সিন্ধু।

(৫)

বাঙ্‌মনো অগোচৰ
পৰমাত্মা হৰি,
জীৱাত্মা ৰূপে আছা তুমি
ব্ৰহ্মাণ্ডক জুৰি।

ঋষি, মুনিগণে,
নাপায় তাৰ আদি অন্ত,
আমি কি বুজিম,
প্ৰভুহে সেই গূঢ় তত্ত্ব।

নাজানো মিনতি,
স্তুতি, পূজন বন্দন কি,
পাৰ কৰা প্ৰভু,
তুমি অভয় শৰণ দি।

(৬)

গোলোক বিহাৰী
শংখ চক্ৰ ধাৰী।
মুকুন্দ মুৰাৰি
ভৱ ভয় হাৰী।।

জগত ঈশ্বৰ
মহা মহেশ্বৰ।
অনিন্দ্য সুন্দৰ
ৰূপ মনোহৰ।।

অনাদি নিদান
বিধিৰ বিধান।
সবাৰো কাৰণ
কৰুণা নিধান।।

সৃষ্টি স্থিতি লয়
চৰাচৰ চয়।
জন্ম মৃত্যু ভয়
তোমাতে বিলয়।।

নির্গুণ চিন্ময়
সদানন্দময়।
জয় জয় জয়
পৰম অভয়।।

(৭)

দুৰ্গতি নাশন
ত্ৰিতাপ হৰণ,
বিপদ ভঞ্জন
অভয় শৰণ।

সৃজন পালন
সৃষ্টি সংহৰণ,
তুমিয়ে কাৰণ
দেৱ নাৰায়ণ।

কমল নয়ন
অনন্ত শয়ন,
মধুৰ বয়ন
মধুৰ বচন।

গৰুড় বাহন
ভকত ৰঞ্জন,
জগ বিমোহন
পাপ বিমোচন।

(৮)

ঋষি মুনিগণ
চিন্তে অনুক্ষণ,
ৰূপ বিমোহন
অৰূপ দৰ্শন।

অনাদি নিধান
কৰুণা নিদান,
পৰম কল্যাণ
বিধিৰ বিধান।

অপৰূপ ৰূপ
পৰম স্বৰূপ,
তুমিহে অৰূপ
বিৰাট স্বৰূপ।

চৰাচৰ চয়
তোমাতে বিলয়,

অক্ষয় অব্যয়
পৰম বিস্ময়।

জগতৰ পতি
অগতিৰ গতি,
নাজানো ভকতি
আমি মূঢ়মতি।

(৯)

দিব্যধাম বাসী হৰি
অনিন্দ্য সুন্দৰ,
অগতিৰ গতি প্ৰভু
পতি জগতৰ।

অৰূপ দৰ্শন হৰি
আত্মাৰূপী ৰাম,
সবাৰো কাৰণ মুকুতি
পৰম ধাম।

জগতৰ মাতা পিতা
বিধিৰ বিধাতা,
নিৰ্গুণ নিৰাকাৰ
ত্ৰিজগতৰ ধাতা।

গুণৰ অতীত তুমি
সৰ্ব গুণাকৰ,
ক্ষমা কৰা অপৰাধ
নিজ ভকতৰ।

(১০)

নামৰূপ ক্ষণিকৰ নহয় অবিনশ্বৰ
ধন জন মিছা অভিমান,
পুত্ৰ কন্যা পৰিবাৰ লীলা খেলা দুদিনৰ
শুন, হেৰ অবোধ অজ্ঞান।

মায়াময় জগতৰ হৰিহে পৰম পৰ
হৰি বিনে কিবা বস্তু পৰ,
এতেকতে দুৰাচাৰী মায়ামোহ ত্যাগ কৰি
ভজ্ হেৰ ব্ৰহ্মপদ পৰ।

(১১)

শুনিও শুনা নাই, লোৱা
নাই তোমাৰ নাম,
বুজিও বুজা নাই, কৰা
নাই তোমাক প্ৰণাম।

চিনিও চিনা নাই, দেখা
নাই তোমাক শ্যাম,
দেখিও দেখা নাই, কৰা
নাই তোমাক প্ৰণাম।

জপ তপ ধ্যান মই
নাজানো প্ৰভু একোকে,
দয়াময় হৰি তুমি কৰা
দয়া প্ৰভু মোকে।

জানিও নাজানিলোঁ তুমি
বিনে নাই গতি,
সুমতি দিয়া প্ৰভু তুমি
জগতৰ পতি।

(১২)

সত্য সনাতন নিত্য নিৰঞ্জন
তুমি ভগৱন্ত স্বামী,
তোমাৰ মহিমা অনন্ত অপাৰ
কিমতে বুজিম আমি।
অনিত্য অসাৰ জগৎ সংসাৰ
মায়াতে আবদ্ধ হ'লোঁ,
নাজানি নুবুজি ভোগতে ভুলিলোঁ
কিমতে সংসাৰ তৰোঁ।

লোভে মোহে অন্ধ　　কৰ্ম পাশে বন্ধ
হিয়া কঁপে থৰহৰি,
পশিলোঁ শৰণ　　কৰাহে উদ্ধাৰ,
প্ৰভু ভৱ ভয়হাৰী।

(১৩)

গীতা, ভাগৱত　　আগম পুৰাণ
আৰু যত শাস্ত্ৰ চয়,
পঢ়িলোঁ কত কি　　নুবুজিলোঁ ভেদ
তোমাৰ কি পৰিচয়।
সনাতন সৎ　　তুমিয়ে অসৎ
পৰম আনন্দময়,
তুমি পুৰাতন　　অনাদি নিদান
তুমি সৃষ্টি স্থিতি লয়।
অবোধ মানৱে　　নাজানি স্বৰূপ
নামৰূপ বুলি কয়
জগৎ কাৰণ　　কৰুণা নিধান
তুমি অব্যক্ত অব্যয়।

(১৪)

ইমান ওচৰতে থাকা তুমি, হে অৰূপ।
তথাপি নেদেখোঁ, নাজানো তোমাৰ স্বৰূপ।।

আছা তুমি সমস্ত ভূতৰ অন্তৰত।
অবোধ অজ্ঞানী আমি বিচাৰোঁ বাহিৰত।।

অগতিৰ গতি তুমি পুৰুষ পুৰাতন।
মায়াময় এ' সংসাৰ তুমি হে, সনাতন।।

দয়া কৰা হে, দয়াময় জগতৰ পতি।
কৃপা কৰা কৰুণাময় কৰিছোঁ কাকুতি।।

(১৫)

জয় জয় হৰি　　ব্ৰহ্ম সনাতন
কৰা দোষ মৰিষণ।
নিত্য নিৰঞ্জন　　জগ বিমোহন
দিয়া মোক দৰিশন।।
নাজানো তোমাক　　নভজো তোমাক
অজীৰ্ণ পাতকী মই।
কুফল কৰ্মৰ　　হেতু বিনাশৰ
দয়া কৰি কৰা ক্ষয়।।
অহা-যোৱা কৰি　　পৰিছোঁ ভাগৰি
নেদেখোঁ আন উপায়।
দয়াময় হৰি　　কৃপা দান কৰি
দিয়া চৰণত ঠাই।।

(১৬)

ৰাম কৃষ্ণ আদি যত
অৱতাৰ, সকলো অনিত্য,
অচিন্ত্য, অব্যক্ত স্বৰূপ
প্ৰভুৰ, সনাতন সত্য।

অনাদি, অনন্ত, একতত্ত্ব,
মূলাধাৰ ভগৱন্ত,
নাৰদ, কপিল আদি সিদ্ধ
সবে নাপায় যাৰ অন্ত।

ব্ৰহ্মাণ্ডৰ মূল সত্য এক
হৰি জানিবা নিশ্চয়,
নামৰূপ সকলো অনিত্য,
হয় পলকতে ক্ষয়।

লীলাময় পৰব্ৰহ্ম জানা,
অন্য সকলো যে মায়া,
ব্ৰহ্মা, বিষ্ণু আদি যত
কেৱল প্ৰভুৰেহে মায়া।

## তৃতীয় খণ্ড

(১)

হৰি মোৰ নয়নমণি,
হৰি মোৰ সোণৰ খনি।

হৰি নাম দুঃখ হৰণ,
হৰি নাম ৰিপু দমন,
হৰি মোৰ পৰশ মণি।
হৰি নাম মধুৰ সুৰে,
পাপ তাপ সকলো হৰে,
হৰি মোৰ শিৰৰ মণি।
হৰি মোৰ কৰুণা সাগৰ,
হৰি বিনে সকলো অসাৰ,
হৰি নাম জীৱন তৰণি।

(২)

কিহেৰে পূজিম তোমাক,
হে, মহামহিম,
তুমি সত্য, তুমি নিত্য,
অনন্ত অসীম।

তুমি সৃজন, পালনকাৰী, প্ৰণামো
তোমাক হৰি, দুঃখহাৰী,
অক্ষয়, অব্যয় তুমি
অনন্ত অসীম।

এই নিখিল বিশ্ব ভুৱন
তোমাৰে সৃজন,
কল্পান্ত-কালৰ তুমিয়ে
প্ৰলয় কাৰণ
অব্যক্ত, অচিন্ত্য তুমি
অনন্ত অসীম।

(৩)

আকাশৰ বিশালতা দেখি ভাৱত
বিভোৰ মই হ'লো যে তন্ময়,
গোধূলিৰ ছাঁ-পোহৰত দেখিলোঁ তোমাক,
মৃন্ময় কামনা কৰিলোঁ জয়।

আকাশৰ অলেখ তৰাৰ মাজত
জ্বলে এটি ধ্ৰুৱতৰা অচঞ্চল,
হৃদয় আকাশত মোৰ জ্বলে
তোমাৰ ৰূপ অপৰূপ সমুজ্জ্বল,
নিজকে চিনিলোঁ মই, পালোঁ
মোৰ সত্য পৰিচয়।

মৃন্ময় এই দেহৰ মাজত বিৰাজে
বিদেহী চিন্ময় সত্তা চিৰন্তন,
মৃন্ময় এই দেহ অনিত্য মাথোন,
চিন্ময় আত্মাৰ স্বৰূপ সনাতন,
তুমি মই অভিন্ন স্বৰূপ তুমিয়ে মই,
ময়ে তুমি পালোঁ পৰিচয়।

(৪)

যদিও জানো ময়ে
তুমি, তুমিয়ে মই;
তথাপি ভুল হয়,
এই বিশ্ব তুমিময়।

মই যেন এটি কুম্ভ,
তুমি কুম্ভকাৰ, দৃষ্টিৰ
অগোচৰ তুমি নিৰাকাৰ,
এই বিশ্ব তুমিময়।

তুমি স্ৰষ্টা, তুমি কৰ্তা, তুমি
কাৰ্য, তুমি কাৰণ,
বহুধা বিভক্ত তুমি,
সবাকো কৰিছা ধাৰণ,
তোমাতে উৎপত্তি,
তোমাতে হওঁ বিলয়।

(৫)

হে, হিৰণ্ময়
মোৰ মন আকাশ
দিয়া পোহৰাই,

হিৰণ্যজ্যোতিৰে
ধৰাৰ আন্ধাৰ
দিয়া আঁতৰাই।
বেদনাৰে ভৰা
এই ধৰা
দিশে দিশে হাহাকাৰ,
মানুহৰ অন্তৰতো
দেখোন
আজি মাথোন অন্ধকাৰ,
কলীয়া ডাৱৰে
আৱৰা আকাশ
দিয়া পোহৰাই।
অজ্ঞান অন্ধকাৰ
বিনাশি
আনা জ্ঞানৰ আলোক,
সোণালী ৰহণে
ধৰাৰ
এন্ধাৰ দিয়া আঁতৰাই।

(৬)

ছন্দ মধুৰ বাজে
মধুৰ বাঁহী,
সুধাসনা এটি সুৰ
আহে ভাঁহি,
পুলকিত হৃদয়
উঠিল উল্লাসি।

অপৰূপ ৰূপৰ
গৰিমাৰে,
সৃষ্টিৰ মহান
মহিমাৰে
তোমাৰ স্বৰূপ
উঠিল উদ্ভাসি।

হৃদয় যমুনা
বোৱালা উজাই,
মন বৃন্দাবন
তুলিলা সজাই,
জীৱন আকাশ
উঠিল উদ্ভাসি।

(৭)

কোনে বাৰু যাদুৰ
পৰশ বুলাই
গছে গছে ফুলৰ
হাঁহিটি ফুলাই।

সুৰীয়া কণ্ঠৰ কাৰ
সুৱদি সুৰে,
হৃদয় হৰে, পৰাণ
উতলা কৰে,
কাৰ যাদুৰ পৰশে
জীৱন উজলাই।

সেইজন যাদুকৰ
বিশ্ব খনিকৰ,
জীৱন ৰহস্যৰো
তেওঁযে আকৰ,
যাদু পৰশে যাৰ
জীৱন জগায়।

(৮)

সুৰৰ সাধনা মোৰ, তোমাৰ
অপৰূপ ৰূপৰ বন্দনা,
মই গাঁথো কথাৰ মালা
সিযে তোমাৰ ৰূপৰ বৰ্ণনা।

সুৰৰ অগনিৰে মই জ্বলাওঁ
মোৰ নয়নৰ চাকি, আজি

মই দেখিছোঁ তোমাৰ অপৰূপ
ৰূপৰ মহিমা সৃষ্টিৰ অসুন্দৰ
এন্ধাৰে নোৱাৰে ৰাখিব ঢাকি, সাৰ্থক
আজি মোৰ সুৰৰ ৰচনা।

সপ্তস্বৰ জাগে আজি,
জাগে অন্তৰৰ বীণা মোৰ,
নামে অলকানন্দা, নামে সুৰৰ প্লাৱন
সিক্ত হৃদয় মৰুভূ মোৰ,
হৃদয় আকাশত বাজে
চিৰ সুন্দৰৰ সুৰৰ মূৰ্চ্ছনা।

(৯)
দুঃখৰ বোজা মূৰ পাতি ল'লোঁ
তোমাৰ চৰণ ৰেণু শিৰত লৈ,
জীৱন সাগৰত নাও মেলি দিলোঁ
তোমাৰ কৰুণা সাহস বুকুত বান্ধি লৈ।

জীৱনৰ সুখ দুঃখ সকলো সমান
হে, মোৰ দেৱতা প্ৰাণৰ,
সি যে তোমাৰে দান,
তোমাৰ কৰুণাৰে অকুত ভয়
আজি মোৰ প্ৰাণ,
অভয় কৰা দান দুঃখৰ বোজাটি বৰলৈ।

(১০)
দুৰ্গম দূৰ পথ অতিক্ৰম কৰি
মই যাব পাৰোঁ আগুৱাই,
গভীৰ নিশাৰ এন্ধাৰো কৰিম জয়
তুমি যদি হোৱা মোৰ সহায়।

মইতো নহওঁ শকতিহীন,
অক্ষম আশ্ৰয় বিহীন,
ভকতিৰ শকতিৰে মই
বলীয়ান, তোমাতে বিলীন,
পথৰ দুৰ্গতি, বাধাৰ হেঙাৰ
নিজ হাতে দিওঁ আঁতৰাই।

(১১)
তোমাৰ দয়াৰে পূৰ্ণ
যে হৃদয় মোৰ
শুদ্ধ কৰা মন,
শান্ত হওক অন্তৰ।

তোমাৰ কৰুণাৰে
মই সুখতো সুখী
সংসাৰ যাতনাতো
নহও যেন দুঃখী
দয়া কৰা মোক,
হে অৰূপ সুন্দৰ।

অসুন্দৰ নহয়
এই ধুনীয়া ধৰণী,
ৰূপে ৰসে ভৰা
মোৰ জীৱন কৰণি
সুখে দুঃখে পাওঁ
যেন কৰুণা তোমাৰ।

(১২)
আজি মোৰ হৃদয়ৰ
গোপন গহন কোণত
কোনেনো বজায় বাঁহী
মধুৰ মোহিনী সুৰত।

কাৰনো চৰণ ধ্বনি
প্ৰাণ যমুনা পাৰত
ৰুণুজুনু বাজে সুৰ
মোৰ মনৰ মাজত।

আজি কিহৰ লহৰ
নীলা সাগৰৰ বুকুত
কোন দূৰ সুদূৰৰ
সপোন মোৰ দুচকুত।

আজি কিয়বা অশান্ত
প্ৰাণত জাগে শিহৰণ,
আজি মোৰ তনু মন
অজান সুৰত মগন।

(১৩)
কোন সুদূৰৰ বাণী
মোৰ হৃদয় পৰশি
জগালে পুলক কঁপনি,
পুলকিত কৰে মন
বননি, আকাশত, বতাহত
তাৰেই প্ৰতিধ্বনি।

আজি কাৰনো হাতৰ
যাদু পৰশত বাজে
সুৰ মনৰ বীণত,
কাৰ আগমনী সুৰে
মন পুলকিত কৰে
চাকি জ্বলে এন্ধাৰত।

কাণে কাণে কোনে কি
গোপন বতৰা দিলে,
বীণা মধুৰ সেই বাণী,
কোন সুদূৰৰ বাণী
মোৰ হৃদয় পৰশি
জগালে পুলক কঁপনি।

(১৪)
কোনেনো দিলে সুৰ
সুৱদি কুলিৰ কণ্ঠত,
কোনেনো ফুলাই
ফুল পলাশ ডালত।

সোণৰ সঁফুৰা মেলি
কোনেনো পাতিছে
ৰূপৰ পোহাৰ,
কোন বাৰু সেইজন
অৰূপ ৰূপকাৰ;
কোনে বাৰু দিলে
সানি সেউজীয়া
বোল গছৰ ডালত।

মনৰ অগোচৰ তেওঁ,
হেনো চিৰ সুন্দৰ,
নিৰাকাৰ, সুধাৰ আকৰ
উৎস আনন্দৰ,
দেখিও নেদেখোঁ আমি
বিৰাজে মনৰ মাজত।

(১৫)
বিষয় বাসনা, মনৰ কামনা,
তোমাকে সপিলোঁ জীৱন,
মায়া, মোহ যত, অজ্ঞান এন্ধাৰ
তোমাকে কৰিলোঁ অৰ্পণ।

তোমাৰ দানেৰে পূৰ্ণ মোৰ
হৃদয়, নাই একোৰে অভাৱ,
নোখোজো তোমাক একোকে,
নালাগে বিষয় বৈভৱ,
জীৱনৰ সকলো তোমাকে
কৰিলোঁ অৰ্পণ।

জীৱন যমুনা পাৰত
বাজে নূপুৰ ৰুণুজুনু,

উপচি পৰিছে হৃদয়
শুনিছোঁ মোহন বেণু,
নাই ভয়, সংশয় কৰিছোঁ
জয় আহিলে আহক মৰণ।

(১৬)
কত ধুমুহা, শিলা বৃষ্টি,
দুঃখৰ সাগৰ হেলাৰঙে হ'লোঁ পাৰ,
কাঁইটীয়া বন আঁতৰাই,
পাৰ হ'লোঁ দূৰ পথ, দুৰ্গম পাহাৰ
পথৰ দুৰ্গতি, বাধাৰ হেঙাৰ
কৰিলোঁ জয়, তোমাৰ কৰুণা পাই।

(১৭)
দেখা নাই তোমাৰ
ৰূপ অপৰূপ,
বুজা নাই নিৰাকাৰ
তোমাৰ স্বৰূপ।

সত্য তুমি, সুন্দৰ
তুমি কল্যাণময়,
জীৱে প্ৰতি শিৱ এ'
জগত তুমিময়।

কামিনী কাঞ্চনতে অন্ধ
হ'ল দৃষ্টি মোৰ,
সাকাৰ নে নিৰাকাৰ
নাপালোঁ ওৰ।

দিয়া দৃষ্টি, অজ্ঞান
এন্ধাৰ কৰা দূৰ,
দয়া কৰা প্ৰভু, নয়ন
পৰক জুৰ।

(১৮)
হে লীলাময়, তোমাৰ
মহিমা অপাৰ,
মূঢ়মতি মই, নুবুজো
একোকে তাৰ।

শূন্য মন মোৰ নাই
পুণ্যৰ সঞ্চয়,
তোমাৰ নামেৰে পূৰ্ণ
যে মোৰ হৃদয়।

পাপ পুণ্যৰ কিয়নো
কৰিম বিচাৰ।
হৃদয়ৰ শূন্যতা তুমি
কৰাহে পূৰ্ণ
মনৰ অহংকাৰ
তুমি কৰা চূৰ্ণ
মূঢ়মতি মই, দয়া
কৰি কৰা পাৰ।

(১৯)
হে মোৰ জীৱন দেৱতা!
লোৱা মোৰ প্ৰাণৰ প্ৰণতি,
আজিয়ে জনালোঁ মই
মোৰ হিয়াৰ ভকতি।
গীতা, ভাগৱত নাজানো মই
নাজানো পূজাৰ মন্ত্ৰ
আচাৰ অনুষ্ঠান নাজানো মই,
আৱেগ আকুল হিয়াৰে মই
জনাও প্ৰাণৰ প্ৰণতি।
এই নুমাওঁ এই নুমাওঁ
প্ৰাণৰ চাকিটি মোৰ,
চাকিটি নুমালে নামিব নিশাৰ
এন্ধাৰ ঘোৰ,

এতিয়াই জনালোঁ মই মোৰ
প্ৰাণৰ প্ৰণতি।

(২০)

হে ঈশ্বৰ, তুমি
অৰূপ প্ৰতীম
তুমি সত্য, তুমি নিত্য
অনন্ত অসীম।

তুমি সৃজন পালনকাৰী,
প্ৰণামো তোমাক
হে দুঃখহাৰী, অক্ষয়, অব্যয়
তুমি অনন্ত অসীম।

কল্পান্ত কালৰ তুমিয়ে
প্ৰলয় কাৰণ,
অব্যক্ত, অচিন্ত্য তুমি
অনন্ত অসীম।

(২১)

তোমাৰ চৰণত জনালোঁ
প্ৰণাম, হে সুন্দৰ!
তোমাতে সপিলোঁ সকলো
শূন্য কৰি সৰ্বস্ব জীৱনৰ।

পূৰ্ণ আজি মোৰ মনৰ কৰণি,
দেখিছোঁ তোমাৰ ক্ষমা
সুন্দৰ চাৱনি, জ্বলিছে পোহৰৰ
শিখা নিবিড় এন্ধাৰ জিনি,
পলকতে বুজি পালোঁ স্বৰূপ
তোমাৰ হে সুন্দৰ।

সত্য তুমি, সদানন্দ চিৰভাস্বৰ,
মিছা এই সংসাৰ, দেহাও নশ্বৰ,
এন্ধাৰ পথৰ যাত্ৰী, তমসা নিবিড় নিশা,
দিয়া পথ পোহৰাই, হে চিৰ সুন্দৰ।

(২২)

দুৰ্জ্ঞেয় শক্তিমান
আছে কোনোবা এজন,
অধীশ্বৰ চৰাচৰ জগতৰ
ইন্দ্ৰিয় অগোচৰ,
অন্তৰৰ অন্তঃস্থলত
জাগ্ৰত প্ৰতিক্ষণ।

ত্ৰিকাল অবাধিত
ধ্যান-ধাৰণাৰ অতীত,
অণুৰণীয়ান মহতো মহীয়ান
অনিন্দ্য সুন্দৰ, করুণা সাগৰ
সৰ্বগুণে গৰীয়ান,
অবিনশ্বৰ সেইজন
অৰূপ মহান
নিত্য নিৰঞ্জন।

আত্মাৰূপে বিৰাজমান
সৰ্বদেহে বিদ্যমান,
সত্য, সনাতন, জ্যোতিৰো
জ্যোতি চিৰ জ্যোতিষ্মান,
মহা মহেশ্বৰ জ্ঞেয়,
জ্ঞাতা, জ্ঞ সেইজন।

## পৰিশিষ্ট

### ৰাধা-নাম-মাহাত্ম্য

ৰেফোহি কোটি জন্মাঘং কৰ্ম
ভোগং শুভাশুভম্।

আকাৰো গৰ্ভবাসঞ্চ মৃত্যুঞ্চ
ৰোগমৃৎসৃজেৎ।।

ধকাৰোমায়ুযো হানিৰাকাৰো
ভৱ বন্ধনম্।
শ্ৰৱণ স্মৰণোক্তি প্ৰণশ্যতি
ন সংশয়।।
[মূল-অজ্ঞাত]

শুনা, শুনা সবে ধৰাধাম বাসী
অজ্ঞান মূৰুখমতি,
পৰম গুপুত স্বৰূপ ৰাধাৰ
শুনা হেৰা কাণ পাতি।।
নহয় মানৱী ৰাধিকা ৰমণী
আয়ান ঘোষৰ জায়া,
পৰম বৈষ্ণৱী বিষ্ণুশক্তি ৰূপী
সকলো প্ৰভুৰ মায়া।
ৰাধা নামৰ-ৰ কোটি জন্মাৰ্জিত
পাপ, শুভাশুভ কৰ্ম,
আ-কাৰ জানিবা ৰোগ, মৃত্যুভয়
গৰ্ভবাস জীৱধৰ্ম।
জীৱৰ আয়ুস আয়ুসৰ ক্ষয়
শুনা-ধকাৰে সূচায়,
সংসাৰ বন্ধন আ-কাৰে যে কয়
তুমি জানিবা নিশ্চয়।
যি নাম কৰিলে শ্ৰৱণ কীৰ্তন
ইসৱ বিনাশ হয়,
সেই নাম ৰাধা পৰম আৰাধ্যা
তুমি নকৰা সংশয়।
এতেকতে ভাই এৰি আন কাম
মুখে লোৱা ৰাধা নাম,
সিজিব ভকতি পাইবা মুকুতি
দেৱৰো অগম্য ধাম।

**বীৰ্য প্ৰাৰ্থনা**

তেজোঽসি তেজো ময়ি ধেহি।
বীৰ্য্যমসি বীৰ্য্যং ময়ি ধেহি।
বলমসি বলং ময়ি ধেহি।
ওজোঽস্যোজো ময়ি ধেহি।
মন্যুৰসি মন্যুং ময়ি ধেহি।
সহোঽসি সহো ময়ি ধেহি।
[বাজসনেয় সংহিতা—১৯/৯]

তেজস্ স্বৰূপ দেৱ
অমিতাভ বাসুদেৱ
তেজস্বী কৰা মোক প্ৰভু হে,
জানো তুমি বীৰ্যৱান
দেৱ, শকতি নিধান
বীৰ্যৱান কৰা আমাকো হে।

কৰা মোক শক্তিমান
তুমি প্ৰভু মূৰ্তিমান
জগতৰ শকতি স্বৰূপ,
ওজস্ স্বৰূপ তুমি
ওজস্বী কৰা হে স্বামী
মোৰ প্ৰতি নহ'বা বিৰূপ।

কৰা দান তযু স্বৰূপৰ
প্ৰতিবাদী কণ্ঠ অন্যায়ৰ
তুমি হেৰা, মূৰ্তিমান স্বৰূপ কোপৰ,
তুমি হেনো ধৈৰ্য্যশীল অতি
কৰা মোক সহ্যগুণী যতি
দিয়া দান এধানি তোমাৰ স্বৰূপৰ।

**মধুমতী সূক্তম্**

মধু বাতা ঋতায়তে মধু ক্ষৰন্তি সিন্ধৱঃ।
মাধ্বীৰ্নঃ সন্ত্বোষধীঃ।। ১

মধু নক্তমুতোষসো মধুমৎ পার্থিৱং ৰজঃ।

মধু দ্যৌৰস্তু নঃ পিতা।। ২

মধুমান্নো বনস্পতির্মধুমা অস্তু সূৰ্য্যঃ।

মাধ্বীর্গাৱো ভৱন্ত নঃ।। ৩

শং নো মিত্ৰঃশং বৰুমঃশং নো ভৱত্বৰ্যমা।
শং নো ইন্দ্ৰো বৃহস্পতিঃ শং নো বিষ্ণুৰুৰুক্ৰমঃ।।৪

[ঋগ্বেদ্—১।৯০।৬-৯]

বলক বতাহ মধুৰ মধুৰ
শীতলক দেহমন,
মধুৰ হওক জলধি-সলিল
জলদেৱতা বৰুণ। ১

মধুৰ হওক অন্ন ফল যত
এই বিশ্ব জগতৰ,
হওক নিৰ্মুল ক্ষুধা হুতাশন
শত শত ক্ষুধিতৰ। ২

দিৱস ৰজনী হওক মধুৰ
সুখময় সুখকৰ,
মধুৰ হওক দ্যুলোক বিশাল
পালক পিতৃ আমাৰ। ৩

কৰিছোঁ মিনতি নকৰা নৈৰাশ
প্ৰভু কৰিছোঁ কামনা,
মধুৰ হওক হওক ৰঞ্জিত
ধৰণীৰ ধূলিকণা। ৪

মধুৰ হওক তৰু তৃণ লতা
সুশীতল ছায়াঘন,
মধুৰ হওক কামধেনু সম
গোহালিৰ ধেনুগণ। ৫

মধুৰ হওক প্ৰচণ্ড প্ৰখৰ
উগ্ৰতেজ দিবাকৰ,
শীতল হওক নিদাঘ দহন
মধুময় সুখকৰ। ৬

মিত্ৰ, বৰুণ, অৰ্যমা হয় যেন সুখকৰ
চৰাচৰ জগতৰ প্ৰতি,
হয় যেন সুখকৰ পদ বিন্যাসক বিষ্ণু
আৰু দেৱগুৰু বৃহস্পতি। ৭

### মধুৰাষ্টকম্

অধৰং মধুৰং বদনং মধুৰং
নয়নং মধুৰং হসিতং মধুৰম্।
হৃদয়ং মধুৰং গমনং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ১

বচনং মধুৰং চৰিতং মধুৰং
বসনং মধুৰং বলিতং মধুৰম্।
চলিতং মধুৰং ভ্ৰমিতং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ২

বেণুৰ্মধুৰো ধেনুৰ্মধুৰো পাণী
মধুৰৌ পাদৌ মধুৰৌ।
নৃতং মধুৰঃ সখ্যং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৩

গীতং মধুৰং পীতং মধুৰং
ভুক্তং মধুৰং সুপ্তং মধুৰম্।
ৰূপং মধুৰং তিলকং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৪

কৰণং মধুৰং তৰণং মধুৰং
হৰণং মধুৰং ৰমণং মধুৰম্।
বসিতং মধুৰং শমিতং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৫

গুঞ্জা মধুৰা মালা মধুৰা
যমুনা মধুৰা বীচিৰ্মধুৰা।

সলিলং মধুৰং কমলং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৬

গোপী মধুৰা লীলা মধুৰা
যুক্তং মধুৰং ভুক্ত মধুৰম্।
হৃষ্টং মধুৰং পিষ্ঠং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৭

গোপা মধুৰা গাবো মধুৰা
যষ্টির্মধুৰা সৃষ্টির্মধুৰা।
দলিতং মধুৰং ফলিতং মধুৰং
মধুৰাধিপতেৰখিলং মধুৰম্।। ৮

মধুৰ অধৰ যুৰি মধুৰ নয়ন,
মধুৰ হাঁহিটি আৰু মধুৰ বদন,
মধুৰ গমন হৰি হৃদয় মধুৰ,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ১

কথাত মাধুৰী যাৰ চৰিত মধুৰ,
মনোহৰ বেশ যাৰ ভংগিমা মধুৰ,
ভ্ৰমণ মধুৰ আৰু চলন মধুৰ
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ২

সুমধুৰ বংশীধ্বনি ধেনুও মধুৰ,
মধুৰ হাত দুখনি, চৰণ মধুৰ,
মধুৰ ভংগীৰ নাচোন, মধুৰ প্ৰীতি,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৩

সুললিত মধুৰ গীত, মধুৰ ভোজন,
মধুৰ পাণ-আহাৰ, মধুৰ শয়ন,
মধুৰ ৰূপ ৰাশি, মধুৰ তিলক,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৪

মধুৰ তৰণিখনি, মধুৰ কৰণ,
শান্ত মধুৰ হৰি মধুৰ আলিংগন,
মধুৰ বসন হৰি, বিলাস মধুৰ,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৫

মধুৰ ফল-ফুল, মধুৰ মালাধাৰ,
মধুৰ যমুনা নদী, মধুৰ দুয়ো পাৰ,
মধুৰ পদুমপাহি, সলিল মধুৰ,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৬

মধুৰ গোপিনীগণ, লীলাযে মধুৰ,
মধুৰে মধুৰে যোগ, ভোজন মধুৰ,
আনন্দ মধুৰ হৰি, পিঠাও মধুৰ,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৭

মধুৰ ধেনুগণ, মধুৰ গোপীগণ,
মধুৰ হাতৰ লৰু, সৃষ্টিও মধুৰ,
মধুৰ দলন হৰি, মধুৰ ফলন,
মধুৰাধিপতি হৰিৰ সকলো মধুৰ। ৮

## ভৱান্যষ্টকম্

ন তাতো ন মাতা ন বন্ধুর্ন নপ্তা
ন পুত্ৰো ন পুত্ৰী ন মৃত্যো ন ভৰ্ত্তা।
ন জায়া ন ৱিদ্যা ন বৃত্তির্মমৈৱ
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ১

ভৱাব্ধাৱপাৰে মহাদুঃখভীৰুঃ
প্ৰপন্ন প্ৰকামী প্ৰলোভী প্ৰমত্তঃ।
কুসংসাৰ পাশপ্ৰৱদ্ধঃ সদাহহং
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ২

ন জানামি দানং ন চ ধ্যানযোগং
ন জানামি তন্ত্ৰং ন চ স্তোত্ৰমন্ত্ৰম্।
ন জানামি পূজাং ন চ ন্যাসযোগং
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৩

ন জানানি পুণ্যং ন জানামি তীৰ্থং
ন জানামি মুক্তিং লয়ং বা কদাচিৎ।

ন জানামি ভক্তিং ব্ৰতং বাহপি মাত
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৪

কুকৰ্ম্মী কুসঙ্গী কুবুদ্ধিঃ কুদাসঃ
কুলাচাৰহীনঃ কদাচাৰলীনঃ।
কুদৃষ্টি কুবাক্যপ্ৰবন্ধঃ সদাহহং
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৫

প্ৰজেশং ৰমেশং মহেশং সুৰেশং
দিনেশং নিশীথেশ্বৰং বা কদাচিৎ।
ন জানামি চান্যং সুৰাণাং শৰণ্যে
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৬

বিবাদে বিষাদে প্ৰমাদে প্ৰবাসে
জলে বাহ্নলে পৰ্ব্বতে শত্ৰুমধ্যে।
অৰণ্যে শৰণ্যে সদ মাং প্ৰপাহি
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৭

অনাথো দৰিদ্ৰো জৰাৰোগযুক্তো
মহাক্ষীণদীনঃ সদা জাড্যবক্ত্ৰঃ।
বিপত্তৌ প্ৰৱিষ্টঃ প্ৰণষ্ট সদাহহং
গতিস্ত্বং গতিস্ত্বং ত্বমেকা ভৱানি।। ৮

পিতৃহীন, মাতৃহীন, ভ্ৰাতৃহীন মই,
মোৰ পুত্ৰ, কন্যা, পৰিবাৰ নাই।
বিদ্যাহীন, জীৱিকা বিহীন, হে জননী!
কি কৰোঁ, কি কৰোঁ, মই নেদেখো উপায়
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ১

অকূল সংসাৰ সাগৰ, দুঃখত কাতৰ,
প্ৰলোভী, প্ৰমত্ত মই, কামনাও অপাৰ,
কুটিল বন্ধন, কুৎসিত এই সংসাৰ,
মূৰুখমতি মই, শৰণাগত তোমাৰ,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ২

নাজানো স্তোত্ৰ-মন্ত্ৰ, মই হে জননী,
নাজানো তোমাৰ ধ্যান, অবোধ অজ্ঞানী,
নাজানো সন্ন্যাস কি, নাজানো পূজা বিধি,
ভজিলোঁ আই তোমাৰ চৰণ দুখনি,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৩

পুণ্য কি নাজানো মই, তীৰ্থ কি নাজানো,
চিত্তবৃত্তি নিৰোধ কৰা নাই কাহানি,
মুকুতি পৰম গতি একোকে নাজানো,
ব্ৰতোপবাস মই কৰা নাই কাহানি
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৪

কুলোক প্ৰভু মোৰ, হায় কুবুদ্ধি ঘোৰ
কুকৰ্ম কৰোঁ মই, কুলোক সঙ্গী মোৰ,
কুলাচাৰ হীন মই, কদাচাৰতে লীন,
মুখত কুকথা মোৰ, মই সুদৃষ্টি বিহীন,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৫

নাজানো ব্ৰহ্মা, বিষ্ণু, দেৱ পঞ্চানন,
চন্দ্ৰ, সূৰ্য্য, ইন্দ্ৰ আৰু যত দেৱগণ,
নাজানোঁ, নভজোঁ তুমি বিনে অন্য জন,
সবেও মাগে দেখো তোমাৰেহে শৰণ,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৬

অৰণ্য, অনল, শত্ৰুভয় নিবাৰণ,
বিবাদ, বিষাদ, ভ্ৰম কৰা নিৰসন,
বাৰিভয়, গিৰিগুহা, বিদেশ ভ্ৰমণ,
সবাতো পাওঁ তোমাৰে অভয় শৰণ,
শৰণ দায়িনী, তুমিয়ে গতি জননী,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৭

দৰিদ্ৰ, জৰাজীৰ্ণ ৰোগাগ্ৰস্ত যে মই,
দীনহীন, অতিক্ষীণ, মই নিৰাশ্ৰয়,
তোমাৰ অৰ্চন, স্তুতি, পূজন অক্ষম,

বিপত্তিত পৰি হৃত সৰ্বস্ব, মই যে অধম,
তুমিয়ে অধমৰ গতি, হে মাতৃ ভৱানী। ৮

## সংজ্ঞান সূক্তম্

সং গচ্ছধ্বং সংৱদধ্বং সং বো মনাংসি জানতাম্।
দেৱাভাগং যথা পূৰ্বে সঞ্জানানা উপাসতে।। ১

সমানো মন্ত্রঃ সমিতিঃ সমানী সমানং মনঃ সহ চিত্তমেষাম্।
সমানং মন্ত্ৰভিমন্ত্ৰয়ে বঃ সমানেন বো হৱিষা জুহোমি।। ২

সমানী বঃ আকুতিঃ সমানা হৃদয়ানি বঃ।
সমানমস্তু বো মনো যথা বঃ সুসাহতি।। ৩

ঋগ্বেদ্— ১০।১৯১।২-৪

সহযাত্ৰী হোৱা সবে হেৰা বিশ্ব জনগণ
একমুখে একবাক্য কৰা সবে উচ্চাৰণ।

অতীতত যিদৰে মিলিত সব দেৱগণ,
মানৱৰ যজ্ঞৰ অংশ কৰিছিল গ্ৰহণ।

ধৰাধামবাসী সবে একমন্ত্ৰে হোৱা দীক্ষিত,
তোমালোকৰ প্ৰাপ্তি হওক সমান সীমিত।

সম মন, সম চিত্ত, কামনাও হওক সমান,
একমন্ত্ৰে অভিমন্ত্ৰিত হোৱা তোমাসৱ সমান।

তোমাসৱৰ কৰোঁ একে সংস্কাৰ ঐক্যৰ বিধান,
সবাৰো কাৰণে কৰোঁ সমান ঘৃতাহুতি প্ৰদান।

সবাৰো সঙ্কল্প হওক এক, হওক হৃদয় সমান।
এক হওক অন্তঃকৰণ, হওক পূৰ্ণ ঐক্যৰ সাধন।।

